# পৃথিৱীৰ অসুখ

(সাহিত্য অকাদেমি পুৰস্কাৰ-প্ৰাপ্ত, ১৯৮০)

যোগেশ দাস

অসম বুক ডিপো
পাণবজাৰ, গুৱাহাটী - ৭৮১০০১
☏ ২৫৪৩৮৯৬

*PRITHIVIR ASUKH (Winner of sahity Akademi Award 1980) . A collection of short stories in Assamese by Jogesh Das and Published by Assam Book Depot, Guwahati-781001 2003 Price Rs. 50.00*

প্ৰকাশক ঃ
শ্ৰীঅভিজিৎ গুহ
অসম বুক ডিপো
পাণবজাৰ, গুৱাহাটী-৭৮১০০১
ফোন ২৫৪৩৮৯৬

প্ৰথম প্ৰকাশ ঃ ডিচেম্বৰ, ১৯৮০

মূল্য ঃ ৫০ ০০ টকা।

মুদ্ৰক ঃ
শ্ৰীবিদ্যুৎ কুমাৰ গুহ
শ্ৰী সৰযু প্ৰিণ্টিং ৱাৰ্কছ্
৬১৮/ এ.জি.টি. ৰোড (বটতলা)
শ্ৰীৰামপুৰ, হুগলী
ফোন ঃ ২৬৫২-১৪২৩

## লিখকৰ বক্তব্য

এই গল্পবিলাকক মোৰ শেহতীয়া গল্প-প্ৰচেষ্টাৰ নিদৰ্শন বুলিব পাৰি। ইয়াত সন্নিবিষ্ট প্ৰায়বিলাকেই যোৱা দহ বছৰ মানৰ ভিতৰত লিখা গল্প। গতিকে মোৰ বিশ্বাস আমাৰ জীৱনৰ সেইছোৱা কালৰ স্বাক্ষৰ এইবিলাক গল্পই বহন কৰিছে; অন্ততঃ সেই সম্বন্ধে লিখকৰ মানসিক প্ৰতিক্ৰিয়া প্ৰতিফলিত হৈছে। 'হাজাৰ লোকৰ ভিৰ'ৰ (১৯৬৫) পিচত এইটোৱেই মোৰ নতুন গল্প-সংকলন, আৰু ইখনৰ দৰেই বুজন আকাৰৰ।

এই সংকলনৰ কাৰণে প্ৰধানকৈ ধন্যবাদৰ পাত্ৰ প্ৰকাশক শ্ৰীশিৱপ্ৰসাদ বৰুৱা। মই নানান কামত ব্যস্ত হৈ থাকি শ্ৰীবৰুৱাৰ ধৈৰ্য্য বহুত দিন পৰীক্ষা কৰিবলৈ বাধ্য হৈ শেহত আজি তেওঁক ধন্যবাদ জনাবলৈ ওলাই লাজেই পাইছোঁ। আমাৰ দুজনৰ মাজত সংযোগ ঘটাই দিয়া আৰু বোধহয় এই কামৰ মুখ্য যন্ত্ৰী, মোৰ ভ্ৰাতৃ-প্ৰতিম, ডেকা ব্যৱসায়ী শ্ৰীদেবেন বৰাও আমাৰ অশেষ শলাগৰ পাত্ৰ।

যোৰহাটৰ এই দুই বন্ধুৰ সৈতে মোৰ বহুতো আনন্দৰ মুহূৰ্ত পাৰ হৈছে, তাৰ সুখস্মৃতি সদায়েই থাকিব। মোৰ মৰমৰ এইসকল ছাত্ৰ-ছাত্ৰীলৈও ধন্যবাদ জনালোঁ নানান প্ৰকাৰে সহায় কৰি দিয়া কাৰণে—লাৱণ্য দেৱী, জয়ন্তী কলিতা, জয়ৰাম বায়ন, দিলীপকুমাৰ শৰ্মা, দীনেশ কলিতা আৰু অপূৰ্ব শইকীয়া।

লাচিত নগৰ,
গুৱাহাটী-৭,
১ ডিচেম্বৰ ১৯৭৯।

যোগেশ দাস

## তৃতীয় প্ৰকাশ

'পৃথিৱীৰ অসুখ' গল্প সংকলনটিয়ে ১৯৮০ চনৰ বাবে সাহিত্য অকাদেমিৰ বঁটা লাভ কৰে। সেই বাবে ই পঢ়ুৱৈ সমাজৰ যথেষ্ট মনোযোগ আকৰ্ষণ কৰিছে। কিন্তু সেই বুলিয়ে নহয়, ইয়াত সন্নিবিষ্ট গল্পবিলাক মোৰ মনত প্ৰিয় বুলিও নিৰ্বাচন কৰা হৈছিল—যি অৰ্থত মোৰ লিখক জীৱনৰ সমস্ত গল্প-সম্ভাৰৰ পৰা 'মোৰ প্ৰিয় গল্প' নাম দি এটা সংকলন প্ৰস্তুত কৰাৰ কল্পনাও কৰি আছিলোঁ। এই গ্ৰন্থৰ প্ৰথম আৰু দ্বিতীয় প্ৰকাশৰ প্ৰকাশক যোৰহাটৰ পূৰ্বশ্ৰীৰ শ্ৰীশিৱপ্ৰসাদ বৰুৱাই প্ৰায়েই কয় যে এইবিলাক গল্প তেওঁৰো বৰ ভাল লাগে। এতিয়া তৃতীয় প্ৰকাশৰ ভাৰ লোৱা গুৱাহাটীৰ অসম বুক ডিপোৰ অন্যতম স্বত্বাধিকাৰ শ্ৰীঅৰুণচন্দ্ৰ গুহয়ো গল্পবিলাকৰ প্ৰতি অনুৰাগ প্ৰকাশ কৰি আমাক আনন্দিত আৰু উৎসাহিত কৰিছে।

আজি 'পৃথিৱীৰ অসুখ'ৰ বিষয়ে নতুনকৈ ক'বলগীয়া বিশেষ একো নাই। ১৯৭৯ চনত প্ৰথমবাৰ ইয়াৰ প্ৰকাশ হওঁতে জনাইছিলোঁ যে এইবিলাক গল্প মোৰ প্ৰাণৰ বস্তু হোৱাৰ উপৰিও এইবিলাকত মোৰ জীৱনৰ শেহতীয়া স্তৰৰ সামাজিক প্ৰতিফলন ঘটিছে। সেই সামাজিক পৰিস্থিতি আজিও ভালেখিনি বৰ্ত্তমান; বোধহয় সেই কাৰণেই গল্পবিলাকৰ প্ৰতি পাঠক সমাজৰ মনোযোগ হ্ৰাস পোৱা নাই। আমাৰ জীৱন আজি ক্ষীপ্ৰগতিসম্পন্ন হৈছে; ব্যস্ততাৰ মাজত আমি ইমানেই বেয়াকৈ সোমাই পৰিছোঁ যে প্ৰকৃত জীৱন কি বস্তু সময়ত তাক চিন্তা কৰি চোৱাৰো সময় আমাৰ নথকা হৈছে। লিখকে নিজে সেই জীৱনকে তাৰ প্ৰকৃত অৰ্থত চাবলৈ চেষ্টা কৰিছিল এইবিলাক গল্পত। সেই স্বাক্ষৰৰ মূল্য আছে বুলিয়ে হবলা গল্পবিলাকৰ প্ৰতি বাইজৰ আকৰ্ষণ টুটি যোৱা নাই।

তৃতীয় বাৰ পুনৰ্মুদ্ৰিত কৰি 'পৃথিৱীৰ অসুখ'ক পাঠক-পাঠিকাৰ হাতত তুলি দিয়াৰ বাবে অসম বুক ডিপোৰ শ্ৰীবিপুলকুমাৰ গুহ, শ্ৰীঅভিজিৎ গুহ আৰু শ্ৰীভোলা কলিতা ধন্যবাদৰ পাত্ৰ। আমি তেওঁলোকক স্নেহ আৰু আশিস যাচিলোঁ।

লাচিত নগৰ,
গুৱাহাটী-৭৮১০০৭,
১৪ এপ্ৰিল, ১৯৮৮।

যোগেশ দাস

# সূচীপত্ৰ

গদাধৰ টী ষ্টল

বাপৰে ! কি মানুহ, দোকান আৰু গাড়ী-চাড়ী হৈছে ! এই চাৰি-পাঁচ বছৰতে ঠাই ডোখৰ চিনিবই নোৱাৰা যেন হৈ পৰিছে। সৰু ঠাইলৈ গৈ ময়ো কিবা খাপচৰা হৈ পৰিলো নেকি ? মানুহতো বাঢ়িবই আৰু চহৰো ডাঙৰ হৈ যাবই। মই গৈ ছৈখোৱাঘাটৰ নতুন ছোৱালী এম-ই স্কুল এখনত মাষ্টৰী কৰি থাকিলোঁ বুলি গুৱাহাটীৰ এটা কম ব্যস্ত আলিবাট এই কেইবছৰতে ব্যস্ত হৈ নুঠিবনে ? ভূমিকম্প আৰু বানপানীয়ে পাৰঘাট, বিৰাট শনিবৰীয়া হাট, ৰেলষ্টেচন সকলো ধ্বংস কৰি ছৈখোৱাঘাটৰ মহিমা নোহোৱা কৰিলে বুলি বৰ্দ্ধিষ্ণু গুৱাহাটী চহৰৰ মহাত্মা গান্ধী ৰোড নামৰ এই আলিবাটতো দোকান-পোহাৰ, ৰিক্সা-টেক্সী, মানুহ-দুনুহ নেবাঢ়িবনে ? বছৰত একোবাৰকৈ দুৰেত ফুৰিবলৈ ওলাই অহা ভাল দেখিছোঁ, নহলে বাহিৰৰ জগতখনৰ ক'ত পৰিবৰ্ত্তন হৈছে জানিবই নোৱাৰি ; ছৈখোৱাঘাটৰ স্কুলমাষ্টৰক গুৱাহাটীৰ ৰিক্সা বা অটো কিয় বাটবুৱা মানুহেই খুন্দিয়াই বগৰাই পেলাই থৈ যাব।

ক্যামাখ্যা লণ্ড্ৰী, লাহতী ইলেক্ট্ৰিকেলছ ( অসমীয়া লাহতী নহয় নিশ্চয়, চিকমিকিয়া দোকানখনত মাৰোৱাৰী ডেকা ল'ৰা দেখিছোঁ ), মুনমুন অটো চেণ্টাৰ, লাহিড়ী হাৰ্ডওৱেৰছ, মডাৰ্ণ বুকষ্টল ( অসমীয়া মানুহৰ যে কথা, বুকষ্টল নুবুলিলে যেন কিতাপৰ দোকান নচলিবই ), ইণ্টাৰ্ণ ইণ্ডিয়া হোমিওপেথিক ফাৰ্মাচী ( বহলে মাত্ৰ তিনি ফুট মান হ'ব ), ভাৰতীয় জলপান (কি বিৰাট চাহৰ দোকান—কি ভিৰ—চন্দনৰ ৰেঘা টনা মহাজনে ধাম-ধুম মোট থৈ বেঞ্জাগ দিছে—মোৰ দোকানখন ক'ত ? ), ইটা, বালি, চিপ্‌ছ খুচুৰাকৈ বেচা এইখনৰ একো নাম চাম নাই ; ভূতপূৰ্ব্ব দস্যু যেন লগা প্ৰকাণ্ড মালিকজন বাৰাণ্ডাৰ চালপিৰা খনতে গ্ৰাহকৰ অপেক্ষাত বহি আছে ; বুলু লণ্ড্ৰী, মেক্‌ফাৰ্ছন্স—অটোমবাইল ডীলাৰ্‌ছ ( কি প্ৰকাণ্ড দালান, মটৰ বেচে হবলা, ভিতৰখনলৈ চাবলৈকে ভয় লাগে ), আসাম জুৱেলাৰী—প্ৰোঃ শ্ৰীৰাখাল চন্দ্ৰ কৰ্ম্মকাৰ, 'আপ টু ডেট হেয়াৰ কাটিং চেলুন,' চক্ৰবৰ্ত্তী এণ্ড ছন্স—চাইকেল বিক্ৰী আৰু মেৰামতি কৰা হয়, নিউ ইলেকট্ৰিক ষ্টৰ্ছ, খুবলাল লণ্ড্ৰী ( ঘৰত কাপোৰ ধুই ল'বলৈ মানুহৰ সময়েই নাই হবলা, খুবলাল ঘৰে ঘৰে

কাপোৰ গোটাই ফুৰা ধোবা আছিল নিশ্চয়—এতিয়া বান্ধ এটা জ্বলাই লণ্ড্ৰী কৰি লৈছে ) নাই মোৰ দোকানখন নিশ্চয় উঠি গ'ল। ইমান নতুন নতুন পৰিৱৰ্ত্তনৰ মাজত সেই ক্ষুদ্ৰ চাহৰ দোকানখন ক'ত তিষ্ঠিব পাৰিব ? 'পৰিবৰ্তনেৰ স্ৰোতে আমি যাই ভেসে কালেৰ যাত্ৰায়'

গদাধৰ টী ষ্টল ! সৌখন ! চ'ক খাই উঠি সমান আলিবাটতে উজুটিয়াই কথমপিহে হামখুৰি খাই নপৰিলোঁ। মই বিচাৰি ফুৰা দোকানখন পালোঁ। এখন ছাইনব'ৰ্ড নোহোৱা বাঁহ-বেতৰ আচবাব কৰা দোকানৰ পৰা চকু আগুৱাই নিওঁতেই হঠাৎ আখৰ মণিব নোৱাৰা সৰু আওপুৰণি টিনছলা মই দেখিবলৈ পালোঁ। সেই আগৰ দৰেই পাচফালৰ পৰা দুডাল বিট মাৰি থিয় কৰাই চালিখনৰ ওপৰত থোৱা আছে। অসমীয়াতে লিখা—'গদাধৰ টী ষ্টল'। গদাধৰে আমাৰ কথামতে সেইখন আঁকি দিছিল, লিখাইছিল 'আৰ্ট কৰিব জনা' হাইস্কুলৰ ছাত্ৰ এজনৰ হতুৱাই, হৈছিল বেঁকাবেঁকি, এতিয়া ৰং উঠি গৈ আৰু ধূলিৰ চামনি পৰি পৰি মণিব নোৱাৰা হৈ পৰিছে—মই বুলিহে মাতিব পাৰিলোঁ। কিন্তু অ' হবি। গদাধৰ টী ষ্টলত দেখোন চাহৰ দোকান নাই। ছাইনব'ৰ্ডৰ পৰা লাহেকৈ চকু নমাই আনিহে মন কৰিলোঁ যে দুকোঠালীয়া ঘৰটোৰ সৰু চালিখন পাৰ হৈ ঘাই কোঠাটোত যি চকি-বেঞ্চ-টেবুল আছিল সেইবোৰ একো নাই। চালিখনৰ ওখ চুলাটো অন্তৰ্দ্ধান। মিঠাই ৰখা আলমাৰিটো আছে, কিন্তু ভিতৰত গজা-নিমকি-চিঙৰা-পকৰিৰ সলনি আছে লোহাৰ টুকুৰা-টুকুৰি কিৰা-কিৰি লাংখা-লিংখি—বাহিৰত ওলমি আছে সৰু সৰু নতুন টিপচাকিৰ এধাৰ সুদীৰ্ঘ মালা। মজিয়াখনতো বিশৃংখল হৈ পৰি আছে ডালডা, ফেৰেক্স, গ্লেক্সো আদিৰ টেমাৰে তৈয়াৰ কৰা চুপি, মগ, জাৰণী ইত্যাদি। থিয় হৈ আছে ভালেমানখিনি গছা থকা চাকি। একাষৰে দ'ম লাগি পৰি আছে কিছুমান কনডেন্সড মিল্ক আৰু নাৰিকল তেলৰ খালী টেমা। পানীপোতাত দুকাষৰে পৰি আছে বাঁহ-বেতৰ চোচৰ নিচিনা টিন কাটি পেলোৱা মিহি মিহি দীঘলীয়া টুকুৰাৰ দ'ম।

বেছ আন্ধাৰ আন্ধাৰ লগা ভিতৰখনত, মাজভাগৰ অলপ বাওঁফালে এজন প্ৰকাণ্ড বুঢ়া মানুহে কিহবাত বহি পোৱা কয়লাৰে জ্বলোৱা সৰু ভাটি এটাৰ ওচৰত পাৰি লোৱা এডাল নিয়াৰিত ঠুংঠাংকৈ হাতুৰীৰে কোবাই কোবাই ঘূৰণীয়াকৈ খাজ এটা তৈয়াৰ কৰিব ধৰিছে এচলা সৰু টিনত।

বেছ বুঢ়া নহ'লেও যথেষ্ট বুঢ়া মানুহজন। নিয়াৰিৰ যিমান পাৰি

ওচৰলৈ চকু দুটা নমাই নি চাবলৈ চেষ্টা কৰাৰ পৰা অনুমান কৰা টান নহয় যে তেওঁ চকুৰে খুব ভালকৈ নমনে। কিন্তু গায়ে-গাৰিয়ে মানুহজন একালত থুলন্তৰ, বলিষ্ঠ আছিল বুলি সহজেই অনুমান কৰিব পাৰি। চুটিকৈ ছটা চুলিখিনি বগা হৈ পৰিছে। চেলাউৰি দুকোছা আৰু প্ৰকাণ্ড গোঁফ কোছাও পকিছে—ডাঢ়ি নাই—বোধকৰো খুৰায়—কিজানি আজিয়েই খুৰাইছে। তেল-চিকটি লগা খাকী লংপেণ্ট এটা, তাৰ ওপৰত মটীয়া হাফছাৰ্ট এটা আৰু ডাঙৰ ডাঙৰ দুটামান ফুটা ওলোৱা, বেয়াকৈ গোঁথা একালত যি ৰঙেই নেথাকক এতিয়া বগা পাৰি অহা ছুয়েটাৰ পিন্ধি আছে।

গদাধৰ দাস ?

গদাধৰ দাস। তেৱেঁই। মই বুলিহে এনে বিচিত্ৰ পৰিবেশত এনে বিচিত্ৰ বেশত তেওঁক চিনিব পাৰিছোঁ। চাহৰ দোকানৰ ব্যস্ততাৰ ঠাইত এই নিৰ্জন আন্ধাৰ কমাৰশাল। মিলিটেৰী ইউনিফৰ্মৰ ঠাইত জোৰা-ফোন্দা দি লজ্জা নিবাৰণৰ এই দৃষ্টি প্ৰতিহত কৰা পোছাক। মহাব্যস্ত জনাকীৰ্ণ এই বাটটোত গদাধৰ দাদাৰ দোকান নিৰ্জন নিস্তব্ধ। তেওঁ হাতুৰীৰে ঠুক্-ঠুক্‌কৈ কোবাই থকাব শব্দখিনি কাণ নেপাতিলে নুশুনিয়েই। চিকমিকাই থকা বাকীবোৰ দোকানলৈ যেনেকৈ এনেয়ে বাটৰুৱাৰ চকু যায় তেনেকৈ গদাধৰ টী ষ্টললৈ মোব বাহিৰে কাৰো চকু যোৱা নাই—ষি টী ষ্টলত এতিয়া আৰু চাহ নেপায়।

মই লাহে লাহে, নিঃশব্দে আগবাঢ়ি গৈ বাৰান্দাখনত উঠিলোঁগৈ। গদাধৰ দাদাই তেতিয়ালৈকে মোক লক্ষ্য কৰা নাই। তেওঁ অবিৰাম ঠুক্‌ঠুক্ কৰিবই লাগিছে। ময়ো মাত লগাবলৈ ভাল পোৱা নাই, অলপ সময় থিয় দি আছোঁ, এনেতে পিটি থকা টিন টুকুৰাৰ আকাৰটো ঠিক হৈছে নে নাই হাতত দাঙি লৈ মুৰটো তুলি চালে—আৰু মোক দেখা পালে।

যথেষ্ট তীক্ষ্ন দৃষ্টিৰে মোৰ আপাদমস্তক চাই লৈ কৰ্কশ মাতেৰে তেওঁ সুধিলে, "কি লাগে ?"

"একো নালাগে।"

গদাধৰ দাদাৰ মাতটো আগৰ দৰেই ৰুক্ষ, তাত গ্ৰাহকৰ প্ৰতি প্ৰদৰ্শিত নম্ৰতাৰ লেশমাত্ৰ নাই ঃ

"একো নালাগে যদি কি লাগে ?"

হাঁহি উঠিছিল, কিন্তু নেহাঁহিলোঁ। যুদ্ধত শত্ৰু নিপাত কৰি উলটি

অহা আৰু উলটি আহি পেটৰ শত্ৰু বধ কৰিবলৈ আকৌ এখন যুদ্ধত লাগি যোৱা গদাধৰ দাসৰ মুখত আমি শুৱলা, সজাই-পৰাই কোৱা ভাষা কোনোদিন শুনাও নাছিলোঁ আৰু শুনিবলৈ আশা কৰাও নাছিলোঁ। তেওঁৰ তৈয়াৰী চুপি-চাকি একো নিকিনো যদি কিয় আহিছোঁ—ইয়াকে যে তেওঁ বুজাব খুজিছে সেইটো মই বুজিলোঁ।

অলপ সময় মনে মনে থাকি ক'লোঁ, "মোক চিনি পোৱা নাই দাদা? মই বিপুঞ্জয় কাকতি—আপোনাৰ দোকানত যে সদায় চাহ খাইছিলোঁ—কলেজত পঢ়িছিলোঁ—মই, দুলাল দত্ত আৰু নবীন পাটোৱাৰী যে একেলগে আছিলোঁ,"—

গদাধৰ দাদাই মোক ভালকৈ পৰীক্ষা কৰিবলে। মনত পেলাবলৈ চেষ্টা কৰিছে যেন লাগিল। বিশ্বাসত ল'ব খোজা নাই যেন পালোঁ।

মই আৰু দুখোজ ভিতৰ সোমাই গৈ চুপি-চাকি-জাৰণী-মগ আৰু খালী টেমাবোৰৰ মাজত ঠাই বিচাৰি থিয় হৈ ক'লো, "মনত পৰিছেনে—বিপুঞ্জয় কাকতি—মই আজিকালি মাষ্টৰী কৰোঁ—ছৈখোৱাত, একেবাৰে সিমুৰত। বহুত দিনৰ মূৰত গুৱাহাটীখন চাওঁ বুলি আহিছোঁ—বোলো আমাৰ পুৰণা গদাধৰ টী ষ্টলখনতো এবাৰ সোমাই যাওঁ—" মই ইফালে-সিফালে চালোঁ, বহিবলৈ কিবা পোৱা যায় নেকি বিচাৰিলোঁ।

গদাধৰ দাদা লাহেকৈ উঠিল। কি প্ৰকাণ্ড মানুহ! চাপৰ ঘৰটোত টিনপাতৰ ছালখনত লাগিব যেনেই লাগে। পায়জামা যেন হৈ পৰা খাকী লংপেণ্ট, তাৰ ওপৰৰ মটীয়া কামিজটো দীঘলীয়াকৈ বৈ পৰাত মানুহটোক আৰু ওখ যেন লাগি গ'ল। অলপ কুঁজা হোৱা যেন পায়। খোজবোৰো যেন সামান্য থৰক-বৰক। তেওঁ নিমাতে আওপুৰণি আলমাৰিটোৰ পাচফাললৈ গৈ ক্ষন্তেকতে এটা বাও ছিগা মূঢ়া লৈ আহিল। সেইটো মোৰ ওচৰত থৈ ক'লে, "বহা।" তেওঁ আকৌ নিজৰ ঠাইত বহিলগৈ—লক্ষ্য কৰিলোঁ তেওঁৰ কাম কৰা আসনখন কাঠৰ এখন চাপৰ টুল। মৱো সাৱধানে মূঢ়াটোত বহিলোঁ, যাতে বাও ছিঙি ওলাই অহা কাঠিবোৰে তলফালে বেয়াকৈ ঘাইল নকৰে।

"বিপুনুজয় কাকতি……" গদাধৰ দাদাই আবেলিৰ আলিবাটৰ ফালে চাই থাকি নিজকে কোৱাৰ দৰে ক'লে, "বিপুঞ্জয়!" তাৰ পিচত অন্যমনস্ক হৈ পৰাৰ দৰে মনে মনে থাকিল। হয়তো মনত পেলাবলৈ চেষ্টা কৰিলে। হয়তো অতীতটোৰ কথাবোৰ তেওঁৰ মনলৈ আহিল। কি আছিল সেই

অতীতটোত ? এখন সৰু, সাধাৰণ চাহৰ দোকান। যুদ্ধফিৰত এক সৈনিকে একমাত্ৰ জীয়েক পদ্মাক লৈ সেই দোকানখনৰ পৰাই জীৱিকা উলিয়াইছিল। আমি এদল গ্ৰাহকে সস্তীয়া, পেটৰ অসুখ কৰা চাহ-মিঠাইৰ লোভত নহ'লেও পদ্মাৰ গাভৰু দেহৰ সান্নিধ্যৰ আশাতে তালৈ নিয়মীয়াকৈ দিনটোত দুবাৰ-তিনিবাৰ গৈছিলোঁ। 'বাহিৰত খোৱা হয়েই যেতিয়া' বুলি মেছত চাহ খোৱা আমি বন্ধই কৰি দিছিলোঁ আৰু গদাধৰ টী ষ্টলত ব্যক্তিগত একাউণ্ট খুলি উঠনাকৈ খাবলৈ লৈছিলোঁ। কিজানি পদ্মাৰ কাৰণেই আন আন গ্ৰাহকেও গদাধৰ টী ষ্টল দিনৰ দিনটো আৰু ৰাতিও ভালেখিনিলৈকে গৰম কৰি ৰাখিছিল। বুঢ়াই নিশ্চয় দুৰ্বলতা বুজি পাইছিল। সেই কাৰণেই ·বাকী লিখা পকাবন্ধা বহীখন ঢেকঢেক কৰে হাঁহি মেলি দিছিল—কি হাঁহি, এটা এণ্টি-এয়াৰক্ৰাফ্ট গানৰ পৰা যদি মেচিনগানৰ দৰে গুলী ওলালহেঁতেন তেন্তে গদাধৰ দাসৰ হাঁহিটোও তেনেকুৱাই হ'লহেঁতেন—হুটা মাতটোৰে দাবি-ধমকি দি মাহৰ পইচা মাহে পুৰাপুৰি আদায় কৰিছিল, তেহেলৈ সেই পইচা আমি টিউচন কৰিয়ে উলিয়াওঁ বা ফাঁকি-ফুকা দি ঘৰৰ পৰাই আনোঁ—পদ্মাৰ আগত লাজত পৰাতকৈ আমি পাৰ্যমানে সকলো উঠনা আদায় কৰি দিছিলোঁ।

পদ্মা এতিয়া ক'ত ? বিয়া হৈ গ'ল ?

গদাধৰ দাদায়ো নিশ্চয় আমাৰ কথা মনত পেলাইছে জীয়েকৰ প্ৰতি থকা আমাৰ দুৰ্বলতাৰে সৈতে।

কথ-বতৰা অলপ সহজ কৰি তুলিবৰ মনেৰে মই ক'বলৈ ধৰিলোঁ যে বি-এ পাছ কৰিয়েই—মানে পৰীক্ষা দি আচলতে—ঘৰলৈ গুচি যাব লগা হ'ল। তাৰ পিচত চাকৰি বিচৰাৰ পালা। কিন্তু চাকৰিতো নেপাওঁ—অসমত ধান-চাউল পোৱা গ'লেও চাকৰি পোৱা নাযায়—"আচাম ট্ৰিবিউন"ৰ ছেকেণ্ড পেজ চাই দৰ্খাস্ত কিমান কৰিলোঁ—শেষত দৰ্খাস্ত পঠিয়াবলৈ আইক পইচা খুজিবলৈ লাজ লগা হ'ল—ইত্যাদি ইত্যাদি। শিক্ষিত নিবনুৱাৰ যি অৱস্থা হয় সকলোখিনি যে মোৰো হ'ল আৰু সৰ্বশেষত এবাৰ অনাই-বনাই ঘূৰি ফুৰোঁতে দিকচৌ ছৈখোৱাঘাটৰ ছোৱালী এম-ই স্কুলখনতে (নতুন স্কুল, দৰমহা কম আৰু অনিয়মীয়া) সুবিধা এটা পাই সোমাই গলোঁ আৰু এতিয়ালৈকে তাতে আছোঁ, চব কথা যিমান পাৰো চমুৱাই ক'লোঁ।

গদাধৰদাই সৰু ঘূৰণীয়া টিন এচলা বুটলি লৈ কৌচখনেৰে অসমান হৈ

থকা জোংবোৰ কাটি কাটি প্ৰকাণ্ড গোঁফ কোছাব তলত সামান্যভাবে হাঁহি সুধিলে, "লগৰ বাকীকিজনৰ কি খবৰ ?"

"সিহঁতকতো লগ নেপাওঁ দাদা—গুৱাহাটী এবাব পিচত আৰু সিহঁতৰ লগত দেখা-সাক্ষাৎ হোৱা নাই। দুলালব কবিতা অৱশ্যে মাজে মাজে মেগাজিনত দেখিবলৈ পাওঁ—দুলাল দত্ত—সি সাহিত্যিকতো—কবিতা লিখে --"

"কবিতা ?"

"অঁ কবিতা—মানে, পদ্য, পদ্য—সি লিখে—"

"আৰু তিন নম্বৰজন ?"

আ, দাদাব তেনেহ'লে চব মনত পবিছে ! নবীনব কথা সুধিছে। মই উৎসাহেৰে ক'লোঁ, "নবীন পাটোবাৰীকো লগ পোৱা নাই। তাব ঘৰতো উত্তৰ কামৰূপত—নলবাৰীৰ ওচৰত নে বঙিয়াত—সি খুব লেকচাব মাৰিব পাৰিছিলতো, কিবা এটা কবি খাইছে নিশ্চয়—পঞ্চায়তে তঞ্চায়তে সোমাইছে নিশ্চয়—"

"অঁ সি কেতিয়াও নেখাই নমৰে। নবীন নেখাই মৰা ল'বাই নহয়।" সাত ঘাটৰ চেঙেলীস্বৰূপ নবীনকে আমাব তিনিওৰে ভিতৰত গদাধৰদাই প্ৰশংসাব চকুৰে চাইছিল বুলি আজিহে জানিলোঁ। সি আমাব ভিতৰত আটাইতকৈ টেঙৰ বুলি স্বীকাব কৰো। আমি মেছত পাল পাতি নিজেই ৰান্ধি খাইছিলোঁ। কেতিয়াবা পইচাব অভাব হ'লে দুলালে মযে হা-হুমুনিয়াহ কাঢ়ি মূবে কপালে হাত দি নাহি থাকোঁ। নবীনৰ পইচা অহাব কোনো নিৰ্দিষ্ট বাট নাছিল। ঘৰৰ পৰাতো তাক দিবই নোবাৰিছিল। ধাৰ কৰি, খুজি আনি ক'ৰবাত কিবা কাম কৰি দি সি পইচা আনিছিল। এনে অনিশ্চিত উপাৰ্জনতো কিন্তু তাব কোনো ভয়-চয় নাছিল। সেই নবীনেই আমাব পইচা নহবৰ দিনত মনে মনে ওলাই গৈ কাৰোবাৰ পৰা হয় টকা, নহয় কোনোবা দোকানৰ পৰা বস্তু-বাহানি উঠনাকৈ লৈ আহিছিল। দুলালব পইচা ঘৰৰ পৰা নিয়মীয়াকৈ আহে। মই এটা টিউচনৰ বানচ আৰু পাঠশালাৰ পণ্ডিত দেউতাই পঠোৱা সামান্য পইচাবে লেঠা মাৰিব লাগিছিল।

এদিন নবীনে প্ৰস্তাৱ দিছিল, "পদ্মাক ক'ৰবাত পলুৱাই লৈ যাওঁ ব'ল।"

"ধেৎ পাগল নেকি ?" দুলাল আতঙ্কিত হৈ উঠিছিল। আতঙ্কিত

ময়ো হৈছিলোঁ। কিন্তু গৰমে গৰমে সেইটো জানিবলৈ নিদি সুধিছিলোঁ, "পদুমা তোৰ লগত যাবনে ?"

"তাইৰ ফাদাৰ যাব। বৰ সতী-সাধ্বী বুলি ভাবিছ নেকি ? ছোৱালী মানুহে দোকানত চাহ-মিঠাই বেচে ? বাপেকটো আগত থাকোঁতেও গ্ৰাহকৰ লগত ইয়াৰ্কি মাৰে ? গদা বেটাই তাইক লৈ আহিছে গ্ৰাহক টানিবলৈকে।"

"পলুৱাই নি খুৱাবি কি ?"

"এতিয়া যি খাইছোঁ সেই।"

দুলালে কথাটো আৰু আগবাঢ়িবলৈ নিদি ক'লে, "বাদ দে, বাদ দে সেইবোৰ। চাহ বেচা ছোৱালী এজনীক লৈ মৰিবলৈ আমি এইদৰে কলেজত কষ্ট কৰি পঢ়াহি নাই।"

"কিন্তু তোৰ কবিতাবোৰ হ'লে চাহ বেচা ছোৱালী এজনীক লৈ লিখি থাকিব পাৰ।"

যি হওক, নবীনে সেই সাংঘাতিক প্ৰস্তাৱটো কাৰ্যকৰী কৰিবলৈ আৰু আগনেবাঢ়িলে।

গদাধৰদাই ইতিমধ্যে ঘূৰণীয়া টিনচলা পিটিবলৈ আয়োজন কৰিলে। ভালেখিনি সহজ হ'ব পৰা যেন পাই মই সুধিলোঁ, "দাদা, চাহৰ দোকানখন কিয় বন্ধ কৰি দিলে ?"

ঘপ কৰে তেওঁ মুখৰ দাড়ি খঙেৰে মোৰ ফালে চালে। দোষ যেন মোৰেই, এনে ভাবত কৰ্কশ মাতটোৰে ক'বলৈ ধৰিলে, "বন্ধ কৰা নাই, বন্ধ হৈ গ'ল। গ্ৰাহক নাহিলে দোকান চলে নেকি ? যিমান চব বেইমানে ৰাতিপুৱা চকু মোহাৰিয়েই গদাধৰ টী ষ্টলত পৰি আৰু ঘুগনি খাবলৈ আহিছিল সেই চবেই মহাৰাজৰ নতুন দোকানত ভুজিয়া খাবলৈ গুচি গ'ল। চিঙাবাব লগত চাটনি দিয়েতো—তাকে চেলেকিবলৈ গুচি গ'ল।"

বৰ দুখৰ কথা। পৃথিৱীৰ উন্নতি হয়, পুৰণা বেয়া বস্তুৰ ঠাই নতুন ভাল বস্তুৱে লয়—মানুহে নতুন চিকমিকীয়া বস্তুৰ পাচত ল'ৰে। লেতেৰা পৰিবেশত বেয়া চকি-বেঞ্চ পতা দোকানত বেয়াকৈ তৈয়াৰী জলপান খাবলৈ গ্ৰাহক নৈ নেথাকে। মহাৰাজ নামধাৰী কোনোবা মিঠাইৱালাই নতুনকৈ ধুনীয়া আচবাবেৰে পতা দোকানত ভালকৈ তৈয়াৰী মিঠাই খাবলৈ লৰ ধৰে। গদাধৰ দাস নামৰ যুদ্ধফিৰৎ এক সৈনিকৰ জীৱিকা মৰা গ'ল, তাৰ খবৰ কোনে ৰাখে ? বৰ দুখ কথা।

এইবাৰ অলপ কৌশল খটাই কথা উলিয়ালোঁ, "আপোনাৰ কিন্তু বহুত বিদ্যা আছিল গদাধৰদা। অসমীয়া মানুহে মিঠাইৰ কাম সাধাৰণতে নকৰেই, আপুনি তাকো কৰিলে। আকৌ তাৰ পিচত এইবোৰো যে কৰিব পাৰে সেইটোও আমি জনা নাছিলোঁ। যি দেখিছোঁ আপুনি বেছ সুন্দৰ বিজিনেছ চলাইছে।"

টিনচলা বোধকৰো টিপচাকিব তলী, খাজ কৰিবৰ মনেৰে গদাধৰদাই পিটিবলৈ আৰম্ভ কৰিলে। তাৰ মাজে মাজে দুই চাৰিটা শব্দ খৰচ কৰি কৰি মোক জানিবলৈ দিলে যে সেইটো হয়, মিলিটেৰীত থাকোঁতে তেওঁ ঠিক মেকানিক নাছিল যদিও গাড়ী-চাড়ীৰ ওচৰে-পাজৰে ফুৰিবলৈ পাইছিল আৰু সেই কাৰণে দুই-এবিধ হাতিয়াৰ চাব-ছুব পাৰিছিল। টী ষ্টল বন্ধ হৈ যোৱাত সেই বিদ্যাকে অলপ ঘঁহি-মাজি লৈ তেওঁ কমাৰশালখন পাতি ল'লে।

বস্তুবোৰ বিক্ৰী হয়নে ?

বিক্ৰী কৰি ফুৰিব নেলাগে। টিপচাকি লগোৱা দুখীয়া মানুহ আমাৰ দেশত এতিয়াও অসংখ্য আছে। পাইকাৰীয়ে আহি সময়ে সময়ে এইবোৰ লৈ যায়। দিনৰ দিনটো ব্যস্তই থাকিব লাগে। টাউনৰ বাবুসকলক কেতিয়াবা পাইখানাৰ মগ, কেতিয়াবা শাকত পানী দিবলৈ জাৰণী, কেতিয়াবা চৰুৰ তেল পকিছে নে নাই চাবলৈ গছা লগা টিপচাকিৰ দৰকাৰ হয়। বাল্টি-চাল্টিও কেতিয়াবা জালাই কৰিব লগাত পৰে।

যোগালি নেলাগে ?

যোগালি নেলাগে। বৰ বেছি টান কাম নহয়। মেটৰৰ ল'ৰা দুটাই খালি টেমা গোটাই আনি দিয়ে। ডাঙৰ টিনবোৰ দুটা ফেৰিৱালাই দি দি যায়। কাটি কাটি জালাই কৰি যাব লাগে। বচ, একো দিগদাৰ নাই।

আগেয়ে গদাধৰ টী ষ্টলত চাহ-মিঠাই দিবলৈ, গিলাচ ধুবলৈ, ফাইফৰমাচ খাটিবলৈ দুটা 'পোৱালি' ৰখা হৈছিল। ৰাতিপুৱা আৰু গধূলি গ্ৰাহকৰ ইমান ভিৰ হৈছিল যে সিহঁত দুটাই লৰি ধাপৰি ফুৰিব লগাত পৰিছিল, পদমাইতো চাৰিওফালে চকু ৰাখিছিলেই আনকি স্বয়ং গদাধৰদায়ো মহাজনৰ আসন এৰি উঠি আহি সহায় কৰিব লগাত পৰিছিল।

অৱশ্যে সকলোৰে খাবলৈ বিচাৰিছিল পদমাৰ হাতেহে। পদমা ! একপ্লেট মুগনি, দুটা পুৰি। পদমা ! চাহ চিঙৰা ! দিদি ! এক গজা ! এই পুৱালি কি চাহ বনাইছ পদমা দিদিকে মাত ! হেৰা পদমা, আমি তিনিটা ঘাট

মাউৰা ল'ৰা অথনিবে পৰা পৰি আছোঁ, এবাৰ চকু মেলি চোৱাঁ। (ফ্‌চফ্‌চাই) পোৱালিক আনিবলৈ নক'বা বুইছা, বৰ লেতেৰা—আৰু তুমি আনি দিলে হেঃ হেঃ ··

এই সকলো গোলমালৰ উৰ্দ্ধত উঠি সকলোৰে কাণত পৰেহি, নিশ্চয় বাটৰুৱা মানুহৰ কাণতো পৰেগৈ গদাধৰদাৰ বিকট কৰ্কশ চিঞৰৰ নিৰ্দেশ, গালি-গালাজ।

আজি সেই গদাধৰদাৰ কমাৰশাল নিৰ্জন। এটাও যোগালি নোলোৱাকৈ অকলেই কাৰবাৰ চলাই আছে। মই লাহে লাহে দুই এটাকৈ প্ৰশ্ন কৰি কৰি আৰু বহুত কথা উলিয়ালোঁ।

চাহৰ দোকানৰ দিনত গদাধৰদাই অলপ আঁতৰত ঘৰ ভাড়া কৰি আছিল। ৰাতি ন বজামানত বাপেক-জীয়েকে দোকানতে খাই-বৈ ঘৰলৈ গুচি গৈছিল। দোকানত পোৱালি দুটা শুইছিল। ৰাতিপুৱা সিহঁতে জুই জ্বলাই পানী বহুৱাই থয়। পদুমা আৰু গদাধৰদা নিচেই পুৱাতে গা-পা ধুই দোকানলৈ আহে—জুই জ্বলি পানী উতলি নেথাকিলে পোৱালিহঁতৰ দিন বেয়া—ঠাঁচ ঠাঁচ চৰ আৰু সলসলীয়া গালি খাব লাগে। এতিয়া গদাধৰদাই ভাড়াঘৰ এৰি দিলে। ইয়াতে আলমাৰিটোৰ পাচফালে থাকে। ওচৰৰে এখন হোটেলত খায়—বাকীকৈ—আগেয়ে লোকৰ বাকী লিখাৰ দৰে এতিয়া খাটাত নিজৰ বাকী লিখায়। এই কোঠাটো সেই তেতিয়াৰে পৰা এৰি দিয়া নাই, ভাড়াও তেতিয়াৰ সমানেই দি আছে ; মালিকজন বহুত দিনৰ চিনাকি কাৰণে একো কোৱা নাই—"মই মবালৈ অপেক্ষা কৰি আছে, তেতিয়া ভাড়া চাৰিগুণমান বঢ়াই ল'ব।" আমি তিনিটাই বি-এ পৰীক্ষা দি মেছ ভাঙি ঘৰাঘৰি গুচি যোৱাৰ কিছুদিন পিচতে চাহৰ দোকান বন্ধ হৈ গ'ল। সদায় দোকানলৈ অহা এটা মানুহৰো গদাধৰদাই মুখ নেদেখা হ'ল। কিজানি কোনোবা এইপিনেদি পাৰ হৈ গ'লেও মাত লগাবলৈ টান পায়। মানুহবোৰ বেইমান হৈ গৈছে। কাবোবাৰ কাবোবাৰ অলপ অলপ বাকীও বৈ গ'ল। কিন্তু তাৰ কাৰণে গদাধৰ মৰা নাই। নেলাগে সিহঁতে পইচা দিব—বহীখনো তেওঁ ফালি ছিৰি দলিয়াই পেলাই দিছে। কিন্তু চিনাকি মানুহক এষাৰ মাত দিলে কি হয় ? বেইমান !

গদাধৰদাৰ মুখত তিক্ততাপূৰ্ণ ভাষা শুনি মই অলপো আচৰিত নহলোঁ। দ্বিতীয় বিশ্বযুদ্ধত গদাধৰ দাসো মালয়, বাৰ্মা আৰু শেষত কহিমাৰ ওচৰত যুদ্ধ কৰিছিল। জাপানী সৈন্যৰ হাতত মাৰ খাই খাই পাচ হুহকি আহি

আছিল যদিও তেওঁলোকে বহুত ঠাইতে জাপানীহঁতৰ লগত তয়াময়া যুদ্ধ দিছিল—ভালেমান লোমহৰ্ষক অভিজ্ঞতা গদাধৰদাই ৰাতি গ্ৰাহক কমি অহা পৰত আমাৰ আগত বৰ্ণনা কৰিছিল। আমি তন্ময় হৈ মনে মনে শুনি গৈছিলোঁ, আনকি পদ্মালৈকো চাবলৈ একোবাৰ পাহৰি গৈছিলোঁ। এদিনতো দুলালে মেছলৈ গৈয়েই বহী এখন খুলি খচ-খচকৈ গদাধৰ দাসৰ বীৰত্বৰ বিষয়ে এটা দীঘলীয়াকৈ কবিতাকে লিখি পেলাইছিল—সাহিত্যিকৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰি মই আৰু নবীনে নীৰবে গৈ ভাত বন্ধাত লাগিছিলোঁ। মইতো সেইদিনা খুব গভীৰভাবে উপলব্ধিয়েই কৰিছিলোঁ যে ফেচিজিমৰ কৰাল গ্ৰাসৰ পৰা বিশ্বৰ অগণন নিৰ্দ্দোষ মানুহক ৰক্ষা কৰিবলৈ আৰু এখন নতুন, সুখৰ পৃথিৱী গঢ়ি তুলিবলৈ যি দ্বিতীয় বিশ্বযুদ্ধ লাগিছে তাত লাচিতৰ দেশৰ এজন বীৰ গদাধৰ দাসে নিজকে উছৰ্গা কৰিছিল। আৰু কিজানি ভাৱিছিলোঁ যে আৰ্ত্ত, নিষ্পেষিত, অশিক্ষিত মানুহক সহজ ধৰ্ম্মৰ শান্তি প্ৰদান কৰা কবি শ্ৰীশঙ্কৰদেৱৰ দেশৰ এজন উদীয়মান ডেকা কবিয়ে সেইজন বীৰৰ প্ৰশস্তি গাবলৈ যোৱাটো বৰ ভাল কথা হৈছে—তাত আমি দেশমাতৃৰ দুই অভাজন সন্তানেনো সেই কবিৰ ভাত এসাজো ৰান্ধি নিদিম নে? গদাধৰদাৰ কাহিনী শুনি এনেকুৱাই কিবাকিবি প্ৰতিক্ৰিয়া আমাৰ মনত হৈছিল বুলি এতিয়া মোৰ অলপ অলপ মনত পৰিব ধৰিছে।

সঁচা মিছা নেজানো, গদাধৰদাই কৈছিল, তেওঁ বোলে এবাৰ গুলী শেষ হৈ যোৱাত ৰাইফেলেৰেই কোবাই কোবাই দুটা জাপানী মাৰিছিল—চাহাব অফিচাৰ এজনেহে তেনেতে পাচফালৰ পৰা টানি আনি তেওঁক কিছু আঁতৰৰ নিজৰ মানুহৰ মাজত পেলাই ৰক্ষা কৰিছিল—আৰু এবাৰ বোলে ডাঠ হাবিৰ মাজত তৰ্কিব পৰাৰ আগতেই মাত্ৰ এখোজ আগত এটা জাপানী সৈন্য ঘপকৰে লুকাই থকাৰ পৰা থিয় হৈছিল আৰু গদাধৰদাই বন্দুক টোঁৱাবলৈ সময় নথকাত তাৰ পেটতে বিৰাট গোৰ এটা মাৰি বগৰাই পেলাই বেয়নেটেৰে খুচি মাৰি পেলাইছিল। গদাধৰদা যি দৈত্যৰ দৰে মানুহ আৰু ভাৰতীয় সৈনিকৰ যিহে প্ৰকাণ্ড গধুৰ বুট—বেয়েনেটেৰে খুচিবৰ কিজানি দৰকাৰেই নহৈছিল, গোৰ লগাওঁতেই জীৱ ওলাই গৈছিল।

এতিয়া কমাৰশাল খুলি পেট প্ৰৱৰ্ত্তোৱা গদাধৰদাৰ অৱস্থা দেখি মই সোঁৱৰাই দিব পাৰোঁ—কিন্তু নিদিওঁ—যে তেতিয়া মই যি মন্তব্য কৰিছিলোঁ এতিয়াও মিছা বুলি প্ৰমাণ হোৱা নাই। মই তেতিয়া অলপ-অচৰপ

গান্ধীবাদী অহিংসাত বিশ্বাসী আছিলোঁ। মই কৈছিলোঁ যে মানুহে মানুহ মাৰি কোনো দিন মানুহৰ সমস্যা সমাধান কৰিব নোৱাৰে। নহ'লে গদাধৰদাই কিয় বাৰু চাহৰ দোকান দি ৰোজগাৰ মোকলাব লাগে? তেওঁতো মানুহৰ ভাল কৰিবলৈ ওলোৱা যুদ্ধতে নিজৰ প্ৰাণটো আগবঢ়াই দিছিল।

এনেকুৱা ডাঙৰ কথা কৈ দিলে গদাধৰদা অলপ সময়ৰ কাৰণে হ'লেও জব্দ হৈ গৈছিল।

তেওঁৰ লিখা-পঢ়া নিতান্ত সামান্য। গান্ধীবাদ, অহিংসা, নিষ্ক্ৰীয় প্ৰতিৰোধ এইবোৰ কথাৰ মৰ্ম তেওঁ পাইছিল বুলি মনে নধৰে। খবৰ কাগজ পঢ়ে বুলি আমি এদিনো শুনা নাছিলোঁ। সেইবাবে এনে ধৰণৰ কথা পাতি তেওঁক তাৰ মাজলৈ টানিবলৈ গ'লে গদাধৰদা বিমোৰত পৰিছিল। কিন্তু তেওঁ মনে মনে থকাৰ আৰু এটা কাৰণ আছিল। যুদ্ধ শেষ হোৱাত গদাধৰদা পাণবাৰী নে পানীখাইতীৰ পিনে থকা নিজ গাৱঁলৈকে উলটি আহিছিল। অলপ বয়স হোৱাত আৰু মৰাকটাবোৰ কৰি কৰি বিকট্যা লগাত খেতি-বাতি কৰিয়েই পদুমাক বুকুত বান্ধি কটাই দিব বুলি ভাবিছিল। পদুমাৰ মাক মৰাৰ খবৰ যুদ্ধৰ খদম-দমৰ মাজতেই তেওঁ পাইছিল। পদুমাক পাটগাভৰু বয়সতে এৰি গৈছিল। তাই বৰপিতাক-খুৰাকহঁতৰ আশ্ৰয়তে আছিল। ঘৰৰ অৱস্থা তেনেকৈ ভাল নহয়। সাধাৰণ খেতিয়কৰ ঘৰ। মাটিও সামান্য। খেতি তেনে ভাল নহয়। তিনি ককাই-ভাইৰ এপাল মানুহৰ পেট। ঘৰলৈ আহি দুদিনতে গদাধৰদাই বুজিব পাৰিলে যে তেওঁ যুদ্ধৰ পৰা উলটি আহিছে যেতিয়া নিশ্চয় বহুত টকা-পইচা লৈ আহিছে—ককায়েকহঁতৰ এই ধাৰণা। ইতিমধ্যে খাজনা নিদিয়া মাটি নীলামত যায় বুলি ককায়েকে অলপীয়া মাটিৰে অলপ বেচিও দিছিল। গদাধৰদাই "বহুত টকা-পইচা"ৰ অলপো উলিয়াই নিদিয়াত ঘৰখনে বেয়া পালে আৰু আকাৰে-ইঙ্গিতে বুজিবলৈ দিলে যে গদাই চৰকাৰৰ পৰা সাহায্য লৈ কিবা এটা কৰাই ভাল—অৱশিষ্ট মাটিৰে কেউজনৰ সংসাৰ চলোৱা টান।

অৱশেষত এদিন ককায়েকে খোলাখুলিকৈয়ে ক'লে যে খাজনাৰ কাৰণে গদাই "এই কেবছৰত" একো নিদিয়া বাবেইহে এডোখৰ মাটি বিক্ৰী কৰি দিব লগা হ'ল—ঘৰখনত চাকৰিৰ সিয়েইহে কৰে—"তোৰ ভাগৰেই মাটি গ'ল বুলিব লাগে।"

গদাধৰদাই বৰ বেজাৰ পালে। খঙো উঠিল ভীষণ। কিন্তু এখন কাঁজিয়া লগাই গাওঁখনত বদনাম কৰিব নুখুজিলে কাৰণে তেওঁ পদ্মাক লৈ গুৱাহাটীলৈ গুচি আহিল। পইচা-পাতি যি আছিল তাৰেই চাহৰ দোকান খুলি দিলে। মাউৰী ছোৱালী পদ্মা গাঁৱতে টেঙৰী হৈ উঠিছিল— যুঁজাৰু বাপেকৰ চিঠিবোৰ পঢ়ি পঢ়ি তাই নিজৰ মনতে এখন বেলেগ জগতেই ৰচনা কৰি লৈছিল। গদাধৰ টী ষ্টলত থাপ খাই পৰিবলৈ তাইৰ বৰ বিশেষ টান নহ'ল। তাতে পিতাকৰ মৰমে তাইক বিশেষ সহায় কৰিলে।

গতিকে যুদ্ধলৈ গৈতো মানুহৰ পৰা গদাধৰ দাসে একো উপকাৰ নেপালে? বৰ দুখৰ কথা।

পদ্মাৰ কথা সোধোঁ সোধোঁ বুলিও তেতিয়ালৈকে সুধিব নোৱাৰিলোঁ। মুখৰ আগলৈ কেবাবাৰো আহি আহি উলটি গ'ল। বুঢ়াই গালি পাৰি দিয়ে বুলি ভয় লাগিল। আগতে আমি তিনি বন্ধুৱে চাহ খাবলৈ যোৱাৰ নামত ঘণ্টাৰ পিচত ঘণ্টা গদাধৰ টী ষ্টলতে কটাই দিছিলোঁ পদ্মাক এৰি আহিব নোৱাৰা কাৰণেই। তাই যে কিবা অপৰূপ অনিন্দ্য সুন্দৰী আছিল তেনেও নহয়। মঙ্গোলীয় মুখাৱয়বৰ নিয়মীয়াকৈ ওখ এজনী সাধাৰণ ছোৱালী। কিন্তু আছিল তেজৱন্তী, স্বাস্থ্যৱতী আৰু যৌৱন-টলমল। প্ৰথম দেখাৰ পিচতে দুলালে মেছলৈ গৈ কেইদিনমানলৈ উধাই-মুধাই প্ৰেমৰ কবিতা আওৰাইছিল। পদ্মাক আমি সুবিধা পালেই আমাৰ টেবুলৰ কাষত আটক কৰি ৰাখিছিলোঁ আৰু যিমান পাৰোঁ খৰখেদাকৈ সণ্টিত মৰমবোৰ উবুৰিয়াই দিছিলোঁ। কিন্তু গদাধৰদাই জীয়েকৰ ওপৰত তীক্ষ্ন দৃষ্টি ৰাখিছিল—মানে আমাৰ নিচিনা গ্ৰাহকৰ ওপৰতো। "পদ্মা সিফালে ৰামৰতন বহি আছে, কি লাগে দে," এই বুলি জীয়েকক নিষ্ঠুৰভাৱে আমাৰ কাষৰ পৰা আঁতৰাই লৈ যায়, নাইবা পোৱালি দুটাক চিঞৰি চিঞৰি গালি পাৰিলেও আমি বুজিব লাগিব যে আচলতে জীয়েকৰ লগত চুপতি মৰা কাৰণে সেই গালি তেওঁ আমাৰ ওপৰতেই বৰ্ষণ কৰিছে।

পদ্মা যে নিজু, গহীন, সতী-সাধ্বী ছোৱালী আছিল, সিও নহয়। আমাৰ লগত লুকাই-চুৰকৈ চুপতি মাৰিবলৈ ভালেই পাইছিল—বঙা পৰি গৈ কিন্তু মিঠাকৈ হাঁহি 'বদমাচ', 'মৰাটো' আদি শব্দবোৰ আমাৰ সজাগ কৰ্ণকুহৰলৈ এৰি পঠিয়াই দিয়াতে তাৰ প্ৰমাণ। দুলালৰ সজোৰ বাধাত নবীনে তাৰ প্ৰস্তাৱটো কাৰ্য্যকৰী নকৰিলে বুলিহে; নহ'লে কিজানি তাই তাৰ লগতে গৈ আমাৰ

মেছেই ওলালগৈছে তেন। সৰহভাগ কথা নবীনেই কৈছিল, আৰু কথাৰ মাজে মাজে অবিৰাম চকু টিপিয়াই যোৱা দেখি মোৰ যে বুকু টিপিং টিপিং কৰিছিল। এদিন ৰাতি মেছলৈ যোৱাৰ পিচত দুলালে নবীনক কৈছিল, "তোৰ লগত আৰু চাহ খাবলৈ যাব নোৱাৰি। পদ্মাৰ হাতত কিয় ধৰিছিলি আজি?" নবীনে হাঁহি হাঁহি উত্তৰ দিছিল, "ছুই চাবৰ মন গ'ল অ'। কেতিয়াও পোৱা নাইতো।" দুলালে বহুত পৰলৈকে নবীনক বুজাইছিল যে তেনে কাম কৰিব নেপায়, আমাৰ প্ৰত্যেকৰে ঘৰৰ সন্মানৰ প্ৰশ্ন আছে, তদুপৰি পদ্মাও তেনেকৈ চৰিত্ৰহীনা ছোৱালী নহয়, বাধ্যত পৰি গদাধৰদাই তাইক চাহ বেচাত লগাইছে হয়, ইত্যাদি ইত্যাদি। নবীনৰ কাণত সেই উপদেশ সোমাইছিল নে নাই ক'ব নোৱাৰোঁ। সি পাকঘৰত দুটা চৰু বহুৱাই দি ভাতৰ উতল অহালৈ আৰু দাইলবোৰ ফাট মেলালৈ বাট চাই "আ মোৰ দেহাৰ ভাৰসা নাইবে··· কোন দিনা যাই চলি" নে কি বুলি কিবা গীত এটা একান্ত মনে গাই গৈছিল।

সেইদিনা ৰাতিতেই দুলালে 'নেখাবি গছৰ গুটি' বুলি এটা কবিতা লিখি পিচদিনা ৰাতিপুৱা আমাক পঢ়ি শুনাইছিল। ধৈৰ্য্য ধৰি শুনি "ভাল হৈছে দে, সুন্দৰ হৈছে" বুলি নবীনে বাল্টিটো লৈ পানী আনিবলৈ ওলাই গৈছিল। নিৰাশ আৰু বিৰক্ত হৈ পৰা কবিৰ মুখলৈ চাই মই কিন্তু ঠিক বুজিব পাৰিছিলোঁ যে দুলালে বুজাব আৰু নবীনে বুজিব নোৱাৰিলেও বুজাব ভাও ধৰিব, দুইটাৰে মনৰ অদ্ভুত মিল।

কামত ব্যস্ত হৈ পৰা গদাধৰদাক সুধিলোঁ, চিগাৰেট খাব নেকি। মোৰ ফালে নোচোৱাকৈয়ে তেওঁ সুধিলে, আছে নেকি? মই চিগাৰেট আনিবলৈ আলিবাটলৈ ওলাই আহিলোঁ। গধূলি ভালকৈয়ে হৈছে। ষ্ট্ৰীট লাইটবোৰ, দোকানৰ লাইটবোৰ, গাড়ীৰ হেডলাইট জ্বলি উঠিছে। মই চিগাৰেট এপেকেট কিনি আনিলোঁ। মোৰ চিগাৰেট খোৱাৰ অভ্যাস তেনেকৈ নাই কাৰণে এটা লগাই লৈ বাকী গোটেই পেকেটটো গদাধৰদাৰ হাতত দিলোঁ। তেওঁ ইতিমধ্যে মূৰৰ ওপৰৰ বাল্বটো জ্বলাই লৈছে।

আমি দুয়ো নীৰৱে কিছু সময় ধোঁৱা উৰুৱাই গ'লোঁ।

আলিবাটত মানুহ আৰু গাড়ীৰ ভিৰ ক্ৰমাৎ বাঢ়ি গৈছে। বজাৰ কৰিবলৈ, ফুৰিবলৈ, চিনেমা চাবলৈ মানুহবোৰ ওলাই আহিছে।

পৰিবেশটো সহজ হোৱা যেন পাই মই লাহেকৈ সুধি পেলালোঁ, "দাদা, এতিয়া পদ্মা ক'ত?"

অলপ ভয় খাইছিলোঁ। কিন্তু গদাধৰদা ক্ষন্তেক তভক মাৰি থাকিল। দীঘলকৈ উশাহ এটা টানি লাহেকৈ ক'লে, "বিয়া হৈ গ'ল। তাই আজিকালি বঙ্গাইগাঁৱৰ পিনে থাকে।"

মনটো সামান্য বেয়া হৈ গ'ল। তাতকৈ কিজানি গদাধৰদাই "কেলৈ লাগিছে পদ্মাৰ কথা ?" বুলি কৰ্কশ মাতটোৰে গৰ্জন ধৰা হ'লেই চ'ক এটা খাই বেয়া লগাটো নহ'লহেঁতেন। আচৰিত কথা, পদ্মাৰ বিয়া হৈ যোৱা বুলি জানি মোৰ মন বেয়া হৈ গ'ল। পদ্মা মোৰ প্ৰেমিকা নহয়; ময়ো তাইৰ প্ৰেমিক নহওঁ। তথাপি চিনি পোৱা, ভাল লগা, ওচৰ চপা এজনী ছোৱালী লোকৰ হৈ যোৱাটো অসহ্য বোধ হৈছে। কি যে ছেণ্টিমেণ্টালৰ দল আমি, বোধহয় পদ্মাৰ অলপ অলপ প্ৰেমিকেই আছিলোঁ। অথচ দুখ লগাটোৱেই সাৰ। ছোৱালী যিমানেই ধুনীয়া নহওক, বিয়া হৈ যোৱাৰ পিচত আৰু খবৰ ৰাখিবৰ প্ৰয়োজন নহয়।

সাধাৰণ দু-আষাৰমান কথা পাতি ময়ো গুচি আহিবলৈ উঠিলোঁ। ক'লোঁ, যে বহুত বছৰৰ পিচত মৰমৰ ঠাইডোখৰ চাই যাব পাৰি, গদাধৰদাক লগ পাই যাব পাৰি বৰ ভাল পালোঁ, আকৌ বা কেতিয়া দেখা হয় কোনে জানে, ইত্যাদি। গদাধৰদাই একো নেমাতিলে। বৰং ২৫ পাৱাৰমানৰ বাল্বটোলৈ এবাৰ চাই টিন কটা কেঁচিখনহে তুলি ল'লে। মানুহটোৰ মনত মানৱীয় গুণ কিবা থকা বুলি আগতেও প্ৰমাণ বিশেষ পোৱা নাছিলোঁ, আজিও নাপালোঁ।

চালিখনৰ পৰা নামি আহিলোঁ। আগতে ঘণ্টাৰ পিচত ঘণ্টা বহি গদাধৰ টী ষ্টলৰ পৰা গুচি আহিবলৈ ভাবিবোৰ গধুৰ গধুৰ লাগিছিল। আজি মনটো গধুৰ গধুৰ লাগিল।

"ৰিপুঞ্জয় ! চাওঁ শুনা।" পাচফালৰ পৰা গদাধৰদাৰ কৰ্কশ চিঞৰ শুনি আচৰিত হলোঁ। তথাপি উভতি গৈ পুনৰ বাৰান্দাত উঠিলোঁ। মদ খোৱাৰ অভ্যাস থকা মানুহ—অলপ পইচা খুজিব হয়তো—জেপলৈ টান পৰিলেও দিব লাগিব। বুঢ়াৰ চকুলৈ প্ৰশ্নেৰে চালোঁ।

"ফুৰি-চাকি আহা গৈ। ৰাতি মোৰ লগতে খাবা। মই যোগাৰ কৰি ৰাখিম—পিচে হোটেলৰ ভাতহে।"

অবাক হৈ গলোঁ। নিজৰ কাণকে বিশ্বাস কৰিবৰ মন নগ'ল। অভিভূত হৈ কথাও ক'বলৈ একো বিচাৰি নেপালোঁ।

প্ৰকাণ্ড গোঁফকোছাৰ তলতে সামান্য হাঁহি গদাধৰদাই আকৌ ক'লে, "যোৱা। ৮৷৯ বজাত আহিবা। এটা বটল যোগাৰ কৰি আনিব পাৰিবা ?"

এইবাৰ ক'লোঁ, সেইবোৰ ক'ত পাম ? মইতো কাকো চিনি-জানি নেপাওঁ দাদা। তাতে গুৱাহাটীত প্ৰহিবিচন আছে—আবকাৰীয়ে পালে · · ।

ঢেকঢেককৈ হাঁহি গদাধৰদাই ক'লে, "বাৰু নেলাগে যোৱা। তুমি মাষ্টৰ মানুহ, সেইবোৰ ক'ত পাবা ?"

স্বস্তিৰ নিশ্বাস পেলাই ওলাই আহিলোঁ। গদাধৰদাৰ আকস্মিক নিমন্ত্ৰণীটোৱে মনটোও পাতলাই দিলে। ইমানখন চহৰৰ বৰ্দ্ধিষ্ণু প্ৰাণচাঞ্চল্যৰ মাজতো যে মই মাটিৰ ঢাকি হেন ঢিমিক-ঢামাককৈ জ্বলি থকা তেওঁৰ কমাৰ-শাললৈ আগ্ৰহ কৰি গৈছোঁ, তাৰ অনুকূল সহাঁৰি তেওঁ এইদৰে দিব ধৰা দেখি ভাল লাগিল।

কিন্তু অবিৰাম টিলিং টিলিং কৰি থকা ৰিক্সা আৰু খবৰদাৰ খবৰদাৰ কৰি অহা ঘোঁৰা গাড়ীৰ খুন্দা খোৱাৰ ভয়ত সেই ভাল লগা ক্ষন্তেকতে নোহোৱা হৈ গ'ল। মাটি আৰু শিলগুটি কঢ়িওৱা লড়ী, পৰ্বত প্ৰমাণ বোজা বৈ নিয়া ট্ৰাক, ঢিকমিক কৰি থকা কাৰবোৰ, টোকা পৰুৱাৰ দৰে পিৰ্নপিনাই ফুৰা অটো ৰিক্সা—হাটৰুৱা আৰু বাটৰুৱাতো আছেই। এইখন চলন্ত দেৱাল পাৰ হৈ যাব পাৰিলে সিফালে অলপ গৈয়েই যিটো বাট ফাটি সোমাই গৈছে সেইপিনেই আছিল আমাৰ মেছটো। মই থাকিবলৈ লোৱা হোটেলটো পাণবজাৰত। ৰাতি ভাত নাখাওঁ বুলি কৈ আহিবগৈ লাগিব। গতিকে পিচত আৰু মেছটো চাবলৈ যোৱা নহ'ব। গদাধৰদাৰ লগত ভাত খায়েই পাণবজাৰলৈ কোব ল'ব লাগিব।

এবাৰ কোনোমতে আলিটো পাৰ হলোঁ।

এই পাৰেও অসংখ্য নতুন নতুন দোকান হৈছে। গোটেইবোৰ অৰণ্যে এতিয়া দেখা নহ'ব। এখন লেপ তুলি কুচনৰ দোকান—বিচিত্ৰ ৰঙৰ কাপোৰ দেখিলেই ক'ব পাৰি যে আজিকালি মানুহৰ মনবোৰ ৰঙীন হৈ উঠিছে—দি বৰপেটা ষ্টৰ্ছ—গেলামালৰ ডাঙৰ দোকান, ( খাদ্যবস্তু বেছি দিন থৈ দিলে বেয়া হয় কাৰণেই গেলামাল বোলে নেকি ? ) নাঁগচ শ্বু ষ্টৰ, (দিলীপকুমাৰ কিবা ওলায়হে লাগে ) এখন ডাঙৰ ঘুমটি ( তামোলখনৰ পৰা আচাৰলৈকে সকলো বস্তু ষ'ত পায় )। থৈলা এখন পাৰি বহি লৈ প্ৰাণকাতৰে চিঞৰি বাটৰুৱাৰ দয়া-দাক্ষিণ্য আকৰ্ষণ কৰিব খোজা এটা কণা মগনীয়া ( গধুলি

হ'ল বুলি বাবু ধৰিব পৰা নাই নেকি ? )—আৰু নাই, সেইখিনিতে মোৰ আলিটো ফাটি গৈছে।

সোমাই গলোঁ। অপেক্ষাকৃত নির্জনতা অনুভৱ কৰিলোঁ। মানুহ আছে, কিন্তু মহাত্মা গান্ধী বোডৰ দৰে বেচা-কিনা নাই বুলিলেই হয়। ষ্ট্ৰীট লাইটৰ বাল্ববোৰ যেন কেৱল নিমজ পোহৰ দিবলৈহে জ্বলি আছে, মহাত্মা গান্ধী ৰোডৰ দৰে চকু চাঁট মাৰি ধৰিবলৈ জ্বলি থকা নাই। মনটো ভাল লাগি গ'ল। যৌৱনৰ কলেজত পঢ়া দিনৰ তিনিটামান বছৰ এনে ভাল ঠাইতে আমি কটাইছিলোঁ, কথাটো ভাবি ভাল লাগিল।

অসংখ্য নতুন নতুন ঘৰ হৈছে। আমাৰ দিনত অ'ত-ত'ত একোটা মাঁথোন হ'ব ধৰিছিল। ঠাই ডোখৰ আছিল এবাবাৰী আৰু পথাৰ। আমি মেছ পতা দুচলীয়া খেৰী ঘৰটো মাটি আঢ়ৈ কঠা কিনি শিবলঙত থকা চাকৰিয়াল-জনে অকুপাই কৰাৰ ভাবত সজাই থৈছিল। কলেজত বাতি পঢ়া আমি তিনি বন্ধুৱে আমাৰ পূৰ্বৰ তিনি আশ্ৰয়স্থলৰ পৰা আহি তাতে নতুনকৈ থানিকা পাতিছিলোঁ—ঘৰটো বন্দৱস্ত কৰিছিল নবীন পাটোৱাৰীয়ে। আমাৰ ঘৰটো পথাৰৰ মাজত অকলশৰীয়াকৈ আছিল। বাৰিষা ওলোৱা-সোমোৱা কৰা বৰ মস্কিল। এতিয়া পকা ৰাস্তা এই বাটটোত তেতিয়া আঠুৱনীয়া বোকা থচি আমি হাতত চেণ্ডেল জোতা লৈ পেণ্ট কোঁচাই অহা-যোৱা কৰিছিলোঁ। এবাৰ আমাৰ ঘৰৰ ভিতৰতো পানী সোমাই এনে আহুকাল কৰিছিল যে আমি ভাত-ৰান্ধি খাব নোৱাৰা হৈছিলোঁ ( অৱশ্যে গদাধৰ টী ষ্টললৈ গৈ কেবাবাৰো চাহ-মিঠাই খোৱা হৈছিল )। আজি সেই এবাবাৰী ঘৰ-বাৰীৰে ভৰি পৰিছে, পথাৰ গুচিও ওখ ওখ ভেটিৰ ঘৰ-দুৱাৰ হৈছে। বহুতো আলি-গলিয়ে কটাকটি কৰিছে। নতুন বসতি বুলি বুজিব পাৰি।

আমাৰ মেছটো অন্তৰ্ধান হৈছে। তাৰ ঠাইত থিয় হৈ আছে এটা ধুনীয়া আৰ-চি-চি ঘৰ। গ্ৰিলসহ পকী দেৱালৰ ভিতৰত ফুলনি, প্ৰকাণ্ড লোহাৰ গেটৰ পোনে পোনে গাড়ী বাৰাণ্ডা, তাতে লাইটৰ তলত এজনী গাভৰু ছোৱালী থিয় হৈ আছে—তেওঁৰ পাচলৈ সুসজ্জিত ড্ৰয়িং ৰুমৰ দামী আচবাব টিউব লাইটৰ তলত জিলিকি থকা খিৰিকিয়েদি ধৰিব পাৰি।

মই বৈ গলোঁ। ছোৱালীজনীয়ে অলপ লৰচৰ কৰিলে। বোধকৰো মোৰ মতলব ভাল নহয় বুলি ভাবিলে। নহ'লে বা কাৰোবাৰ ঘৰ বিচাৰি ডাঙৰ গেটখনেদি সোমাই যাব পাৰোঁ বুলি অনুমান কৰিলে। মই কিন্তু কোনো এটা

ঘৰ বিচাৰি ফুৰাবে ভাও জুৰি জুমি চাই চাই আৰু অলপ আগুৱাই গ'লোঁ। অলপ আগলৈ গৈ আকৌ ঘূৰি আহিম।

আমাৰ খেৰীঘৰটো অলপ পাচলৈ আছিল। বৰ্ত্তমানৰ পকাঘৰটো আলিৰ পৰা বেছি সোমোৱা নহয়। ধুনীয়া ধুনীয়া ঘৰেৰে অঞ্চলটো ভৰি পৰিছে। ভালেই হৈছে, উন্নতি হৈছে। কিন্তু মোৰ ভাল নেলাগিল। ছেণ্টিমেণ্ট।

এদিন পদ্মাক দেখিছিলোঁ তেনেকৈ দুৱাৰ দলিত থিয় হৈ থকা। সেইদিনা প্ৰথম ফাগুৱা। ৰং খেলাৰ নিচিনা লেতেৰা কাম নকৰোঁ বুলি আমি ন-বজালৈকে দুৱাৰ মাৰি সোমাই আছিলোঁ। কিন্তু তৌতিয়াই ল'ৰা এজাকে আহি তিনিওটাকে ৰং, ছাই, নীল আদি ঘঁহি ভূচুংপহু কৰি দিলে। গতিকে ওলাই গলোঁ। গলোঁ যে গলোঁৱেই, ঘূৰি ঘূৰি একেবাৰে তিনি বজামানতহে ঘৰমুৱা হলোঁ। ঠিক কৰিলোঁ যে ঘৰলৈ গৈ গা ধুই পেলোৱাৰ আগতে গদাধৰদাক দেখা কৰি যাম। দোকান ফাগুৱাৰ কাৰণে বন্ধ। এশাৰী খেৰীঘৰৰ একেবাৰে মূৰত দুৱাৰদলিত থিয় হৈ আছিল পদ্মা। চুলি মেলা। অলপ আগতে গা ধুই অহা যেন লাগে। ঘৰতে থকা কাৰণে এযোৰ সাধাৰণ মেখেলাচাদৰ পিন্ধি আছিল। ফাকুগুৰিয়ে যেন পদ্মাৰ কলা ছালৰ ওপৰত এটা অতিৰিক্ত বহন সানি থৈ গৈছিল।

তাই আমাক দেখি মিচিক কৰে হাঁহিলে আৰু পাচফালে চুলিৰ গুৰিত আঙুলি ভৰাই পিৰপিৰনি খজুৱাই ল'লে। আমাৰ চিৰি দেখি নিশ্চয় ভাল পাইছিল। আমি তাইক ধৰি ৰং দিম বুলি মুঠেই ভয় খোৱা নাছিল।

আমি চোতালতে তাইৰ সমুখত থিয় হৈ সুধিলোঁ—দাদা আছেনে ?

গদাধৰদাই ঘৰতে সোমাই থাকি বিৰক্ত হৈ অলপ আগতে মদ আনিবলৈ গৈছিল। কাৰণ অলপ পিচতে মিলিটেৰি পেণ্টৰ জেপত বটল এটা লুকুৱাই, সেইটো মৰমেৰে ছুই ছুই উলটি আহিছিল। আমি অৰ্দ্ধবৃত্তাকাৰে পদ্মাক আগুৰি মাত্ৰ দুই-এটা প্ৰশ্নেৰে তাইৰ দৃষ্টিৰ পৰা আমন্ত্ৰণ পাবলৈ অপেক্ষা কৰিছিলোঁহে, এনেতে “ঐ-ঐ” বুলি আলিবাটৰ পিনৰ পৰা চোঁচা দৈ গদাধৰদাই আমাক খেদি আহিল।

আমি পৃষ্ঠভঙ্গ নিদি বীৰৰ দৰে থিয় হৈ নম্ৰভাৱে গদাধৰদাক জনালোঁ যে দেউলৰ দিনাখন তেওঁক মাত লগাই যাওঁ বুলিহে এই অবেলাত আহি সোমালোঁ ; আন কোনো মতলব আমাৰ নাই ; নহ'লে ইমান পৰে আমি অনায়াসে পদ্মাক ৰঙেৰে বাওলী কৰি দিব পাৰিলোঁহেঁতেন।

বাহিৰত অলপ মদ খাই অহা গদাধৰদাই সন্তুষ্ট হৈ আমাক আদৰ কৰি ভিতৰলৈ মাতি নি বহুৱালে। আমি তেতিয়াও খোৱা-বোৱা কৰা নাই বুলি জানি আনি খোৱা মিঠাইবে পদ্মাৰ হতুৱাই চাহ কৰাই খুৱালে আৰু নিজে মদ খাবলৈ ধৰিলে—আমাকো দিছিল, কিন্তু মই আৰু দুলালে অভ্যাস নাই বুলি কলোঁ—মাত্র নবীনেহে ফুলী চাবাপৰ কেইঢোকমান মাৰি নিমখ জলকীয়া চেলেকিলে।

সেইদিনা গদাধৰদাই যুদ্ধকালীন স্মৃতি ৰোমন্থন কৰি আমাক কেইটামান অভিজ্ঞতাৰ পুনৰাভিনয় কৰি দেখুৱাইছিল। সেইবোৰ চৰ্বিতে-চৰ্বন কথা শুনি থাকিবৰ ইচ্ছা আমাব নাছিল যদিও পদ্মাৰ কাৰণে সহ্য কৰি যাব লগা হৈছিল। ঘৰৰ ভিতৰবে ঠটা মাটিত উবুৰি খাই পৰি দুৱাবৰ দাং এডালকে ৰাইফল কৰি স্নে বহুত জাই গুলী মাৰি কিদবে মালয়ৰ জংঘলত জাপানী মাৰিছিল তাক প্ৰদৰ্শন কৰিলে—তাৰ লগে লগে ৰানিং কমেণ্টৰীও চলি থাকিল। বুঢ়া বাপেকৰ বহুৱালি দেখি পদ্মাই মুখ টিপি টিপি হাঁহে—একোবাৰ "হৈছে আৰু চিপাহী হ'ব নেলাগে" বুলি কয়। "ৰ ৰ বেটী", বুঢ়াই উলটি ধমক দিয়ে, "চিপাহীতো আচল মানুহ। নহ'লে ক'ত থিয় দিলি হয়? আৰু এবাৰ বাৰ্মাত কি হ'ল শুনা ভাইহঁত

ফলত সেইদিনা ঘৰ পাই ভালকৈ গা-পা ধুই আজৰি হওঁমানে গধূলি হৈ গ'ল আৰু আমি ৰান্ধি-বাঢ়ি ফুট গধূলিতে এসজীয়াকৈ খাই সোনকালে শুই থাকিলোঁ।

গদাধৰদাই যুদ্ধৰ কথা ক'বলৈ বৰ ভাল পাইছিল। বোধকৰো তেওঁৰ জীৱনৰ শ্ৰেষ্ঠ দিনবোৰ সেই যুদ্ধৰ বিপদ-আপদৰ মাজতেই আছিল। কিয়নো তাৰ আগে-পাচে সুখৰ স্মৃতি বুলিবলৈ তেওঁৰ একো নাই। গাৱঁৰ ঘৰখনত অভাৱ-অনাটনেই আছিল। যুদ্ধৰ পৰা আহিও মাউৰী জীয়েকক বুকুত বান্ধি থাকিব বুলি তালৈ আহি আঘাত পাব লগা হ'ল। তাৰ পিচত গাওঁ এৰি গুৱাহাটীহেন চহৰত চাহৰ দোকান চলাই কষ্টে-মষ্টে চলিব লগা হৈছিল—সেই সময়তে আমাৰ লগত দেখা। গতিকে যুদ্ধখনেই গদাধৰৰ সুখৰ স্মৃতি—যুদ্ধতে তেওঁ নিশ্চিত মনে এটা কামৰ লগৰ কাম কৰিবলৈ সমৰ্থ হৈছিল। ৰাতি প্ৰায়েই দোকান বন্ধ কৰি ঘৰলৈ যোৱাৰ আগে আগে গদাধৰদাই আমি তিনিটাৰ নিচিনা পদ্মাক এৰি যাবলৈ টান পোৱা মুষ্টিমেয় গ্ৰাহকৰ সমুখত যুদ্ধৰ বিচিত্ৰ আখৰা কৰিছিল। আন্ধাৰ হোৱাৰ পিচৰে পৰা তেওঁ লুকুৱাই

খোৱা বটলৰ পৰা এঢোক-এঢোককৈ খাই থাকে। গতিকে ৰাতি ৰাগী পকি উঠিলে তেওঁৰ উৎসাহো মুখচ পায়গৈ।

আমি বহি থাকোঁ। পোৱালী দুটাই খোৱাৰ যোগাৰ কৰে। পদ্মায়ো ৰাতিপুৱাৰ ঘুগনিৰ কাৰণে বুটমাহ এগাল জাৰি-বাছি বাল্টি এটাত তিয়াই থৈ আজৰি হৈ আমাৰ ওচৰত বহে। আমিও স্বাভাৱিকতে ভূতপূৰ্ব সৈনিক গদাধৰ দাসৰ কাহিনী শুনিবলৈ অনুপ্ৰাণিত হৈ উঠোঁ। তেওঁৰ ব্যস্ততাৰ সুযোগ লৈ আমি ঘনে ঘনে চোৰাংকৈ পদ্মাৰ ফালে চাওঁ আৰু সময়ে সময়ে তাইৰ পৰা প্ৰশ্ৰয়ৰ হাঁহি পাই কৃতাৰ্থ মানো। নবীনে কিবা নহয় কিবা এটাৰ চেলু লৈ উঠি বাহিৰলৈ যায় আৰু উভতি আহি যিমান পাৰে পদ্মাৰ ওচৰ চাপি বহি লয়। দুলালে ময়ে কেৱল ইৰ্ষাতে জ্বলি-পুৰি মৰোঁ, কিন্তু তেনে কিবা কৰিবলৈ সাহে নুকুলায়।

গদাধৰদাই উছাহতে উঠি গৈ খৰি এডালকে লৈ বেঞ্চ, চকি, মেজবোৰৰ মাজে মাজে হাউলি হাউলি ডাঠ হাবিৰ মাজে মাজে লতাবন আঁতৰাই ঘূৰি ফুৰে—একোবাৰ অদৃশ্য খালতে পৰি যায়—কেতিয়াবা এক কাল বোকাইদি সাৱধানে বন্দুক ওপৰলৈ ধৰি আগবাঢ়ে। আমি যে পদ্মালৈ মন কৰি তেওঁৰ এই আখৰাৰ প্ৰতি আকৃষ্ট নহওঁ এনে নহয়। বৰং প্ৰায়েই তেওঁৰ নিষ্ঠাসহকাৰে দেখুওৱা এই অভিনয়ত পুলকিত হৈ উঠোঁ। প্ৰকৃত গুলীয়াগুলী যেতিয়া হৈ যায় তেতিয়া গদাধৰদাই এনে ক্ষিপ্ৰতাৰে মুখেৰে শব্দ কৰে, লগে লগে খৰিবন্দুকটো মজিয়াত মাৰে আৰু ওচৰত থকা ইটো-সিটো বস্তু চাৰিওফালে দলিয়াই দিয়ে যে চিনেমাৰ পৰ্দাত জংঘলী যুদ্ধ দেখাৰ দৰেই লাগি যায়—আনকি বেলনা-বেলনামাৰি আহি নাকে-মুখে লাগে বুলি সতৰ্ক হৈও থাকিব লগা হয়। কেতিয়াবা টেবুলৰ আঁৰত পোৱালী দুটাক বহুৱাই ইংগিত মতে লাহেকৈ মূৰ দুটা দাঙিবলৈ কয় আৰু তেওঁৰ মুখৰ পৰা ওলোৱা গুলীত বেঙা দুটা ল'ৰা ধুপুচ ধুপুচ পৰি নগলে অভিজ্ঞ সৈনিকে খণ্ডতে খেদা মাৰি গৈ দুয়োটাৰে মূৰ দুটা হেঁচা মাৰি ধৰি কয়, "নমৰ কিয় বৰ্বৰকচব !".

পাণবজাৰত এপাক মাৰি হোটেলত খবৰটো দি আকৌ চাবে আঠ বজামানত গদাধৰ টী ষ্টল পালোগৈ। তেতিয়া মহাত্মা গান্ধী ৰোড ভালেখিনি নিজান আৰু আন্ধাৰ হৈ পৰিছে। দোকানবোৰ প্ৰায়ে বন্ধ হৈছে। মোৰ পুৰণা দিনৰ পুৰণা দিন যেন লাগি গ'ল।

গদাধৰদাই আলমাৰিটোৰ পাচফালে যি পাৰে আয়োজন কৰি থৈছে।

ক'ৰবাৰ পৰা মজলীয়া টেবুল এখন আনি মলিয়ন বিছনাখনৰ কাষতে পাৰি থৈছে—ওচৰতে এখন টুল। মোক আদৰ সাদৰ কৰি নি টুলখনতে বহুৱালে। দুটা গিলাচ আৰু এবটল চাৰাপ টেবুলখনত। বিয়পি থকা গোন্ধৰ পৰা বুজিবলৈ টান নহ'ল যে বটলটোৰ ইতিমধ্যে চৰু কৰি দিছে। কোঠাটোৰ সেই পিনেও ব্যক্তিগত ব্যৱহাৰৰ বিশেষ একো বস্তু নাই। হাতিয়াৰ, টিন-টেমা আদিৰ লাংখা-লিংখিয়েই বেছি। বেৰত ফটাছিটা মলিয়ন দুযোৰমান কাপোৰ মাত্ৰ ওলমি আছে। মলি বন্ধ গৈ ক'লা পৰি যোৱা আঠুৱাখনো বেৰতে ওলমি আছে—কেতিয়াও তৰা নহয় যেন লাগিল।

লেতেৰা কাপোৰ পিন্ধা দুটা পোৱালীয়ে দুকাঁহী ঢকা ভাত আনি দি গ'ল। সিহঁতে দ্বিতীয় খেপত পানীৰ জগ এটা, দুটা ডাঙৰ গিলাচ আৰু নিমখ জলকীয়াৰ প্লেট এখন দি গ'লহি।

আমি মুখামুখিকৈ খাবলৈ ল'লোঁ। দালি ভাজিৰ উপৰি চিকেনকাৰী আৰু মাছৰ টেঙা—গদাধৰদাই হেনো স্পেচিয়েলী অৰ্ডাৰ দি অনাইছে। নিজলৈ মদ বাকি লৈ তেওঁ মোক মৰমেৰে খাবলৈ ক'লে।

খাই খাই ক'লোঁ যে তেওঁ এই সাজ ভাতৰ কাৰণে খৰচ কৰিব নেলাগে, বিশেষ কাৰণ বুলি পইচাখিনি ময়েই দি দিম, হবনে ?

"হব নোৱাৰে ৰিপুঞ্জয়।" গদাধৰদাই ডাঙৰকৈ কৈ উঠিল যেন পুৰণা দুটা মাতটোহে অসময়ত ঘূৰি আহিল ঃ "খাবলৈ মইহে তোমাক মাতিছো—তুমি মোক মতা নাই—মতা নাই, কোনো কথা নাই। পদ্মা পলাই যোৱাৰ পৰা মোৰ দোকান লাহে লাহে ভাঙি গ'ল—গ্ৰাহক নহা হ'ল—কিছুমানে বাকী নিদিয়াকৈয়ে গুচি গ'ল—তোমালোকৰ কোনো বাকী নাছিল—থকা হ'লেও মই বেয়া নেপালোঁহেঁতেন—তোমালোক ভাল ল'ৰা—কিন্তু তথাপি যে তুমি এই বুঢ়াক ইমান দিনৰ মূৰত দেখা কৰিবলৈ আহিছা, ইয়াত মই বৰ ভাল পাইছো।"

"পদ্মা পলাই গ'ল বুলি ক'লে যে ?"

"অ' বোপাই! তাই বঙ্গাইগাৱঁৰ ল'ৰা এটাৰ লগত মনে মনে গ'লগৈ। অৱশ্যে উঠন ছোৱালী যাবই। কিন্তু মোক একো জানিবলৈ নিদিলে। আমি থকা ঘৰৰ ওচৰতে ল'ৰাটো আছিল ঘৰ ভাড়া কৰি। গৈ বঙ্গাইগাৱঁৰ পৰা চিঠি দিছিল। মই উত্তৰ নিদিলোঁ। তেতিয়াৰ পৰা একো খবৰ পোৱা নাই।"

গদাধৰদাক বৰ শান্ত যেন লাগিল। যেন জীৱনত বৰ ক্লান্ত হৈ পৰিছে। জীয়েক পলাই যোৱাৰ কথাটো এইদৰে অকপটে গালি-শপনি নপৰাকৈ ক'ব বুলি আশা কৰা নাছিলোঁ। বোধকৰোঁ মানুহটো বৰ অভিমানী। কালৈকো পৰোৱাই নকৰে। নিজকে খুব উচ্চ সম্মান দিয়ে কাৰণেই হয়তো এই বুঢ়া কালতো কাৰো ওচৰত হাত নেপাতি কমাৰশালত খুলি সংগ্ৰাম চলাই আছে।

কিছু সময় আমি নীৰৱে থাই গলোঁ।

পদুমাই সেইদৰে অপযশ আঁজি পলাই যোৱাত মই বৰ বেয়া পালোঁ। তাতোকৈ দুখ পালোঁ তাই বাপেকটোৰ একো খা-খবৰ নোলোৱাত।

আনটো গিলাচতো মদ ঢালি ঢালি গদাধৰদাই ক'লে, "তুমিও অলপ খৰা বিপুশ্ৰয় আজি মোৰ লগতে।" তেওঁ নিজেও ঢালি লৈ কোঁট কোঁট গিলি দিলে।

আগ-পাচ নুগুণি ময়ো গিলাচটো দাঙি মুখৰ ভিতৰত মদখিনি ঢালি দিলোঁ। ডিঙিটো চেৰচেৰাই গ'ল, মুখৰ ভিতৰখন তিতা তিতা লাগিল।

## প্ৰাতঃ সন্ধ্যা

পদ্ম হাজৰিকা আৰু শ্ৰীধৰ বৰুৱাই মন কৰিলে যে আজি বেছ কুঁৱলী পৰিছে। ত্ৰিশ খোজমান আগলৈ ঘৰ, গছ-গছনি, মানুহ-দুনুহ ভালদৰে নেদেখি। আগফালৰ পৰা অহা মানুহটো ভটংকৈ হঠাৎ ওলায়। ঘৰ আৰু গছবোৰ নিচেই ওচৰ পালেহে দেখি। ঠাণ্ডা বাবু যহন-তহন, পদ্ম হাজৰিকাৰ মত, এবাৰ বাহিৰ ওলাব পাৰিলে আৰু ভয় নাই, কিন্তু আজি ৰাতিপুৱাৰ নিচিনা সাংঘাতিক কুঁৱলী আগতে পৰা নাই। শ্ৰীধৰ বৰুৱায়ো হয়ভৰ দি ক'লে, "এই বছৰ কিজানি আজিয়েই আটাইতকৈ বেছি কুঁৱলী পৰিছে। হাতমোজা নথকা হলে লাঠীডাল লোৱা টানেই হ'লহেঁতেন। তোমাৰ বান্দৰ টুপীটোত সেইবোৰ নিয়ৰ উলমি আছে দেই।"

এই ব্ৰহ্মপুৰাত বাটত মানুহ-দুনুহ নাই। মাত্ৰ তেওঁলোক দুজনৰ দৰে স্বাস্থ্যোদ্ধাৰৰ চেষ্টা কৰা দুই-এজনকহে দেখা যায়। প্ৰকাণ্ড প্ৰকাণ্ড পিপাহেন গাখীৰৰ জগবোৰ ওলোমাই এমাইল দুৰৰ পৰা ঘটং ঘটং শব্দ কৰি চাইকেলেৰে দুটামান গৱাল আহে। হঠাৎ কণামুনাকৈ একোখন ট্ৰাকো ট-টকৈ লাইট জ্বলাই যি কোনো ফালৰ পৰা আহি ওলাব পাৰে। আন কোনো শুই উঠা নাই বুলি ভবা এনেকুৱা ব্ৰহ্মমুহূৰ্তত ধোঁৱা উগাৰি উগাৰি ধেৰ্ধেৰিয়া ট্ৰাক একোখন আহি পাৰ হৈ গ'লে নাকে মুখে সোপা দি বিৰক্তিত বৰুৱাই কয়, "ক'ৰবাত চোৰাই মাল দি আহিল হ'বলা।" তাৰ ওপৰত হাজৰিকাই তৎক্ষণাৎ মন্তব্য কৰে, "তুমিতো চোৰ দেখিবাই।" শ্ৰীধৰ বৰুৱা সামান্য লেঙেৰা, ডেকা কালত বোলে গাঁৱত ছোৱালী পলুৱাই অনা দলত গৈ বেয়াকৈ মাৰ খাই, এটা ভৰিৰ জোৰা জীৱনলৈ সৰিছিল।

পকী আলিটো টাউনৰ বাহিৰলৈ ওলাই গৈছে। দুয়োফালে মুকলি পথাৰ। সৰু নৈখনো পথাৰৰ মাজেদি বৈ গৈছে। তাৰ ওপৰেদি দলং। কাঠৰ দলংখনলৈকে দুয়ো নিতৌ ৰাতিপুৱা ফুৰিবলৈ যায়। কেতিয়াবা দলং পাৰ হৈয়ো কিছু দূৰ যায়। থকা ঠাই ডোখৰৰ পৰা দলঙলৈ প্ৰায় এমাইলেই হ'ব। দুই বন্ধুৰ এই একেলগে ফুৰাৰ খতিখুন নাই। গধূলিও ফুৰে, কিন্তু নিয়মীয়া নহয়, কাৰণ বজাৰখন কৰি দিবলগীয়া হোৱাত দুয়োৰে সময়টো নিমিলে। ৰাতিপুৱা হলে একেলগে যাবই, আৰু ফুৰি আহি খি

কোনো এঘৰত বহি চাহ খাই ভূ-ভাৰন্তৰ কথা আলোচনা কৰি অ'তাইহে উঠে। এইটো এলেকাত পৰীক্ষাৰ সময়ত বোলে মাকবিলাকে ল'ৰা-ছোৱালীক "উঠ উঠ, ককাহঁ'ত ফুৰি আহিলেই" বুলিহে জগাই দিবলৈ চেষ্টা কৰে।

দুয়ো পোছাকত খুব পৰিপাটি। চিকমিকাই থকা পাম্পশ্বু, গৰম মোজা, ধপধপীয়া চুৰিয়া, ইস্ত্ৰি কৰা কামিজৰ ওপৰত ছুৱেটাৰ, ডিঙি বন্ধ কোট, তাৰ ওপৰত এড়িচাদৰ। হাজৰিকাৰ মূৰত মদৰুৱা বান্দৰ টুপী, বৰুৱাৰ মূৰত ফোপোলা গলবান্ধৰ এমূৰ ভৰাই লোৱা টুপী। হাতত হাতমোজা আৰু লাঠী। গৰমত অৱশ্যে ইমানবিলাক কাপোৰ নাথাকে। কিন্তু তেতিয়াও পালিছ কৰা জোতা, ধপধপীয়া চোলা-চুৰিয়া থাকিব, চুলি মসৃণকৈ ফণিওৱা। বৰকৈ বৰষুণ দিলেহে যি প্ৰাতঃভ্ৰমণটো বাদ যায়, তেতিয়া এঘৰত দুয়ো বহি পুৱাৰ সময়খিনি কটাই দিয়ে। অৱসৰপ্ৰাপ্ত দুজন বুঢ়া মানুহৰ এইকণ বিলাস আজিলৈকে ক্ষতিগ্ৰস্ত হোৱা নাই।

তেওঁলোক দলংখনৰ ওচৰ পালেগৈ। হঠাৎ দলঙৰ মাজভাগমানত বগা কুঁৱলীৰ পৰা গুজুং গুজুংকৈ কোনোবা এজন ওলাই আহিল। তেওঁৰ গাতো এওঁলোকৰ দৰেই তৰপে তৰপে জাৰ খেদোৱা কাপোৰ আৰু হাতত লাখুটি। মানুহজন চুটি-চাপৰ। দেশৰ এই অঞ্চলত তেওঁলোকৰ দৰে প্ৰত্যুষতে উঠি স্বাস্থ্যোদ্ধাৰৰ কাৰণে প্ৰাতঃভ্ৰমণ কৰা তৃতীয় এজন কোন ওলাল ?

কেইখোজমান যোৱাৰ পিচতে শ্ৰীধৰ বৰুৱাই চিঞৰি উঠিল, "এহে! নবীন দেখোনহে! কি কথা, কি বতৰা ? হঠাৎ গুৱাহাটীৰ পৰা খহি পৰিলা কেনেকৈ ?" তিনিও মুখামুখিকৈ অবাক হৈ বৈ গ'ল। নবীন ভৰালীৰ ফিচিকি ফটা আলোৱানৰ তলত মিলিটেৰী গৰম ছাৰ্ট আৰু হাতদীঘল খাকী ছুৱেটাৰ, হাতত এডাল খহটা বাইডাং, ভৰিতো দীঘল মিলিটেৰি গৰম মোজা, জোতাযোৰহে কাপোৰৰ। নবীন ভৰালীয়ে টেংটেঙীয়া মাতটোৰে ক'লে, "মই তোমালোকক লগ পাম বুলিয়েই সোনকালে শুই উঠি ফুৰিবলৈ আহিছোঁ। কিন্তু বাটত কাকো নেদেখি তোমালোক কোনো নাই বুলিহে ভাবিছিলোঁ। কালি ৰাতি আহিলোঁ। হৰেনৰ তাতে উঠিছোঁ— সি অকলেই থাকে নহয়। তালৈ বৰ বেয়া লাগে। বিয়াখন আকৌ পাতিবলৈ চিঠিৰ উপৰি চিঠি লিখি আছোঁ, সি নুশুনে—কাবোৰাৰ ছেঁণীয়েক নমিবৰ্ই

নে? বোলো পাৰো যদি নিজেই আহি এইবাৰ তাৰ ভীষ্ম প্ৰতিজ্ঞা ভাঙিবলৈ—"

"ৰ'বা ৰ'বা নবীন," পদ্ম হাজৰিকাই বাধা দি ক'লে, "তুমি আৰু কথা নি ক'ৰবাত থৈ অহা স্বভাৱটো গুৱাহাটীতে এৰি থৈ আহিব নোৱাৰিলা। চিন্ধৰে মাত্ৰ তোমাৰ অহাৰ কথাটোহে সুধিছে, ইমানবিলাক উদ্দেশ্য-বিধেয় সোধা নাই নহয়।"

"বুজিছোঁ, চিন্ধৰে সোধা নাই;" ভৰালীয়ে টেংটেঙীয়া মাতেৰে আকোৰ-গজালিকৈ তথাপি ক'বলৈ ধৰিলে, "তথাপি হৰেনটোৰ চিন্তাই মোৰ আচল কথা। তিৰোতাজনী নহ'লে সংসাৰত সুখ-দুখৰ লগৰীয়া কোন হয়হে? কোৱা? আমাৰ তিনিওৰে দিন গ'ল, কিন্তু আমি নিজৰ কথাই ভাবি নেচাওঁ কিয়?" পদ্ম হাজৰিকাই উচ্চস্বৰত হো-হো কৰে হাঁহি হঠাৎ চৌদিশ কঁপাই পুনৰাৰ নিস্তব্ধতা ভাঙি দিলে। নবীন ভৰালীৰ পাছফালে নিচেই ওচৰলৈ আহি ঘটং ঘটং শব্দ কৰি গুৱাল এটা চাইকেলৰ পৰা নামি পৰিল। সি বোধ হয় ভয় খায়েই থপজপাই নামি দিলে কিন্তু অন্য একো বিপদ নহয় মাত্ৰ তিনি-জন নিৰ্জ্জু বুঢ়ামানুহ বুলি জানি, হাতঘড়ীটো চাই, কান্ধত ওলোমাই অনা ডাঙৰ ট্ৰেঞ্জিষ্টৰটো পকাই পুনৰাৰ প্ৰাৰ্থনা গীত এটা লগাই দি পুনৰ চাইকেলত উঠি গুচি গ'ল। জীৱন হৈছে সংগ্ৰামৰ, এই কথাকে প্ৰমাণ কৰি প্ৰাৰ্থনা গীতেৰে সেই প্ৰত্যূষৰ নিস্তব্ধতা মাত্ৰাধিক কৰি থৈ গুৱালটো গ'লগৈ। তিনি বন্ধুৱে কাঠৰ দলঙৰ বেলিঙত ধৰি অস্পষ্ট নৈখনলৈ চাই চাই পৰস্পৰৰ কুশল-মঙ্গল ল'বলৈ ধৰিলে। অস্পষ্টকৈ হ'লেও নৈখন মণিব পাৰি, অলস আৰু প্ৰাচীন যেন লাগে। অথচ বৈয়ে আছে, তাৰ পাৰত বছৰি নতুন শস্য গজে, নতুন জীৱন গজে।

পদ্ম হাজৰিকাৰ অট্টহাস্যৰ কাৰণ বাকী দুজনে নুসুধিলে। কিন্তু কাৰণটো নুবুজাকৈ নাথাকিল। হাজৰিকা পৈতৃক ঘৰখনতে আছে, সৰু পুতেক দুটাও সপৰিয়ালে ইয়াতে আছে। কিন্তু হাজৰিকানী আছেগৈ ডাঙৰ পুতেকৰ লগত—মাতি পঠিয়ালেও নাহে—হাজৰিকাই এবাৰ গৈ নিজেও কৈছিল যে তেওঁৰ অসুখ-বিসুখ নুগুচাই হৈছে, সেই দেখি খোৱা-বোৱাত অলপ চকু দিবলৈ মানুহজনী নাথাকিলে নহয়। কিন্তু গৈণীয়েকে উত্তৰ দিলে, "দুজনীকৈ বোৱাৰীয়েক নাই জানো? সিহঁতেনো এটা শহুৰেককো চাব-চিতিব নোৱাৰে নে?" হাজৰিকানী নাহিল। সৰু বোৱাৰীয়েক দুজনীক পুতেকহঁতে নিজে

পছন্দ কৰিছিল, হাজৰিকাই তাতেই সম্মতি দিছিল, কিন্তু হাজৰিকানীৰ মত দুই জনীৰ ক্ষেত্ৰতে বেলেগ আছিল। এবাৰ এবাৰকৈ দুই বাৰেই তেওঁৰ মত নৰজিলে বাবে হাজৰিকানীৰ খং।

শ্ৰীধৰ বৰুৱাই ইয়াত বিয়া দিয়া জীয়েকৰ লগত থাকে। আজি বহু বছৰেই আছে। বৰুৱানীয়ে আত্মহত্যা কৰিছিল। বৰুৱানী হেনো বৰ সৰল আৰু সৎ স্বভাৱৰ তিৰোতা আছিল। বৰুৱা কিন্তু তাৰ সম্পূৰ্ণ বিপৰীত। বৰুৱাৰ চাকৰি কালত এটা নহয় এটা গোলমাল লাগিয়ে আছিল। টকাৰ ইফাল-সিফাল, কামৰ গাফিলতি, ওপৰৱালাক অমান্য এনেকুৱা নানান কাৰণতে কেতিয়াবা টকা ভৰিব লাগে, কেতিয়াবা ছাছপেণ্ড হৈ থাকে, শেষত আগতীয়াকৈয়ে পেন্সন ল'ব লগা হ'ল। ভাগ্যে তাৰ মাজতে ডাঙৰ ছোৱালীজনীক ইয়াতে বিয়া দিছিল। ঘৰ চলাবলৈ টান হোৱাটো বৰুৱাৰ সংসাৰত প্ৰায় নিয়মীয়া কথা আছিল। শেষৰ পিনে সংসাৰ এনেকুৱা অচল হ'লগৈ যে অতিষ্ঠ হৈ বৰুৱানীয়ে ওচৰৰে আন এঘৰৰ পুখুৰীত পৰি আপোনঘাতিনী হ'ল। বৰুৱাই ঘৰ-মাটি একো কৰা নাছিল। ডাঙৰ ল'ৰাটোৱে কেৰাণীৰ কাম এটা পালে। সৰু ল'ৰা দুটাক মোমায়েকহঁতে লৈ গ'ল। বৰুৱাই ইয়াত আশ্ৰয় ল'লেহি। নবীন ভৰালীৰ ঘৈণীয়েক তেজপুৰত। সকলোৱে জানে যে মানুহজনীৰ মানসিক ৰোগ ভাল হোৱাৰ তেনে কোনো আশা নাই বুলি ডাক্তৰে একপ্ৰকাৰ জানিবলৈ দিছে। কি কাৰণে শেষ বয়সত এইটো দুৰ্গতি হ'ল কোনেও নাজানে। ভৰালীয়নীৰ বংশটোতে এই ৰোগ আছে বুলি কোৱা শুনা যায়, যদিও নবীন ভৰালীয়ে কথাটো জোৰ দি অস্বীকাৰ কৰে। মানুহজনীৰ ৰোগটো ক্ৰমে ক্ৰমে উক দি আহি আছিল। বহুত কবিৰাজী তেল, ডোল-মহটী, জৰা-ফুকা, ডাক্তৰী ঔষধ দি চোৱা হৈছিল, কিন্তু ভাল আৰু নহ'ল। শেষত ৰোগে উগ্ৰ ৰূপ লোৱাত বাধ্য হৈ তেজপুৰলৈকে লৈ যোৱা হ'ল। নবীন ভৰালী গুৱাহাটীত পুতেকৰ লগত থাকে। পুতেকে কিবা এটা অফিচত কাম কৰে।

তিনিও দলংখন এৰি লাহে লাহে উজাই আহিল। টাউনখন এতিয়া উঠিছে। দুই-এটা মানুহ, দুই-এখন বিক্সা ওলাইছে। কিন্তু বেলি ওলাবলৈ দেৰি আছে, ঘন কুঁৱলী পৰাতো চাই আজি বহুত দেৰি হব যেনেই লাগে।

সামান্য লেকেচিয়াই লেকেচিয়াই খোজ দি শ্ৰীধৰ বৰুৱাই নবীন ভৰালীৰ গালৈ চাই সুধিলে,."বৰ বঢ়িয়া গৰম চোলা লৈছাহে, ক'ত পালা ?"

এবাৰ প্ৰশংস দৃষ্টিৰে মিলিটেৰী কামিজ আৰু মিলিটেৰী ছুৱেটাৰলৈ চাই লৈ নবীন ভৰালীয়ে টেংটেঙীয়া মাতেৰে ক'লে, "গুৱাহাটী ৰেলষ্টেচনৰ ওচৰতে পুৰণা মিলিটেৰী পোছাক বিক্ৰী কৰা ষ্টল দুখন আছে, তাতে কিনিলোঁ—বৰ ভাল, বৰ উম।"

বৰুৱাই অবিশ্বাসৰ সুৰত প্ৰশ্ন কৰিলে, "গুৱাহাটীতনো এইবোৰ কাপোৰ মানুহে পিন্ধেনে ?"

তেওঁৰ মুখতে ধৰি পদ্ম হাজৰিকাই ওলোটাই প্ৰশ্ন কৰিলে, "কিয় গুৱাহাটীত কিবা এতিয়াও বিলাতৰ পৰা আমদানি কৰা কাপোৰকে মানুহে ব্যৱহাৰ কৰি আছেনেকি ? তৰুণ ফুকনে তাতেই বস্ত্ৰ-যজ্ঞ পতা নাছিলনে ?"

বৰুৱাই ক'লে, "যোৱাহে, স্মাগল কৰা বস্তু সংসাৰত ক'ত নেপায় ? শিবলঙত বোলে এতিয়াও বিদেশী কাপোৰ কোনোবা পিনেদি আনি মনে মনে বেচি ফুৰে।"

"সেইবিলাক খবৰতো তোমাৰ নখদৰ্পণত।"

ভৰালীয়ে ক'লে, "পিন্ধে বুইছা, এনেকুৱা কাপোৰ পিন্ধা মানুহ গুৱাহাটীত কিয় ভাৰতবৰ্ষৰ সকলোতে আছে।"

"পিছে তোমাৰ পুতেৰাৰ ঘৰত পিন্ধেনে নিপিন্ধে ?" বৰ বক্ৰোক্তি কৰি প্ৰশ্ন কৰিলে পদ্ম হাজৰিকাই, এনে বক্ৰোক্তি কৰাৰ কাৰণ আছে। ভৰালীৰ পুতেকে সাধাৰণ চাকৰি কৰে যদিও তাৰ ঘৈণীয়েকজনীৰ পখৰা ধন। ৰকম ৰকম কাপোৰ, জোতা, চোলা, স্কাৰ্ফ তাইক লাগিবই, প্ৰসাধনৰ বস্তুৰতো লেখ-জোখেই নাই। সাধাৰণ চাকৰি কৰে যদিও গিৰিয়েকে বাহিৰা পইচা বহুত পায়, আৰু মাটিৰ দালালী কৰিও বহুত ধন আৰ্জিছে। কিন্তু ভৰালীক হ'লে একোকে উপভোগ কৰিবলৈ নিদিয়ে, আনকি বোৱাৰীয়েকে বজাৰৰ হিচাপো অন্নতন্ন কৈ লয়, চিগাৰেট খাবলৈ মাত্ৰ দিনটোত এটা টকা দিয়ে। ভৰালীয়ে দুবছৰ জাৰত এখন বাগেৰেই চলাই দিছিল। তাৰ পিচতহে পুতেকৰ চকুত পৰাত লেপ এখন কিনি আনি দিছে—ঘৈণীয়েকক নোকোৱাকৈ সেই কাম কৰা কাৰণে বোলে এসপ্তাহমানলৈ গিৰিয়েক-ঘৈণীয়েকৰ মাত-বোল নাছিল। ঘৰ আৰু ল'ৰা-ছোৱালীৰ সমস্ত ভাৰ শহুৰেকৰ ওপৰত গতাই দি পুতেক-বোৱাৰীয়েকে বোলে ঘূৰি ফুৰে।

সেইখন ঘৰতনো ভৰালীক বোৱাৰীয়েকে এইবোৰ এৰেহা, ছেকেণ্ডহেণ্ড, অথবা মিলিটেৰী পোছাক পিন্ধি থাকিবলৈ দিব নে ? পদ্ম হাজৰিকাৰ

সন্দেহটো অমূলক নহয়। ভৰালীয়ে নক'লে যে গুৱাহাটীত তেওঁ সেইবোৰ কাপোৰ আন চোলাৰ তলত লুকুৱাইহে পিন্ধে, একেবাৰে ওপৰত আলোৱানখন থাকিবই।

আজি তিনি বন্ধু গৈ হৰেন ভৰালীৰ ঘৰতে বহিল গৈ। ঘৰটো সৰু দুচলীয়া ভাড়াঘৰ। একেটা আলিতে অলপ আগলৈ পৰে। তিনি বন্ধুৱে একালত ইয়াতে একেলগে চাকৰি কৰিছিল, আৰু তেওঁলোকৰ মাজত বৰ মিল আছিল। মাজে মাজে এৰাএৰি হলেও ঘূৰি ঘূৰি তেওঁলোক ইয়াতে কেতিয়াবা লগ লাগেহি। হাজৰিকাবহে ঘাই ঘৰ ইয়াত, বাকী দুজন ইয়াৰ মানুহ নহয়। কিন্তু জীৱনৰ সৰহ দিন ইয়াতে কটাই যোৱাত এই ঠাইখনৰ প্ৰতি এটা এৰাব নোৱাৰা মোহ তেওঁলোকৰ হৈছে। ইয়াৰ লগত সম্বন্ধ ছিঙিবলৈ তেওঁলোকে ভাল নাপায়। সেয়ে হৰেনৰ চাকৰি হাজৰিকাই ইয়াতে যোগাৰ কৰি দিছে বৰুৱায়ো জীয়েকৰ বিয়া ইয়াতে পাতিছে।

হৰেনে তিনিওকে বহিবলৈ দি চাহ কৰিবলৈ গ'ল। তেওঁ নিজে ৰান্ধি-বাঢ়ি খায়। ককায়েকে ক'লে যে কালি মাজৰাতি আহি পোৱাত ভোকত থাকিব পাৰে বুলি হৰেনে তেতিয়াও ভাত এমুঠি ৰান্ধি দিলে, ভৰালীৰ হাক-বচন নুশুনিলে। "কিবা পিকুলিয়াৰ ল'ৰা। বিয়া নকৰাৰ নাই বাৰু, ভাত ৰান্ধিবলৈ ল'ৰা এটাকে ৰাখিলে কি হয়! কয় বোলে বৰ পইচা চুৰ কৰে। হেৰ, বয়স থাকোঁতে ঘৰ সংসাৰ কৰি গজ-গজীয়া হৈ থাকিব লাগে।"

নবীন ভৰালীৰ টেংটেঙীয়া মাতটো এতিয়া ভায়েকৰ ঘৰৰ সহজ পৰিবেশত বেছি ডাঙৰ হৈ পৰিছিল। কিন্তু ইমান পৰে সেই মাতটোক বাকী দুজনে সহ্য কৰিব পৰা হৈছিলগৈ, আগৰ দিনলৈ মনত পেলাই অভ্যস্ত হৈ গৈছিল। তেওঁৰ কথাৰ গুৰুত্ব বুজিবলৈ চেষ্টা কৰি পদ্ম হাজৰিকাই মন্তব্য কৰিলে, "অধিক বয়স হ'লে ধৈণীবিলাকে মানুহটোহ'তক এৰি এৰি থৈ যাব লাগে, নহয় নে?" এই বুলি কৈয়েই তেওঁ আকৌ হো হো কৰে উচ্চ স্বৰত হাঁহিবলৈ ধৰিলে। বৰুৱা আৰু ভৰালীয়ে অলপ সেমেনা-সেমেনি কৰিলে— কি মানুহ এইটো, নিজকে লৈ দেখোন ঠাট্টা কৰিছে?

হৰেনে তেওঁলোকলৈ চাহ আনিলে। এখন দিছত মচমচীয়া টোষ্ট এদ'ম, সৰহকৈ মাখন সনা; মস্ত এক পট গৰম চাহ; তিনিটা সিজোৱা কণী আৰু নিমখ। দেখা মাত্ৰকে তিনিওৰে জিভাৰ পানী ওলাল। কিন্তু ভৰালীয়ে

ক'লে, "মোৰ কণী খোৱা মানা নহয়, কবিৰাজে হাক দিছে—গুৱাহাটীত বোৱাৰীয়ে মোক কেতিয়াও কণী নিদিয়ে।"

শ্ৰীধৰ বৰুৱাই সেপ গিলি লৈ ক'লে, "তেনেকৈতো আমাৰো মাখন খোৱা নিষিদ্ধ—মানে খাদ্যৰ পৰা পাৰিলে তেল-চৰ্বি এৰিবলৈকে কৈছে। তুমিতো হুৰেন মাখনৰ প্ৰলেপ ডাঠকৈয়ে লগাইছা।"

হুৰেনে ক'লে, "খাওক খাওক এদিন খালে একো নহয়।" তেওঁ ভিতৰ সোমাই গ'ল—বোধহয় বন্ধা-বঢ়াত লাগিবলৈ।

ৰঙচুৱা টোষ্ট আৰু ধপধপীয়া কণীবোৰলৈ একান্তমনে চাই থাকি পদ্ম হাজৰিকাই ক'লে, "ডাক্তৰ কবিৰাজৰ ওচৰলৈ গ'লেই ক'ব—ভজা নাখাবা, পোৰা নাখাবা, তেল নাখাবা, নিমখ নাখাবা, চেনি এৰি দিয়া, ভাত এসাজহে খাবা, মাংস-কণী এৰি দিব পাৰিলেই ভাল। হেৰা, তেনেহলে কি খাই বাচি থাকিব লাগে? ধৰা ধৰা, আজি নবীনক লগ পোৱাৰ নামতে সেইবোৰ পাহৰি ভোগ কৰি লোৱা যাওক—যি হয় হব।"

তিনিও পৰম উৎসাহেৰে জলপানৰ ওপৰত আক্ৰমণ চলালে। তেওঁলোক কেউজনৰে এই বস্তুবোৰ বৰ খাবৰ মন গৈছিল। কিন্তু এই বয়সত আৰু স্বাস্থ্যজনিত কাৰণত আজিকালি সদায় বাহিৰত দেখুৱাই অহাৰ দৰে সংযম দেখুৱাইছিল মাত্ৰ। এতিয়া সংযম পৰিহাৰ কৰি উঠি অহা ল'বাৰ ক্ষিপ্ৰতাৰে লগাই লোৱা দাঁত প্ৰয়োগ কৰি অতি কম সময়ৰ ভিতৰতে দুচকল দুচকল মচমচীয়া ৰুটী খাই কেইঢোক কেইঢোকমানকৈ গৰম চাহেৰে মুখগহ্বৰ পখালি পেলালে। কণী এটাত নিমখ ছটিয়াই লৈ খাবলৈ ধৰি পদ্ম হাজৰিকাই অনুমান কৰি ক'লে, "বুইছা নবীন, তোমাক যে বোৱাৰীয়েৰে কণী খাবলৈ নিদিয়ে, তাৰ কাৰণ বোধহয় তোমাৰ স্বাস্থ্যৰ চিন্তা নহয়। ডাক্তৰে তেনেকৈ কোৱাত তোমাৰ কাৰণে কণীৰ খৰচটো বচাবলৈহে তেওঁ তেনে নিয়ম কৰি পেলালে।"

"নহয় নহয়", নবীন ভৰালীয়ে প্ৰতিবাদ কৰিলে, "কবিৰাজৰ কথা নেমানিবৰ কোনো কাৰণ নাই—মোৰ ভাবিবোৰত একৰকমৰ বিষ হৈছিল, সেই তেতিয়াই বন্ধ কৰি দিলে—এতিয়া ভালেই।" কিন্তু লগে লগেই মনলৈ আহিল যে কথাটো মিছা নহবও পাৰে। বোৱাৰীজনী বিহে পাখৰী, ভাল বস্তু ৰান্ধিলেও শহুৰেকক লুকুৱাই গিৰিয়েক আৰু ল'ৰা-ছোৱালীক দিয়ে, কেতিয়াবা যে ৰাতিপুৱা মাত্ৰ শুদা চাহ একাপহে দিয়ে—পিচত কয়, "এ

পাহৰিলোঁৱেই কিবা এটা দিবলৈ—ইহঁত মখাই জানো ৰাতিপুৱাতে কম আমনি কৰে। এতিয়া আৰু একো খাব নেলাগে, একেবাৰে ভাতকে খাব।" বেচেৰা ভৰালীয়ে আৰু কি কৰিব, পেটে কলমলালেও মনে মনে থাকে, নহলে সোনকালে গাটোকে ধুই লয়গৈ, জানোচা ভাতকিটাকে সোনকালে দিয়ে। লোকৰ আশ্ৰয়ত থাকিবলৈ ল'লে এনেকুৱাই হয়। সেইফালৰ পৰা হৰেনৰ লগত থকা কেইদিন সুখেৰে থাকিব পৰা যাব।

কিন্তু ভৰালীৰ মনত আৰু এটা কথা খেলালে ঃ অথনিৰ পৰা পদ্ম হাজৰিকাই তেওঁকেই ঠাট্টা-মস্কৰা কৰি আছে, শ্ৰীধৰ বৰুৱাক বিশেষ একো কোৱা নাই। হয়তো বৰুৱাক সদায় লগ পাই থাকে কাৰণে নতুনত্ব একো পোৱা নাই। সেইবাবে ভৰালীকে আজি ভালকৈ ধৰিছে। কিন্তু অকল তেওঁকেনো আৰু কিমান কিলাই থাকে ? কথাটো ঠিক হোৱা নাই। ওভতাই এটা মাৰ দিব লগা হ'ল।

সিজোৱা কণী কেইটা শেষ হৈছিল। পট্‌টোৰ পৰা দ্বিতীয়বাৰলৈ চাহ ঢালি লৈ তিনিও দুই-এসোহা মাৰিছে, এনেতে নবীন ভৰালীয়ে প্ৰশ্ন কৰিলে, "হাজৰিকাই পিচে এতিয়া উইল-চুইল কিবা তৈয়াৰ কৰিছা নেকি ?" তেওঁৰ টেংটেঙীয়া মাতটোৰে ঠাট্টাটো বৰ বেছি বেঁকাকৈ যোৱা যেন লাগিল।

শ্ৰীধৰ বৰুৱাই পকিব ধৰা ভুৰুযোৰ ওপৰলৈ দাঙি হাঁহিৰ ইংগিত দিলে। পদ্ম হাজৰিকা ঘাইল হ'ল। চাহৰ কাপটো সন্তৰ্পণে নমাই থৈ এহেম-উহুম কৰি এবাৰ কেৰাহিকৈ বৰুৱালৈ চাই ক'লে, "নাই, শকুনিয়ে এইবাৰ তেনেকৈ একো বুধি উলিয়াব পৰা নাই। কিন্তু ভাই, মনত ৰাখিবা, আমাৰ বোৱাৰীয়ে আমাৰ মুখৰ পৰা কণী মাংস কেতিয়াও আঁতৰাই নেৰাখে। যাচি যাচিয়েই দিয়ে, আমিহে বয়সলৈ চাই দুই-এপদ বস্তু নোখোৱাকৈ থকা কৰিছোঁ।"

শকুনি বুলি তেওঁকে ইংগিত কৰা কাৰণে শ্ৰীধৰ বৰুৱাই সহি থাকিব নোৱাৰিলে, ক'লে, "এওঁৰ বোৱাৰীয়েক দুজনী ইমান ভাল যে প্ৰায় নিজে নিজেই এওঁৰ ঘৰ সোমালহি, বিচাৰি ফুৰিব লগা হোৱা নাছিল।"

"প্ৰায় চুৰ কৰিয়ে আহিছিল বুলি কব খুজিছাতো ?" চকু দুটা পোল্দাৱাই ধৰি হাজৰিকাই সুধিলে। বৰুৱাই এটা দগাবাজি কৰি সুখ পোৱাৰ আনন্দত মাত্ৰ খুকখুককৈ হাঁহিলে। হাজৰিকাৰ সৰু পুতেক দুজনে নিজে নিজে ছোৱালী ঠিক কৰিছিল। হাজৰিকাই তাতেই সন্তুষ্ট হৈ বিয়া পাতি দিছিল। হাজৰিকানীৰ মত বেলেগ আছিল, তেওঁ নিজেই আলেঙে

আলেঙে ছোৱালী চাই ফুৰিছিল। কিন্তু তেওঁৰ মত নৰজিল কাৰণে থং কৰি সৰু পুতেকহঁত আৰু গিৰিয়েকক এৰি থৈ ডাঙৰ পুতেকৰ লগতে থকা কৰিলেগৈ। সেই কাৰণে বহুতেই ভাবে যে হাজৰিকাৰ সৰু পুতেক দুজনক ছোৱালীয়েহে পাকৰাও কৰিলে।

উইল আৰু শকুনিৰ কাহিনীটো এটা আমোদজনক ঘটনা।

পদ্ম হাজৰিকা আৰু শ্ৰীধৰ বৰুৱাৰ বৰ্ত্তমান জীৱনটো বৰ সুখকৰ নহয়। কেতিয়াবা যে সুখকৰ আছিল এনেও নহয়, কিন্তু এতিয়া অন্ততঃ নহয়। গতিকে দুই বন্ধুৱে লগে-ভাগে থাকিলে বা ফুৰিলে দুখৰ কথাকে পাতে; যেনে চাকৰিৰ পৰা অৱসৰ ল'লে যদিও কাম-বনৰ পৰা তেওঁলোকে অৱসৰ নাপালে। নাতি-নাতিনীক মুখ ধুওৱা, গা ধুওৱা, ( ইবিধ ধুওৱাতো তেওঁ-লোকৰ একচেটিয়া ডিউটী ), সিহঁতক স্কুললৈ নিয়া, আবেলি গৈ অনা, ডাক-ঘৰৰ কাম কৰা, বজাৰ কৰা, বাৰীত জেওৰা দি বা দিয়াই শাক-পাচলিৰ খেতি কৰা, বেজী সূতা বা জোতাৰ ৰং ব্ৰাছ ঠিক ঠাইত বিচাৰি পোৱাকৈ ৰখা, অসময়ত অহা ধোবাটোৰ পৰা কাপোৰ জাপ মিলাই চাই লোৱা, মাক-বাপেক ফুৰিবলৈ বা লুকাই চুৰকৈ চিনেমা চাবলৈ গ'লে নাতি-নাতিনীক লৈ ঘৰ ৰখা, প্ৰায়েই আবেলি সিহঁতক গাড়ীয়ে নেচেপাকৈ তদাৰক কৰি ফুৰাবলৈ নিয়া ইত্যাদি এশ এটা কাম কৰি তেওঁলোকে নিজলৈ আজৰিকে নাপায়। খবৰ কাগজখন সদৌ শেহত পালেও কোনোবা এটাই থাপ মাৰি লৈ যাবহি। কেতিয়াবা দিন-ৰাতিক সমান কৰি গৰু বিচাৰি গোটেইখন টাউন আৰু পথাৰ-সমাৰ ঘূৰি ফুৰিব লগা হয়। মাজে মাজে বোৱাৰীয়েকহঁতৰ আদেশত ল'ৰা-ছোৱালীবিলাকৰ পঢ়াৰ ওচৰত বহি চকীদাৰী কৰি থাকিব লগা হয়, কেতিয়াবা পঢ়া দেখুৱাই দিব লগাও হয়। চাকৰি কৰি থকা দিনত ৰাতিপুৱা আঠ বজাত উঠি চাহ খাই, আকৌ ভাত খাই অফিচলৈ গৈ ঘূৰি আহিলেই হয়, বাদবাকী একো কামকে কৰিব নালাগে, অন্যাই কৰে, ঘৈণীয়েকহঁতে সকলো কাম চম্ভালিছিল। এতিয়া দেখোন আজৰি নোলায়েহে নোলায়!

তথাপি অৱহেলাহে ভাগ্যত মিলে, মাজে মাজে কেটেৰা-জেঙেৰাও, সেইটোহে ডাঙৰ কথা। ভাতমুঠিৰ কাৰণে কাম কৰি দিব লাগে বুলি তেওঁ-লোকে বুজে, সেই কাৰণেই যি যি কৰিবলৈ কয় তাকেই কৰি যায়। কিন্তু তথাপি পুতেক-বোৱাৰীয়েক বা জীয়েক-জোঁৱায়েকক সন্তুষ্ট কৰিব নোৱাৰে। কেতিয়াবা ক'ৰবাত কিবা জগৰ লাগিবই। চাহ-ভাত, কাপোৰ-কানি, পূজা-

থিয়েটাৰ সকলোতে বুঢ়াৰ অনুমতি সবাতোকৈ পিচত। হাজৰিকাক পুতেক-হঁতে কথাই কথাই ধমক লগায়—সেইটো বোৱাৰীয়েকহঁতৰ লগনীয়াত বুলি তেওঁ বুজে। হাজৰিকানীয়ে কাঁজিয়া কৰিলে মুখতেই কৈ দিছিল—কিন্তু তাৰ বাহিৰে গিৰিয়েকৰ স্বাৰ্থটো আটাইতকৈ আগত ৰাখিছিল। শ্ৰীধৰ বৰুৱাক এদিন জীয়েকে ৰাতিপুৱা চাহ খাই থাকোঁতেই টানকৈ ক'লে, "দেউতা তুমি ৰুটি দুখনেই খাই পেলালা কিয় ? তেখেতক এতিয়া মই কিহেৰে চাহটোপা দিওঁ ? আকৌ ৰুটি কৰিবলৈ টাইম ক'ত ?" শোৱাকোঠাৰ পৰা জোঁৱায়েকে কৈছিল, "হেৰা, হব দিয়াহে, মই বাৰু আজি একাপ শুদা চাহকে খালোঁ, কিনো হ'ল ? একেবাৰে ভাতকে খাম আৰু।" বৰুৱাৰ অনুভৱ হৈ আহিছিল যে তেওঁৰ পেটত দুখন কিয় এখন ৰুটিৰেই ঠাই নাই, তেওঁনো বাৰু কি থকত দুখনকৈ ৰুটি খাই পেলাইছিল ?

যাৰ উপাৰ্জন নাই তাৰ ক'তো কোনো গুৰুত্ব নাই, এই কথা দুয়ো বৰ বেয়াকৈ উপলব্ধি কৰিলে। পদ্ম হাজৰিকাই এইবিলাক দুখৰ কথা শ্ৰীধৰ বৰুৱাৰ আগত প্ৰায়েই উলিয়ায়। তেনেকুৱা এটা সময়তে বৰুৱাই হাজৰিকাক এটা পৰীক্ষা কৰি চাবলৈ বুধি দিছিল। সেই মতে—

দুয়ো এদিন বলো কলিতাৰ উকীলখানাত বহিলগৈ। বলো কলিতা তেওঁলোকৰ বন্ধু মানুহ আছিল, যোৱা বছৰ ঢুকাল। উকীলৰ লগত তেওঁ-লোকে এটা ষড়যন্ত্ৰ কৰিলে। বলো কলিতাই বাৰ্ধক্যজনিত অসুখ-বিসুখৰ কাৰণে ওকালতি ব্যৱসায় প্ৰায় এৰিছিলেই, অভ্যাসবশতঃ মাত্ৰ সপ্তাহটোত দুই-তিনি দিন পোছাকটো মাৰি কাছাৰীলৈ এনেয়ে অহা-যোৱা কৰি আছিল। এটা ধেমালি কৰিবলৈ সুযোগ পাই তেৰোঁ সন্মত হৈ গ'ল, সকলো ধৰণে সহযোগিতা কৰিবলৈ ওলাল।

দুমাহমানলৈ পদ্ম হাজৰিকাই বলো কলিতাৰ উকীলখানালৈ খুব অহা-যোৱা কৰিলে, কেতিয়াবা শ্ৰীধৰ বৰুৱাও যায়, কিন্তু পদ্ম হাজৰিকা সাধাৰণতে অকলেই যায়। এই উকীলৰ তালৈ অহা-যোৱা কৰাটো লাহে লাহে মানুহৰ চকুত পৰিবলৈ ধৰিলে। হাজৰিকাই কায়দা কৰি কোনোবা দিনা অলপ বুজন ধৰণৰ নাতিয়েক এটাক উকীলৰ তালৈ যোৱাৰ কথা কৈও যায়। ঠিক হাজৰিকা নথকা সময় এটা অনুমান কৰি লৈ কেতিয়াবা শ্ৰীধৰ বৰুৱাই তেওঁক বিচাৰি আহে, আৰু লগ নাপালেই ইচ-ইচ, আচ-আচ কৰি 'বলো কলিতাৰ তালৈ গৈছে নেকি' বুলি সোধে।

স্বাভাৱিকতে ঘৰত অলপ সন্দেহ হ'ল। পুতেক দুজনে বোৱাৰীয়েকহঁতৰ পৰামৰ্শ মতে আলেঙে আলেঙে অনুসন্ধান আৰম্ভ কৰি দিলে। শ্ৰীধৰ বৰুৱাই তেওঁলোকৰ সন্দেহত শান দি নানান আকাৰ ইংগিত কৰিলে। বলো কলিতায়ো এনে কিছুমান লোকক ক'লে যে পদুমই এখন উইল তৈয়াৰ কৰাব খুজিছে যাৰ ফলত সেই কথা ল'ৰা দুটাৰ কাণত পৰেগৈ, নহলেও বোৱাৰীয়েকহঁতৰ কাণত। মানুহে হিচাপ কৰি উলিয়ালে যে পদুম হাজৰিকাৰ এই টাউনত দুটা ঘৰ, সাত কঠা মাটি আছে, প্ৰভিডেণ্ট ফাণ্ডৰ টকাখিনি তেওঁ এটা বেঙ্কত জমা থৈছে, পেন্সনৰ টকাও অলপ অলপ জমা হয়—অঙ্কটো কিমান হৈছেগৈ কোনেও নেজানে। শ্ৰীধৰ বৰুৱাই প্ৰচাৰ কৰি দিলে যে পদুম হাজৰিকাই বালিজানৰ পিনে ব্ৰহ্মপুত্ৰৰ কিনাৰতে কেবা পুৰাও মাটি এটা দেছুৱালী মানুহৰ পৰা ৰাখি থৈছে—একচনা মাটিখিনি অলপতে ম্যাদী কৰাই লৈছে। টাউনখন সেই ফালে বাঢ়ি গৈছে, অচিৰেই মাটি সোণৰ মূল্যত বিক্ৰী হ'ব।

কথাটো ইকাণ সিকাণকৈ সহস্ৰকাণ হৈ গ'ল। আলোচনা-বিলোচনাৰ ফলত নোহোৱা মাটিৰ পৰিমাণ বহুত হৈ গ'ল, বেঙ্কৰ জমা ত্ৰিশ হাজাৰবো বেছি হৈ গ'ল, বলো উকীলে সকলো কাগজ-পত্ৰ পৰীক্ষা কৰি চাই মোটা-মুটি এটা খচৰা তৈয়াৰ কৰিলেই বুলি ওলাল। হঠাৎ পদুম হাজৰিকাৰ কাম-বন কমি গ'ল; খোৱা বাঢ়ি গ'ল। তেওঁ ইচ্ছামতে যিকেইটা কাম কৰে তাৰ বাহিৰে বোৱাৰীয়েকহঁতে তেওঁক একোকে নোকোৱা হ'ল। আটাইতকৈ আগতে চাহ-জলপান তেওঁক দিয়ে—শ্ৰীধৰ বৰুৱাৰ ঘৰৰ ঘটনা শুনি ৰুটি দুখনকৈ দিয়া হ'ল। ল'ৰা-ছোৱালীয়ে পেনপেনালে হয় ধমকী নহয় মাৰ খাব লগা হ'ল। আবেলিৰ বজাৰখন কৰিবলৈ দুই পুতেকৰ মাজত অৰিয়া-অৰি লাগিল—হাজৰিকাই বজাৰৰ মোনা বিচৰা দেখিলে কোনোবাটোৱে কয়, "নেলাগে যা আমি কৰিম। তই মুকলিতে এপাক ফুৰিয়ে আহগৈ—প্ৰেছাৰটো এই মাহত বেছি হৈছে।" বোৱাৰীয়েকহঁতৰ কি আদৰ-সাদৰ, লেনীয়া মাত—এতিয়া ভাত খোৱাৰ আগতেও এবাৰ চাহ, বাৰীত গৈ সোমোৱা দেখিলেই ৰ'দত বেছি পৰ নেথাকিবলৈ বাৰে বাৰে মিনতি। তাহাঁত দুজনীয়ে গিৰিয়েকহঁতৰ বুধি-মতে প্ৰকাৰান্তৰে উলিয়াবলৈ চেষ্টা কৰে বেঙ্কত কিমান টকা আছে, মাটি আচলতে কিমান, উইলখন হ'লনে—কি কি লিখিব খুজিছেনো, ইত্যাদি। আনকি মৰমৰ বৰপুতেকক লৈ এদিন হাজৰিকানীও উপস্থিত। এৰাতি এদিন থাকি বৰপুতেকে বৰ দুখ কৰিলে যে কামৰ হেঁচাত খবৰ কৰিবলৈকে আহিব

পৰা নাই। বাপেকক স্বাস্থ্যৰ বিষয়ে নানান উপদেশ দিলে, এবটল হৰলিক্স কিনিও দিলে। তাৰ পিচত মাকক থৈ গ'লগৈ। হাজৰিকানীয়েও গিৰিয়েকৰ আলপৈচান ধৰিলে, ভালকৈ মাত-বোল কৰিলে—পাৰিলে অকলশৰীয়াকৈ বহুৱাই লৈ উইলৰ বিষয়েনো কি কি কৰিছে খবৰ লয়, মাটিখিনিৰ কথানো তেওঁৰ পৰাও লুকুৱাব লাগে নে বুলি মৃদুভাৱে ভৰ্ৎসনা কৰিলে। শহুৰেক-শাহুৰেকক তেনেকৈ বহি থকা দেখি দুই বোৱাৰীয়েকে মুখ টিপি টিপি হাঁহিলে, চকুৱে চকুৱে কথা পাতিলে।

পদ্ম হাজৰিকাই কাকো একো নক'লে। সকলো প্ৰশ্নকে এৰাই গ'ল। আনকি হাজৰিকানীকো একো জানিবলৈ নিদিলে। বলো কলিতা আৰু শ্ৰীধৰ বৰুৱাই তেওঁক বাৰেপতি সাৱধান কৰি দিছিল যে কিবা ক'ব লাগিলেই সমস্ত কথা ওলাই পৰিব, তেতিয়া কথা গুৰুতৰ হৈ পৰিব। গতিকে তেওঁ সকলোৰে লগত অভিনয় কৰি গ'ল।

হাজৰিকানীৰ উপস্থিতিয়ে অৱশ্যে তেওঁক বৰ দুৰ্বল কৰি পেলাইছিল। মানুহজনীয়ে যিমানেই তেওঁক অৱহেলা নকৰক, খং কৰি তেওঁক এৰি পুতেকৰ তালৈ গুচি গ'লেও, তেওঁ অনুভৱ কৰিলে যে এই মানুহজনীৰ লগত তেওঁ এৰাব নোৱাৰাকৈ বান্ধ খাই আছে। হাজৰিকানীক এৰি তেওঁ তেওঁৰ জীৱনৰ কথা ভাবিবই নোৱাৰে। চাহটোপা আনি দিয়া, গা ধুবলৈ পানী তপতাই দিয়া, ভাত খাই থাকোঁতে চাই থাকি কেতিয়াবা বোৱাৰীয়েকহঁতক “দেউতাৰক মাছ আৰু অকণ দে অ'' বুলি কোৱা, এইবোৰে তেওঁক কল্পনা কৰিবলৈ দিয়ে যে তেওঁলোকৰ সেই পুৰণা দিনবোৰ এতিয়াও আছে, সেইবোৰ দিন কেতিয়াও পুৰণা নহয়। হাজৰিকানীৰ স্বাৰ্থপৰতাৰ কথা, তেওঁ যে বৰপুতেকৰ কাৰণেহে আহিছে, এই কথা তেওঁৰ বিশ্বাস নকৰিবলৈ মন যায়।

কিন্তু তেনেকুৱা মুহূৰ্তবোৰ বাদ দিলে সমস্ত ঘটনাটোৱে হাজৰিকাক বৰ কৰুণ কৰি তুলিলে। মানুহবোৰ, নিচেই আপোন মানুহবোৰ, আনকি নিজৰ তেজমঙহৰ মানুহবোৰো কিমান যে স্বাৰ্থপৰ, কিমান যে আত্মকেন্দ্ৰিক তেওঁ খুব বেয়াকৈ এই ঘটনাটোতে দেখিবলৈ পালে। তেওঁ স্বীকাৰ কৰিবলৈ বাধ্য হ'ল যে এইবোৰ একো নকৰাই ভাল আছিল, এই শনি শ্ৰীধৰ বৰুৱাৰ কথা নুশুনোই ভাল আছিল। সি গোটেই জীৱন বেয়া কামবোৰ কৰিয়ে কটালে। এই শেষ বয়সতো অভ্যাসটো এৰিব পৰা নাই।

এই উপলব্ধি গভীৰ হোৱাত এদিন আবেলি হাজৰিকাই বৰুৱাক বিচাৰি

গৈছিল। শ্ৰীধৰ বৰুৱা ঘৰত নাছিল, জীয়েকে ক'লে যে অলপ আগতে ফুৰিবলৈ ওলাই গ'ল। হাজৰিকাই বন্ধুক বিচাৰি গোটেইখন চলাথ কৰিলে। কিন্তু নাপালে। গধূলি হওঁ-হওঁ হওঁতে হঠাৎ কিবা ভাবি হাজৰিকা সেই ভয়ঙ্কৰ পুখুৰীটোলৈ কোঁ কোঁ কৰে খোজ ল'লে—যিটো পুখুৰীতে পৰি বৰুৱানীয়ে আত্মহত্যা কৰিছিল। বৰুৱানী কেনে নিজৰ প্ৰকৃতিৰ, মুখৰ ৰা-নোহোৱা তিৰোতা আছিল হাজৰিকাই ভালদৰে জানে। এই দগাবাজ শ্ৰীধৰৰ অত্যাচাৰ আৰু অমনোযোগিতাৰ ফলতেই এনে সাদৰী মানুহ এজনীয়ে নীৰৱ প্ৰতিবাদত আত্মাহুতি দিলে। ইয়াৰ প্ৰায় সকলো চাৰ্কৰিয়ালেই ঘৰ-মাটি কৰি লৈছে। বৰুৱানীয়েও সেই কথা কোৱাত উদণ্ড শ্ৰীধৰে বৰ অবাইচ মাতেৰে গালি পাৰি দিলে—সি বদমাচে ধাৰে ঋণে ভাড়া ঘৰতেই জীৱন পাৰ কৰি দিলে।

পুখুৰীটো ডেৰ বিঘামান মাটি জুৰি আছে। অলপ ভিতৰুৱা ঠাইত। পথাৰলৈ গৰু নিয়া বাট এটাইদি গৃহস্থৰ বাৰীত নোসোমোৱাকৈ তালৈ যাব পাৰি। ল'ৰাবিলাকে সেইপিনেদিয়েই তালৈ বৰশী বাবলৈ যায়। তালৈ গৈ থাকোঁতে হাজৰিকাৰ নানান বেয়া ভাব মনলৈ আহিছিল। নিজৰ তিক্ত অভিজ্ঞতাৰ পৰাই বৰুৱাই কিমান কি ধৰণৰ অঘটন ঘটাই পেলাব পাৰে তেওঁ কল্পনা কৰি কৰি শিঙৰি উঠিছিল। শ্ৰীধৰো নিশ্চয় জীৱনত অতিষ্ঠ হৈছে, জীয়েক-জোঁৱায়েকৰ গঞ্জনা খাই, নাতিয়েকহঁতৰ আলপৈচান ধৰি আৰু কিমান দিন জীয়াই থাকিব? পাপৰ প্ৰায়শ্চিত্ত কৰিবৰ নিশ্চয় মন গৈছে।

কিন্তু একো অঘটন নঘটা দেখি, বন্ধুক পুখুৰী পাৰতে লেপেটা কাঢ়ি বহি উদাস মনেৰে থকা দেখি হাজৰিকাই স্বস্তিৰ নিশ্বাস পেলালে। খোজৰ শব্দত শ্ৰীধৰ বৰুৱায়েই প্ৰথমে উভতি চাই বন্ধুক দেখিলে। তাৰ পিচত হাজৰিকা গৈ পোৱালৈ মনে মনেই বৈ থাকিল। হাজৰিকাই মাত লগোৱাত মাত্ৰ "বহা" বুলি বৰুৱাই ওচৰতে ঠাই এটুকুৰা দেখুৱাই দিলে। তেওঁ বহিল। তেওঁৰ উত্তেজনা সাম কটা নাছিল। কিন্তু কথা কৈ সেইটো দেখুৱাই দিব নুখুজিলে। তাৰ সলনি চিগাৰেটৰ পেকেটটো উলিয়াই বৰুৱালৈ এটা আগবঢ়ালে আৰু নিজেও এটা মুখত লৈ জ্বলালে।

"তুমি ইয়ালৈ আগতেও আহিছা নেকি?" হাজৰিকাই কিছু সময়ৰ পিচত সুধিছিল।

"মাজে মাজে," বৰুৱাই খোৰতে ক'লে, "মনটো বেয়া লাগিলে।" শ্ৰীধৰৰ বাৰু ঘৈণীয়েকলৈ বেয়া লাগিছে নেকি? অপৰাধী অপৰাধী লাগিছে? মনত

পাৰিছে ? সেই নিৰ্জ্জন-নিমুখখন, বিনাবাক্যব্যয়ে সেই অত্যাচাৰ সহ্য কৰি থোৱা মানুহজনীৰ স্বৰ্গীয় মুখখন ? হাজৰিকাই পুখুৰীটোৰ ওপৰত চকু ফুৰালে। সৰু ডাঙৰ বহুতো মাছ আছে বোলে। কোনখিনি ঠাইত শটো ওপঙি আছিল তেওঁ কৈ দিব পাৰে। কাৰণ পুলিচ আহি পোৱালৈ বাট চাই শটো চাবলৈ অহা অসংখ্য মানুহৰ মাজত তেৰোঁ আছিল। ভিৰৰ মাজৰ পৰা আহত, বিতৃষ্ণ, অভিভূত চকু-মুখেৰে চাই থকা শ্ৰীধৰ বৰুৱাকো সেইদিনা ৰাতিপুৱা দেখিছিল। বৰুৱাই এতিয়াও ঠিক সেই টুকুৰা ঠাইলৈকে চাই আছে। হাজৰিকাই কেবাবাৰো মনে মনে বন্ধুৰ পিনে চাইছিল। কিন্তু বন্ধু আজি বৰ গহীন। দুষ্ট প্ৰকৃতিৰ মানুহটো আজি বৰ উদাস।

দুয়ো ভালেখিনি সময় দুই-এটা সাধাৰণ কথাৰ বাহিৰে নীৰৱেই বহি থাকিলে। গধূলি ঘন হৈ অহাত উঠি আহিল। পুখুৰীটোত ভূত-প্ৰেত থকা বুলি সৰ্ব-সাধাৰণৰ বিশ্বাস। সেইবাবে হাজৰিকায়েই গুচি অহাৰ প্ৰস্তাৱ দিলে, আৰু বৰুৱাই তেওঁৰ কথা মানি ল'লে।

গোবাটটোৰেদি লাহে লাহে ওলাই আহোঁতে শ্ৰীধৰ বৰুৱাই উপযাচি বন্ধুৰ আগত মনৰ দুখ বৰ্ণনা কৰিলে, "আজি ছোৱালীজনীয়ে বৰ টান কথা শুনালে হাজৰিকা। আজি গুৱালটোৱে গাখীৰ নিদিলেহি। মোৰো ৰাতিপুৱা ফুৰি-চাকি তোমালোকৰ তাৰ পৰা উলটি আহোঁতে বৰ পলম হৈ গ'ল। ল'ৰা-ছোৱালীকেইটাই গাখীৰ খাবলৈ নাপালে কাৰণে মাকৰ খং—মোকেই শুনাই দিলে যে কাম নাই বন নাই কেলৈনো টলৌ-টলৌকৈ ঘূৰি ফুৰিব লাগে ? এপাক গৈ গুৱালৰ ঘৰতে খবৰ কৰি অহা হলেই হ'লহেঁতেন। তেতিয়াই গ'লোঁ গুৱালক বিচাৰি। তাৰ ঘৰ-দুৱাৰ গোহালি-চোহালি পুৰি ছাই হৈ আছে—গৰুও দুটা পুৰি মৰিল। ঘৰত আহি খবৰটো দিলোঁ—তাই ভেকাহি মাৰি ক'লে, এতিয়া আৰু লাভ নাই, ইহঁত ভাত খাই .স্কুললৈ গ'লেই। মাকজনী জীয়াই থকা হ'লে এনেকুৱা কথা আজি শুনিব লগা নহ'লহেঁতেন ভাই। কি কৰিম, মোৰেই ভাগ্যৰ দোষ—কৰ্ম্মফল।"

হাজৰিকাই বৰুৱাৰ কান্ধত হাত এখন থৈ মৃদু মৃদু হেঁচা দি আৰু লাহে লাহে থপৰিয়াই থপৰিয়াই গৈ থাকিল।

ইয়াৰ পিচতো আৰু দুবাৰ হাজৰিকাই বৰুৱাক সেই অৱস্থাত লগ পাইছেগৈ আৰু লগতে ওভতায়ো আনিছে। এইটো ৰহস্য কিন্তু এতিয়ালৈকে আন কোনেও নাজানে।

উইল কৰাৰ ঘটনাটো আৰু কিমান দিন চলি থাকিলহেঁতেন, বা তাৰ শেষ পৰিণাম কি হ'লগৈহেঁতেন কোৱা বৰ টান। কিন্তু এদিন হঠাৎ বলো কলিতা ঢুকাই থাকিল। তেনেকৈ টান বেমাৰ-আজাৰ নাছিল, এনেয়ে বৰ দুৰ্বল হৈ পৰিছিল। ৰাতি বিছনাতে মৰি আছিল, ৰাতিপুৱা ঘৰৰ কোনোবাই জগাবলৈ গৈহে আৱিষ্কাৰ কৰিলে।

উইলৰ কথা তল পৰিল। সকলোৱে ধৰি ল'লে যে বলো উকীলে কামটো সম্পূৰ্ণ কৰি যাব নোৱাৰিলে। পদ্ম হাজৰিকাইয়ো কাৰো আগত এই বিষয়ে একো নোকোৱা হ'ল। তেওঁ আন কোনো নতুন উকীলৰ ওচৰলৈয়ো নগ'ল।

লাহে লাহে অৱস্থা আগৰ নিচিনা হৈ আহিল। পুতেকহঁতে বজাৰ কৰিবলৈ আকৌ সময় নোপোৱা হ'ল। বোৱাৰীয়েকহঁতৰ আদৰ-সাদৰ কমি আহিল; মৌমিঠা লেনীয়া মাতবোৰ হেৰাই গ'ল। হাজৰিকাই পেটৰ ভাত-মুঠিৰ কাৰণে গেৰাবি খাটিবলৈ আৰম্ভ কৰি দিলে, কেতিয়াবা আধাপেটীকৈয়ে চলি যাব লগা হ'ল।

এদিন হাজৰিকানী আকৌ ৰবপুতেকৰ তালৈ টালি-টোপোলা লৈ গ'লগৈ।

জীৱনটো নিয়মীয়াকৈ আগৰ নিচিনা হৈ পৰিল। এই কাণ্ডটোৰ কথা অহুকাণে পহুকাণে নবীন ভৰালীয়েও গুৱাহাটীত শুনিছিলগৈ। মাজতে এবাৰ দুদিনমানৰ কাৰণে আহি—বলো উকীল তেতিয়া জীয়াই আছিল—তিনিওকো নানান ধৰণে জেৰা কৰি কৰি আচল কথা উলিয়াই লৈছিল। এতিয়া পদ্ম হাজৰিকাক ঠেকা দিবৰ মনেৰে সেই প্ৰসঙ্গৰে ইংগিত নবীন ভৰালীয়ে দিলে।

তেওঁলোকৰ চাহ খোৱা হ'ল। খোৱা যে আজি অলপ বেছি হ'ল সেইটো তিনিও অনুভৱ কৰিলে। কিন্তু সেই কথা প্ৰকাশ্যে কোনেও নক'লে। নবীন ভৰালীক লগ পাই এখন তৃতীয় ঘৰত বহিবলৈ সুযোগ পোৱাত আৰু বিনা দ্বিধাই স্বাধীনভাৱে টোষ্ট কণী, দুকাপকৈ মলমলীয়া চাহ খাবলৈ পোৱাত যি আনন্দ লাভ কৰিছিল তাক তেওঁলোকে মাটি কৰি পেলাব নুখুজিলে।

নবীন ভৰালীৰ কথা বাকী দুজনে মনে মনে মানি ল'বলৈ বাধ্য হ'ল যে হৰেন ল'ৰাটো সঁচাকৈয়ে ভাল। তাৰ ঘৈণীয়েকজনী বিয়াৰ পিচতে কিবা ধৰিব নোৱাৰা বেমাৰত পেটৰ অসহ্য বিষ হৈ মৰিল। মনৰ বেজাৰতে আজি এই কেই বছৰে সি নিঃসঙ্গ জীৱন কটাই আহিছে। ককায়েকে ঠিকেই কৈছে,

হৰেনৰ ঘৰখন আকৌ হোৱা উচিত। কেলৈ জীৱনটো এইদৰে উটি-ভাঁহি যাবলৈ দিব লাগিছে ?

নবীন ভৰালীয়ে এপেকেট চিগাৰেট উলিয়াই দিয়াচেলাইৰে সৈতে আগবঢ়াই দিলে। তিনি বন্ধুৱে চিগাৰেট জ্বলাই লৈ মুহুৰ্দি কৰিবলৈ ধৰিলে।

হৰেন হাঁহি হাঁহি ওলাই আহিল। গাত হাতখৰা গেঞ্জি আৰু সস্তীয়া বেগুনীয়া লুঙি। "ককাইদেউহঁতৰ খোৱা হ'লনে" বুলি সি কাপ প্লেটবোৰ গোটাবলৈ ধৰিলে। হাজৰিকাৰ প্ৰশ্নৰ উত্তৰত সি জনালে যে সি ভাত ৰান্ধিছে।

"ঘৰখন পাতা বুইছা হৰেন," হাজৰিকাই ক'লে, "ভৰালীটো আহিছে যেতিয়া আমি ছোৱালী এজনী চাই চব ঠিক-ঠাক কৰি পেলাওঁ।"

হৰেনে ক'লে, "নাই, কেলৈনো লাগিছে ককাইদেউ ?"

শ্ৰীধৰ বৰুৱাই ক'লে, "এই কেইদিন চোন তোমাৰ বিয়াখন নোহোৱালৈকে ককায়েৰায়েই তোমাৰ ভাতকিটা ৰান্ধি দিব পাৰে। ইয়াৰতো দিনৰ দিনটো একো কাম নাই।"

তিনি যোৰা কাপ-প্লেট জাপি-জুপি লৈ হৰেনে ক'লে, "ককাইদেউ আচলতে তেজপুৰলৈ যাবলৈহে আহিছে—ইয়াত ক'ত থাকিব ? বৌক বোলে এবাৰ চাই আহেগৈ। তাৰ পিচত আকৌ গুৱাহাটীলৈকে যাব হ'বলা।"

হাজৰিকা আৰু বৰুৱাই পৰম কৌতুকেৰে নবীন ভৰালীলৈ চালে। তেওঁলোক ভীষণ অবাকো হৈ গ'ল। ভাল হবৰ আশা নথকা পাগলী মানুহজনীক চাবলৈ নবীন গুৱাহাটীৰ পৰা আহিছে। টানটো এৰিব পৰা নাই ? ভায়েকৰ পুনৰ সংসাৰ হোৱাত সেই কাৰণেই ইমান জোৰ দিছে ?

হাজৰিকাই সুধিলে, "কিহে হয় নেকি ?"

বৰুৱাই ক'লে, "মই ভাবিছিলোঁ তুমি আশা এৰি দিছা—বেয়া নেপাবা আক—সিবাৰ ডাক্তৰে ভাল নহ'ব বুলি কৈছিল নহয় জানো ? তথাপি তোমাৰ এবাৰ চাই আহিবৰ মন গৈছে নহয় নে ?"

নবীন ভৰালীয়ে খচমচ খচমচ কৰি আছিল। যেন বৰ নকৰিবৰ লগীয়া কাম এটাতহে ধৰা পৰি গ'ল। দুই বন্ধুৰ অভিযোগত তেওঁৰ অৱস্থা আৰুহে বেয়া হৈ গ'ল। তথাপি কিবা এটা নক'লেই নহয় কাৰণে খোকোজা লগাই লগায়েই ক'লে, "এ কিনো সোধা এই বিলাক দেওহে। মানুহজনী

আছে যেতিয়া এবাৰ চাই অহা—এবাৰ খবৰ লৈ অহা জানো বেয়া ? ময়োতো জীয়াই আছোঁ—নে নাই ?”

কাপ-প্লেটবোৰ লৈ দুৱাৰৰ পিনে গৈ থকা হৰেনে বৈ কৈ গ’ল, “সেইয়া চাওক। মোকহে আকৌ আপোনালোকে নতুনকৈ সংসাৰ পাতিবলৈ কয় !” তেওঁ ওলাই গ’ল।

তিনি বন্ধুৰ মুখৰ মাত হৰিল। চিগাৰেট হুপিবলৈ তেওঁলোকে পাহৰি গ’ল। নবীন ভৰালীৰ চকু-মুখবোৰ কন্দনামুৱা হৈ পৰিল। তেওঁৰ পিনে এবাৰ এবাৰ চাই লৈয়ে বাকী দুজনে চকু ঘূৰাই ল’লে আৰু মাটিলৈ থৰ লাগি চাই থাকিল। তেওঁলোকে ভালক বুলিয়েই হৰেনক ঘৰ পাতিবলৈ উপদেশ দিছিল। ককায়েকেও তাৰ বাকী দিনকেইটা সুখেৰে যাওক বুলিয়েই সেই ধৰণে চিন্তা কৰিছে। কিন্তু সি যে তেওঁলোকৰ কথাৰেই তেওঁলোকক এইদৰে জব্দ কৰিব তাক কোনে ভাবিছিল ?

হৰেন আকৌ আহিল। সি আগৰ দৰেই হাঁহি হাঁহি নীৰৱে দিছখন আৰু চাহৰ পটটো একেলগে তুলি লৈ আকৌ ওলাই যাব খুজিলে। বাকী তিনিজনে অলপ অলপ লৰচৰ কৰি বহিল। বাহিৰত অলপ অলপ ৰ’দ ওলাইছে। উজ্জ্বলতৰ হৈ অহা পোহৰটো তেওঁলোকৰ চকুতো পৰিছে। সেইবাবে পদ্ম হাজৰিকাই সুধিলে, “হৰেন কেইটা বাজিলহে ?”

হৰেনে ক’লে, “ন বাজি পাঁচ মিনিটমান গ’ল।”

পদ্ম হাজৰিকা আৰু শ্ৰীধৰ বৰুৱা জাপ মাৰি উঠিল। “এ পলম হ’ল, পলম হ’ল—ইহঁতক স্কুললৈ লৈ যাবলৈ হ’লেই—আজি ঘৰত কথা নুশুনিলেহে আছে—”হাজৰিকাই কৈ কৈ আগবাঢ়ি দুৱাৰদলি পালেগৈয়ে।

সমান বেগত খোজ চলাই চলাই বৰুৱায়ো কৈ গ’ল, আজি ঘন কুঁৱলীয়ে চব গোলমাল লগাই দিলে। ইমান বেলি হ’লহি বুলি ক’বই পৰা নাছিলোঁ। আজিহে আজি—”

দুই বন্ধুকে অলপ আগবঢ়াই দিবলৈ পাছে পাছে গৈ থাকি টেংটেঙীয়া মাতটোৰে গধূলি লগ পোৱা, কাইলৈও নৈৰ পিনে ফুৰিবলৈ যোৱাৰ ৰি ৰি কথা নবীন ভৰালীয়ে ক’লে তাৰ এটাও সি দুজনৰ কাণত নোসোমালগৈ। সামান্য লেকেচিয়াই যোৱা শ্ৰীধৰ বৰুৱাই জপনাখন খোলাকৈয়ে এৰি থৈ গৈয়ো পদ্ম হাজৰিকাক লগ ধৰিবগৈ নোৱাৰিলে।

## ষ্টেফ'ৰ্ড দম্পতিৰ ভাৰত ত্যাগ

ডেভিদ আৰু মেৰী ষ্টেফ'ৰ্ডে কিয় হঠাৎ অসম এৰি চিৰদিনলৈ ইংলণ্ডলৈ গুচি গ'ল তাৰ কাৰণ বোধকৰো মইহে ভালদৰে জানোঁ। মই এই বিদেশী ডেকা-গাভৰু স্বামী-স্ত্ৰীহালৰ অন্তৰঙ্গ বন্ধু আছিলোঁ বাবেই বোধকৰো ৰহস্যটো বুজাত ভালেখিনি সহজ হৈছে। তেওঁলোকৰ সংস্পৰ্শলৈ বহুতো লোকেই আহিছিল। বহু ছাত্ৰ-ছাত্ৰী আৰু শিক্ষকে তেওঁলোকক নিচেই ওচৰৰ পৰা লক্ষ্য কৰিবলৈ সুবিধা পাইছিল। কিন্তু তেওঁলোকৰ মনৰ খবৰ মই যিমানখিনি ৰাখিছিলোঁ সিমানখিনি কোনেও ৰখা নাছিল যেন বোধ হৈছে।

কিছুমানে কয় যে সংশ্লিষ্ট কৰ্তৃপক্ষই অন্যায়ভাবে পদোন্নতি এটাৰ পৰা বঞ্চিত কৰা কাৰণেই ডেভিদ ষ্টেফৰ্ডে পদত্যাগ কৰি গ'ল। আন কিছুমানৰ মতে আকৌ চাহাব-মেমে ভাৰতৰ অসহ্য গৰমত তিষ্ঠিব নোৱাৰিয়েই পলাই পত্ৰং দিলে। কিন্তু এইবোৰৰ যে এটাও শুদ্ধ নহয় তাকেই মই প্ৰমাণ কৰিব খুজিছোঁ। তাৰ কাৰণে অলপ বহলাই আগৰ পৰা বুজাই ক'ব লাগিব।

ডেভিদ ষ্টেফ'ৰ্ডে যিখন কলেজৰ ইংৰাজী সাহিত্যৰ অধ্যাপক হৈ অসমলৈ আহিছিল সেইখনত ময়ো বুৰঞ্জী বিভাগত লেকচাৰাৰ হৈ কামত সোমাইছিলোঁ। কলেজখন মিছনেৰীয়ে নতুনকৈ স্থাপন কৰা। সাধাৰণতে শিবলঙৰ নিচিনা পাৰ্বত্য অঞ্চলতহে উচ্চ শিক্ষাৰ এনে প্ৰতিষ্ঠান পতা হয়। বিদেশী খৃষ্টান মিছনেৰীয়ে ভৈয়ামত কিয় কলেজখন পাতিবলৈ ল'লে প্ৰথম দৃষ্টিত বুজিবলৈ অলপ টান। কাৰণ ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যটো তেওঁলোকে পৰিহাৰ কৰিব নোৱাৰে; আৰু সেই উদ্দেশ্য পাৰ্বত্য অঞ্চলতে বেছি ফলৱতী হৈ আহিছে। কিন্তু ভাৰতৰ স্বাধীনতা লাভৰ পৰৱৰ্তী কালত ইংৰাজৰ পোনপটীয়া ৰক্ষণাবেক্ষণৰ সুবিধা নোহোৱা হ'লত তেওঁলোকে নিজকে পৰিবৰ্তিত অৱস্থাৰ লগত খাপ খুৱাই লবলগীয়া হয়। ভৈয়ামত এখন কলেজ পাতিলে প্ৰমাণিত হয় যে তেওঁলোকে ভাৰতৰ সকলো ঠাইৰ লোকৰে সেৱা কৰিছে। সেইটো কিছু দূৰ সঁচা হ'লেও আচলতে যে পৰিবৰ্তিত অৱস্থাৰহে পৰিণাম সেইকথা অনস্বীকাৰ্য্য। কাৰণ পৰ্বত-ভৈয়াম সকলো ঠাইৰ ল'ৰা-ছোৱালীয়ে

আমাৰ কলেজত পঢ়িবলৈ আহিলেও সাধাৰণতে খৃষ্টান ধৰ্মাৱলম্বী ভাৰতীয় ল'ৰা-ছোৱালীয়েহে ইয়াত নাম লগাইছিল। মোৰ নিচিনা ভৈয়ামবাসী লোকক লোৱাটোও উক্ত নীতিৰে এটা অংশ মাথোন।

অৱশ্যে কলেজখনক মিছনেৰীসকলে পশ্চিমীয়া উন্নত পদ্ধতিৰে স্থাপন আৰু পৰিচালনা কৰাত গোটেই অসমতে ইয়াৰ এটা আকৰ্ষণ গঢ়ি উঠিছিল। ভালেমান চহকী লোকৰ ল'ৰা-ছোৱালীক ইয়াত পঢ়িবলৈ পঠোৱা হয়।

ডেভিদ ষ্টেফৰ্ড এই কলেজতে কাম কৰিবলৈ আহিছিল। ইংলেণ্ডত যে তেওঁৰ চাকৰিৰ অভাৱ হৈছিল নাইবা তেওঁৰ নিচিনা কেম্‌ব্ৰিজৰ গ্ৰেজুৱেটে যে ভাৰতৰ আন ঠাইত, বিশেষকৈ বিশ্ববিদ্যালয়ত শিক্ষকৰ কাম এটা নেপালে-হেঁতেন এনে নহয়। কিন্তু কলেজৰ মিছনেৰী কৰ্তৃপক্ষই ইংলেণ্ডত ইংৰাজী পঢ়ুৱাব পৰা শিক্ষক বিচৰাত হঠাৎ সুবিধাটো গ্ৰহণ কৰি তেওঁ পোনচাটেই অসমলৈ গুচি আহিছিল।, কাৰণ তেনেকুৱা সুবিধা এটা তেওঁ বিচাৰিয়ে আছিল। ধনৰ অভাৱত তেওঁ পৰা নাছিল।

ভাৰতবৰ্ষৰ প্ৰতি ডেভিদ ষ্টেফৰ্ডৰ এটা অবুজ আকৰ্ষণ আৰু অপৰাজেয় দুৰ্ব্বলতা আছিল। কাৰণ ডেভিদৰ জন্ম ভাৰততে হৈছিল। তেওঁৰ দেউতাক আছিল এজন ইংৰাজ সামৰিক বিষয়া। জন্মৰ কিছুকাল পিচতেই ডেভিদক দেউতাকে ইংলেণ্ডলৈ পঠাই দিছিল, স্বদেশৰ ৰীতি মতে শিক্ষা দিবৰ কাৰণে। তেওঁ ভাৰতত থকা মাক-দেউতাকলৈ ঘনাই চিঠি লিখিছিল আৰু আকৌ এবাৰ এই দেশলৈ আহিবৰ কাৰণে বৰকৈ ইচ্ছা প্ৰকাশো কৰিছিল। কিপলিঙৰ ভাৰতবৰ্ষই তেওঁৰ কুমলীয়া মনত বৰকৈ প্ৰভাৱ বিস্তাৰ কৰিছিল। কিন্তু তেওঁ আৰু ইয়ালৈ আহিবলৈ সুবিধা নেপালে। কাৰণ তাৰ আগতেই দেউতাকে ভাৰতবৰ্ষ এৰি চিৰদিনলৈ স্বদেশলৈ গুচি গৈছিল।

কিন্তু ডেভিদৰ মনৰ পৰা ভাৰতবৰ্ষৰ ছবি মচ খাই নগ'ল; বৰং বয়সৰ লগে লগে সি গভীৰ হ'বলৈহে ধৰিলে। ভাৰত দেখা-নেদেখা যিসকল ইংৰাজক প্ৰকৃত পক্ষে ভাৰতৰ বন্ধু বুলি ক'ব পাৰি সেই সকলৰে এজন হৈ পৰিল ডেভিদ ষ্টেফৰ্ড। ভাৰতৰ বিষয়ে সকলো ধৰণৰ কিতাপ-পত্ৰ তেওঁ পঢ়িবলৈ ধৰিলে। গান্ধীয়ে ইংলেণ্ডত ভ্ৰমণ কৰোঁতে তেওঁৰ লগে লগে ফুৰিলে। ৰবীন্দ্ৰনাথৰ লগত কথা পাতিলে আৰু ছবি উঠিলে। চিণ্টাৰ নিবেদিতা আৰু মিছ শ্লেডক প্ৰশংসা কৰি প্ৰবন্ধ লিখিলে। ভাৰতক স্বাধীনতা দিয়াত যি সকলে সক্ৰিয়ভাৱে চেষ্টা কৰিছিল ডেভিদে সেই সকলৰ লগতো হাত উজান দিছিল।

এই বিলাক কথা মই ডেভিদ ষ্টেফৰ্ডৰ পৰাই শুনিছিলোঁ। তেওঁ আমাৰ কলেজলৈ আহিবৰ সময়ত ময়েই আছিলোঁ অখৃষ্টান, হিন্দু আৰু ভৈয়ামীয়া লেকচাৰাৰ। গতিকে ময়েই এই দেশত তেওঁলোকৰ "ফ্ৰেণ্ড, ফিল'ছফাৰ আৰু গাইড" হৈ পৰিলোঁ। বাকীকিজনৰ তিমান আকৰ্ষণ সেইবিলাক বিষয়ত নাই যিবিলাকত ডেভিদহঁতৰ বিশেষ আগ্ৰহ। অঙ্ক শাস্ত্ৰৰ অধ্যাপক এজনেতো কথাই নেপাতে। কেৱল চকমাটি এডোখৰ লৈ য'তে ত'তে যোগ-বিয়োগ, পূৰণ-হৰণকে কৰি থাকে।

ময়ো অৱশ্যে তেওঁলোকৰ উপযুক্ত পথ প্ৰদৰ্শক নাছিলোঁ। কাৰণ, অন্ততঃ ডেভিদে ভাৰত সম্বন্ধে যিমানবিলাক কিতাপ পঢ়িছে, মই তাৰ চাৰি ভাগৰ এভাগৰ নামেই শুনা নাই। ৰোমান হৰফ আৰু ইংৰাজী অনুবাদত প্ৰাচীন গ্ৰন্থৰাজিও তেওঁ ইমান আয়ত্ত কৰি পেলাইছে যে অতি কম সময়ৰ ভিতৰতে ইয়াত দেৱনাগৰী লিপি আয়ত্ত কৰি লৈ সংস্কৃত পঢ়িবলৈ লাগি গ'ল। কিন্তু এইবিলাকত মই ইমান কেঁচা যে বন্ধু-বান্ধৱৰ আগত প্ৰায়েই ধেমালিৰ সুৰত মই স্বীকাৰ কৰিছিলোঁ যে "সংস্কৃতং ন জানাম্যহং।" ডেভিদে আনকি শুদ্ধ উচ্চাৰণৰ বাবে এটা সৰু টেপ ৰেকৰ্ডাৰো যোগাৰ কৰি লৈছিল। মই সংস্কৃতজ্ঞ পণ্ডিত অধ্যাপক বিচাৰি বিচাৰি ডেভিদৰ লগ লগাই দিছিলোঁ। তেওঁলোকৰ মুখৰ শাস্ত্ৰ পাঠ তেওঁ টেপ কৰি লৈ পৰম উৎসাহেৰে ঘৰত বজাই আওৰাইছিল।

ময়ো অসমীয়া কথা ৰেকৰ্ড কৰি দিছিলোঁ। সেইটো মেৰী ষ্টেফ'ৰ্ডৰ কাৰণে। কাৰণ স্বামীৰ লগত ফেৰ মাৰি তেওঁও অসমীয়া শিকিবলৈ লাগি গৈছিল। মই আছিলোঁ মেৰীৰ অসমীয়া শিক্ষক। সেইবাবেও সৰহ ভাগ সময় মোৰ ষ্টেফ'ৰ্ড দম্পতিৰ লগতে কাটি গৈছিল। মেৰীক শিকাই থকাৰ মাজতে কেতিয়াবা কিবা কথাৰ উচ্চাৰণৰ বাবে নিশ্চিত হবলৈ ওচৰৰ কোঠাৰ পৰা ডেভিদ ওলাই আহে। মেৰীয়ে তেতিয়া ডিষ্টাৰ্ব কৰা কাৰণে কৃত্ৰিম খং কৰি দেখুৱায়। গিৰিয়েকেও পশ্চিমীয়া ভদ্ৰতাৰে ক্ষমা প্ৰাৰ্থনা কৰি মোৰ পৰা জানি লব লগাটো জানি লৈ নীৰৱে আকৌ আঁতৰি যায়। মোৰ পাণ্ডিত্য নেথাকিলেও যিমান দূৰ পাৰো শুদ্ধকৈ শিকাই দিবলৈ মই যত্নৰ ত্ৰুটি কৰা নাছিলোঁ।

ভাৰতবৰ্ষৰ প্ৰতি মেৰীৰো আকৰ্ষণ আৰু দুৰ্বলতা আছিল। কিন্তু ঠিক ডেভিদৰ লেখীয়াকৈ নহয়। কিয়নো পুথি অধ্যয়ন কৰি কৰি ভাৰতৰ প্ৰাচীন

আত্মাক অনুধাৱন কৰিব পৰা মানসিক গঠন বা যোগ্যতা তেওঁৰ নাছিল। কিন্তু তথাপি ভাৰতবৰ্ষ সম্বন্ধে তেওঁৰ কৌতূহলৰ অন্ত নাছিল। ভাৰতৰ বিবিধ বিষয়ে জানিব পৰাকৈ তেওঁ কিতাপ-পত্ৰ পঢ়িছিল। গিৰিয়েকক ভাৰতবৰ্ষ সম্বন্ধীয় তৰ্কত পৰাজিত কৰিব নোৱাৰিছিল যদিও এনে বিষয়ৰ আলোচনাত তেওঁ অংশ গ্ৰহণ কৰিব পাৰিছিল।

মেৰীৰ অনুভূতিৰ মাধ্যমো বেলেগ আছিল। আখৰ আৰু শব্দৰ যাদুৰে মাজত ভাৰতক বিচৰাতকৈ তেওঁ ৰং আৰু ৰেখাৰ মাজত বিচাৰিবলৈহে ভাল পাইছিল, সহজ পাইছিল। কেমেৰা তেওঁৰ বৰ প্ৰিয় আছিল। তেওঁ নিজে ছবিও অলপ-অচৰপ আঁকিছিল। তেওঁ আমাৰ দেশৰ নানান ছবি তুলি ইংলেণ্ড আৰু আমেৰিকাৰ কাকতবিলাকলৈ পঠিয়াইছিল। নিজৰ অংকিত ছবি কেতিয়াও প্ৰকাশ নকৰিছিল যদিও বন্ধু-বান্ধৱৰ আগ্ৰহেৰেই দেখুৱাইছিল আৰু চিত্ৰবিদ্যা সম্পৰ্কে আলোচনাত ভাগ লবলৈও খুব ভাল পাইছিল।

কিমান যে ফটো মেৰীয়ে নুতুলিলে! ফটো তুলিবৰ কাৰণেই তেওঁ কেতিয়াবা অকলে আৰু কেতিয়াবা কলেজ বন্ধ থাকিলে ডেভিদৰ লগত ভাৰতৰ নানান ঠাইলৈ গৈছিল। এবাৰ ভাৰতৰ উপজাতিবিলাকৰ প্ৰত্যেকৰে প্ৰতিনিধি-মূলক ফটো তুলিবলৈ আমেৰিকাৰ আলোচনী এখনে তেওঁক নিযুক্ত কৰিছিল। তেওঁ এই কামতে ছমাহ মান অকলে গোটেইখন ঘূৰি ফুৰিছিল। ইয়াৰ পৰা তেওঁৰ উপাৰ্জনো ভালেই হৈছিল। কিন্তু ধনৰ প্ৰতি গিৰিয়েকৰ দৰেই তেওঁৰো বিশেষ কোনো দুৰ্বলতা নাছিল। সৰহীয়াকৈ টকা পালে সংসাৰৰ কামত খৰচ কৰিছিল যদিও ফিল্ম, কেমেৰা, কেমিকেলছ, ভ্ৰমণ আদিতে তাক অকাতৰে খৰচ কৰি পেলাইছিল—ফটো তোলোঁতে পইচাও খুব দান কৰিছিল। ফটো ডেভেলাপ আৰু প্ৰিণ্ট কৰাৰ সকলো যোগাৰ তেওঁৰ নিজৰে আছিল।

মেৰী আচলতে আমেৰিকাৰ ছোৱালী। কিবা মন যোৱাত ইংলেণ্ডলৈ পঢ়িবলৈ আহিছিল। ডেভিদ ষ্টেফৰ্ডক লগ পাই আৰু স্বদেশলৈ উলটি যাবলৈ নহ'ল। মাক-দেউতাকৰ অনুমতি লৈ তেওঁ ডেভিদক ইংলণ্ডতে বিয়া কৰাইছিল। তেওঁলোকে তেওঁলোকৰ ল'ৰা-ছোৱালী ইংলণ্ডতে এৰি আহিছিল। হঠাৎ লৈ আহিলে পঢ়া-শুনা কৰাত ব্যাঘাত জন্মে বুলি অনা নাছিল। পিচে পৰে অৰণ্যো অনাৰ কথা আছিল। কিন্তু তাৰ আগতে তেওঁলোকেই গুচি যাব লগা হ'ল।

ডেভিদেই মেৰীৰ মনতো ভাৰতৰ প্ৰতি মোহ উপজালে নেকি কই নোৱাৰোঁ।

এই কথা পোনপটীয়াকৈ মই কাহানিও তেওঁক সোধা নাই। কিন্তু মেৰীৰ ভাৰত প্ৰেম যে নিঃস্বাৰ্থ আৰু স্বাভাৱিক সেই কথা তেওঁৰ কাৰ্য্যকলাপত সততে ফুটি ওলাইছিল। আমাৰ কোনো দুৰ্ব্বলতা, আমাৰ আৰ্থিক অনগ্ৰসৰতা, আমাৰ শিক্ষাহীনতা, আমাৰ সকলোখিনি ক্ষুদ্ৰতাৰ প্ৰতি ধনিষ্ঠা মানো ঘৃণা বা সমালোচনা তেওঁলোক এজনৰো মনত নাছিল। বৰং মইহে কেতিয়াবা লাজৰ ভাৰত তেওঁলোকৰ উন্নত দেশৰ সৈতে নিজ জন্মভূমিৰ তুলনা কৰি দেখুৱাওঁ। তেতিয়া তেওঁলোকে সমিধান দিয়ে, “বৈষয়িক উন্নতিয়েই সকলো নহয়। অতি অসভ্য বৰ্বৰ লোকৰ পৰাও আমাৰ সকলোৱে শিকিব পৰা বস্তু আছে। তোমালোকতো অতি প্ৰাচীন সু-সভ্য জাতি।”

কিন্তু মইহে জানোঁ আমি ভাৰতীয়সকল কিমান বিষয়ী, অতীততো আছিলোঁ, এতিয়াও। অৱশ্যে তেওঁলোকৰ নিৰ্জলা প্ৰশংসাৰ মই প্ৰতিবাদ নকৰোঁ। মেৰীয়ে য'তে ত'তে ভাৰতৰ চিৰন্তন প্ৰতিমূৰ্ত্তি এটা বিচাৰি পায়। মদ-ভাং খাই বেপৰোৱাভাৱে ঘূৰি ফুৰা মানুহ দেখিলে কয় “এয়েই শিৱ!” ঘৰৰ বৰমতা গিৰিয়েকে মৰাকৈ মাৰিলেও তইৰাম নোবোলা তিৰোতাৰ কাহিনী শুনিলে কয় “পাৰ্ব্বতী!” এবাৰ কাজিৰঙা দেখুৱাবলৈ নিওঁতে হাবিতলীয়া জুপুৰী এটাত এহাল মতা-মাইকী দেখি তেওঁ চিঞৰি উঠিছিল, “চোৱা চোৱা, সেয়া ৰামচন্দ্ৰ আৰু সীতা!” এনেকুৱা আতিশয্যত বৰগুণি যোগাই শ্লোক মাতিবলৈ আৰম্ভ কৰি দিয়ে ডেভিদে। মই নিৰুপায় হৈ মনে মনে থাকোঁ। গোটেইখন ৰাম-সীতা, শিৱ-পাৰ্ব্বতী হ'বলৈ হ'লে সৰ্বনাশেই হ'ব। মদাহী আৰু জংঘলী যদি দেৱতা হ'ল তেন্তে গণতান্ত্ৰিক যুগৰ উচ্চ শিক্ষা লভা আমাৰ কি গতি হ'ব?

কিন্তু কেতিয়াবা গভীৰ একোটা মুহূৰ্ত্তত উপলব্ধি হয় যে এইবিলাক পৌৰাণিক চৰিত্ৰ একোটা আদৰ্শৰ প্ৰতীক মাথোন, তেওঁলোক প্ৰকৃত বাস্তৱ মানুহ নাছিল। সেই আদৰ্শৰ অনুসৰণতো প্ৰকৃত মানুহৰ দ্বাৰা হ'বও পাৰে! গান্ধীয়ে ৰামৰাজ্য বিচাৰিছিল। আমাৰ কোনো সমালোচকে “ভীম চৰিত”ৰ শিল্পক গাৱঁলীয়া ভঙুৱা খেতিয়কৰ লগত তুলনা কৰে। এইবিলাকলৈ চালে ডেভিদ আৰু মেৰীৰ কথা মিছা নহয় যেনো লাগে।

মোৰ টিউচনত মেৰী ষ্টেফৰ্ডে অসমীয়া ভাষা বেছ শিকি উঠিছিল। ভিতা নুঘুৰিলেও তেওঁ ভাঙকৈয়ে অসমীয়া ক'ব পৰা হৈছিল; অৱশ্যে শব্দ বিচাৰি প্ৰায়েই খোকোজা লাগিছিল—আমি ইংৰাজী কওঁতে হোৱাৰ

দেখে। মই এদিন সুধিলোঁ, "আপুনিনো অসমীয়া শিকি কি কৰিব ?.

তেওঁ ওলোটাই মোক প্ৰশ্ন কৰিলে, "আপুনিনো ইংৰাজী শিকি কি কৰিছে ?"

"এহ্ মইতো এমুঠি ৰোজগাৰকে কৰিব পাৰিছোঁ !"

"ময়ো কৰিব পাৰোঁ।" তেওঁ ক'লে, "ধৰক, ডেভিদ যদি হঠাৎ ইয়াত মৰি যায় তেন্তে মই কি কৰিম ? হয়তো ভাতমুঠিৰ কাৰণে ফটোগ্ৰাফীৰ ব্যৱসায়কে কৰিব লগা হ'ব পাৰে। তেতিয়া ভাষাটোৱে সহায় নকৰিবনে ?"

মোৰ মুখৰ পৰা হঠাৎ ওলাই গ'ল, "ছিঃ, আপুনি যে কি অমঙ্গলীয়া কথাবোৰ কয় আৰু। মৰাৰ কথা ক'ব নেপায় নহয় ?"

মেৰীয়ে চিঞৰি চিঞৰি ক'ব ধৰিলে, "ডেভি! চোৱাহি, এই জন তোমাৰ অধ্যয়নৰ বাবে ভাল ছাবজেক্ট !"

হয়তোবা তেওঁলোকে মোক ভাৰতীয়ত্বৰ এটা অবিচ্ছেদ্য অঙ্গৰূপেই গণ্য কৰিছিল। সেই কাৰণেই মোক আদৰ কৰি মোৰ আচৰণৰ মাজেদি তেওঁলোকৰ কল্পনাৰ ভাৰতবৰ্ষখনক উপলব্ধি কৰিবলৈ যত্ন কৰিছিল।

মই মোৰ দেশখনৰ বিষয়ে একেবাৰে অজ্ঞ নহওঁ। প্ৰণালীবদ্ধভাৱে অধ্যয়ন কৰি মোৰ দেশৰ আত্মাক বুজিবলৈ যত্ন নকৰিব পাৰো ; কিন্তু চকুৰে দেখি থাকি, অৰ্থ নুবুজিলেও নিয়ম ৰক্ষা কৰি আচৰণ মানি চলি মই এই দেশৰ ভালেখিনিকে আয়ত্ত কৰিছোঁ। তদুপৰি মই এনে এখন ঘৰৰ ল'ৰা যাৰ লগত সুপ্ৰাচীন আৱহমান ধৰ্মীয় সংস্কৃতিৰ এটা অবিচ্ছিন্ন সম্পৰ্ক ৰক্ষিত হৈ আছে। এটা বজাদিনীয়া পূজাৰী বংশত মোৰ জন্ম। মোৰ পিতৃ-পিতামহে এক প্ৰাচীন ধৰ্ম মন্দিৰৰ পূজা ভাগ কৰাৰ ভাৰ পাই আহিছে আৰু পুৰুষানুক্ৰমে দেৱালয় সংলগ্ন নিস্কৰ মাটিৰ ভোগস্বত্ব পাই আহিছে। শিৱ লিঙ্গক পূজা কৰা এই প্ৰাচীন দেৱালয়ৰ প্ৰভাৱ সুবিস্তৃত। এতিয়াও শিৱ চতুৰ্দশী তিথিত দেৱালয়ৰ সমুখৰ বাকৰিত বিৰাট মেলা হয়। মোৰ দেউতা কেৱল পূজাৰীয়েই নহয়, এজন নামজ্বলা সংস্কৃত পণ্ডিতো। সৰুৰে পৰা মন্দিৰৰ ঘন্টাধ্বনি, মন্ত্ৰৰ উচ্চাৰণ, ভক্তসকলৰ লঘিমা আৰু ভীতিগ্ৰস্ততা ইত্যাদিত মই অভ্যস্ত। পূজা-পাৰ্বণ, মন্দিৰ-বিগ্ৰহৰ বিষয়ে মোৰ ভাল খা-খবৰেই আছে। তাকে বুলিবা কাহানিও নবজাৰী কথা বুলি ভাবি চোৱা নাই।

কাৰণ সেইখন জগতৰ পৰা মই স্বেচ্ছাই নিজকে আঁতৰাই আনিছোঁ। সঁচা কথা কবলৈ গ'লে মন্দিৰৰ প্ৰভাৱৰ ওপৰত মোৰ আস্থা কমি গৈছে। সেইবাবে পাশ্চাত্য পদ্ধতিৰ শিক্ষা গ্ৰহণ কৰি তাৰ পৰা ওলাই আহিবলৈ মই আন দহজন ল'ৰাৰ দৰে চেষ্টা চলাই আহিছোঁ। দেউতায়ো তাত বাধা দিয়া নাই। কাৰণ মন্দিৰৰ আৰ্জন কমি গৈছে; অথবা যি আৰ্জন হয় তাৰে আজিৰ দিনত ভালকৈ চলা টান হৈ পৰিছে।

ভাৰতীয় বিশ্ববিদ্যালয় এখনৰ পৰা বুৰঞ্জীত এম. এ. পাছ কৰি যেতিয়া মিছনেৰী কলেজত কাম কৰিবলৈ ল'লো তেতিয়াই যেন মোৰ প্ৰাচীন জগতৰ পৰা বিচ্ছিন্নতা সম্পূৰ্ণ হৈ গ'ল। মই আমাৰ দেৱালয়ৰ কথা কাকো নোকোৱা হলোঁ। মই নতুন জগতৰ মানুহ হ'বলৈ চেষ্টা কৰিলোঁ।

কিন্তু ডেভিদ আৰু মেৰীয়ে মোক পুনৰ সেইখন জগতলৈ ক্ষন্তেকৰ কাৰণে হ'লেও টানি নিবলৈ চেষ্টা কৰিলে।

ওচৰৰ হওক, দূৰৰ হওক, অৱসৰ থাকিলে মন্দিৰ, থান আদি দেখুৱাবলৈ মই ষ্টেফ'ৰ্ডহঁতক লৈ যাওঁ। কাকতি, ৰাজমোহন নাথ, বিৰিঞ্চি বৰুৱা, গেইট, কনকলাল বৰুৱা আদিৰ কিতাপ পঢ়ি সেইবোৰৰ ইতিবৃত্ত তেওঁলোকক বুজাবলৈ চেষ্টা কৰোঁ। মেৰীয়ে টপাটপ ফ'টো লয় আৰু খচখচকৈ নোট কৰি যায়—যাতে পৰিচয়মূলক প্ৰবন্ধ লিখিব পাৰে। মই তেওঁক আৱশ্যকীয় কিতাপ-পত্ৰও যোগাৰ কৰি দিওঁ। এবছৰমান এইদৰে ফুৰি-চাকি উঠি দুয়ো বিস্ময়াভিভূত হৈ ক'লে. "তোমালোকৰ অসমখনত ইমানবিলাক জানিবলগীয়া কথা আছে! ধৰ্ম, ভাষাতত্ত্ব, নৃতত্ত্ব, ভূতত্ত্ব সকলো ধৰণৰ অধ্যয়ন কৰিবলগীয়া অলেখ সমল ইয়াত আছে। আমি জনাত এইবিলাক বিষয়ৰ ভাল ষ্টাডী হোৱাই নাই।"

মেৰীৰ উৎফুল্লতা বৰ বেছি। ফ'টোগ্ৰাফীৰ কাৰণে বিষয় বস্তুৰ ইয়াত অন্ত নাই। মন্দিৰ, প্ৰাকৃতিক দৃশ্য, বন্য-জন্তু, মানুহৰ বিভিন্ন ঠাল, জনজাতীয় জীৱন—অলেখ ছাবজেক্ট। একাদিক্ৰমে তেওঁ সেইবোৰৰ ফ'টো তুলি একোটা পৰিচয়মূলক প্ৰবন্ধ লিখি পঠিয়াই থাকে। ভৌগোলিক তথা ৰাজনৈতিক দৃষ্টিকোণৰ পৰা দক্ষিণ-পূব এছিয়াৰ লগত অলপ সম্পৰ্ক টানি আনি লিখা কাৰণে পশ্চিমীয়া পাঠকৰ মনত সেইবোৰে গুৰুত্ব আহৰণ কৰে। মেৰীয়ে লিখেও ভাল; সাধাৰণ কথাকে এনে মধুৰ সাৱলীল ভাষাত লিখে যে পঢ়ি নতুন এটা সোৱাদ পোৱা যায়। সৰল ভাষাকেও আমাৰ দৰে অনুভূতিৰ

আতিশয্য প্ৰকাশ নকৰাকৈয়ে, তেনে আমোদ সৃষ্টি কৰিব পৰাটো মই কেৱল ইংৰাজীতহে দেখিছোঁ, পশ্চিমীয়া আন ভাষা অৱশ্যে বুজিও নেপাওঁ। মেৰীৰ লেখা প্ৰশংসা কৰোঁতে তেওঁ আওপকীয়াকৈ বিনয় দেখুৱাই ক'লে, "ষ্টাইলটোৰ কাৰণে মই আমেৰিকাৰ সাংবাদিক এজনক প্ৰায়েই নকল কৰোঁ। নামটো নকওঁ। তোমালোকে হাঁহিবা।" মই ভাবোঁ, নকল কৰিবলৈকে যে তোমালোকৰ তেনে বস্তু আছে!

পৰ্বত ভৈয়ামৰ জনজাতিসকলক লৈ মেৰীয়ে বহুত দিন কটালে। প্ৰায়েই অকলে তেওঁ কান্ধত কেমেৰা লৈ অনাই-বনাই ঘূৰি ফুৰে। ডেভিদ আৰু মোৰ কলেজ থাকে কাৰণে লগত যাব নোৱাৰোঁ। কিন্তু কিতাপ-পত্ৰেৰে আমি সহায় কৰি দিব লাগে। মই বিচাৰি-খোচাৰি আমাৰ দেশৰ পণ্ডিতসকলক সুধি-পুছি হাটন, প্লেফেয়াৰ, স্মিথ, এলউইন, হেইমেনডফ'ৰ কিতাপ-পত্ৰ আনি দিওঁ, আৱশ্যক হ'লে দুই-এক জনা-শুনা পণ্ডিতৰ লগো লগাই দিওঁ, যেনে এবাৰ বাভা আৰু ব্ৰহ্মৰ লগ লগাই দিছিলোঁ। শিৱসাগৰত এবাৰ চিঠি লৈ গগৈক বিচাৰি উলিয়াই দৌল পুখুৰী চাই টহলং কৰিছিল।

ডেভিদে শেষত সিদ্ধান্ত কৰিছিল যে অসমৰ শৈৱ ধৰ্মৰ বিষয়ে তেওঁ এখন কিতাপ লিখিব। হয়তো তাকে থিছিছৰূপে কোনো বিশ্ববিদ্যালয়ত দাখিল কৰিবও পাৰে। অসমত এই ধৰ্মৰ বিশেষ বিস্তৃতি হেনো তেওঁ দেখিবলৈ পাইছে আৰু ইয়েই কিজানি ইয়াৰ প্ৰাচীনতম ধৰ্ম। ইয়াৰ উৎপত্তি বিচাৰ কৰিব পাৰিলে ডাঙৰ কাম হ'ব।

এই কামৰ বাবে ডেভিদে সমল গোটাব ধৰিলে। তেওঁৰ "কাণ্ড" দেখি মই আচৰিতেই হৈছিলোঁ। কাৰণ মোৰ কাৰণে সকলো ধৰ্মই মৰি গৈছিল। মই পূজা-পাটলত বিশ্বাস হেৰুৱাই পেলাইছোঁ। কেৱল ঈশ্বৰ আছেনে নাই এই বিষয়ে থাটাং সিদ্ধান্তলৈ আহিব পৰা নাই বা থাটাংকৈ কৈ পেলাব পৰা নাই। কিন্তু ডেভিদৰ মতে শৈৱ ধৰ্মৰ প্ৰভাৱ এই দেশত অতি গভীৰ। কোনোবা সুদূৰ ভৱিষ্যতত হয়তো সেই প্ৰভাৱ নোহোৱা হৈ যাব। কিন্তু এতিয়াই কেতিয়াও নহয়।

সেই কাৰণে এতিয়াই সেই ধৰ্ম জীৱন্ত হৈ থাকোঁতেই, তাৰ বিষয়ে বিজ্ঞানসন্মত এখন পুথি লিখি থৈ যাব পাৰিলে বিশ্বৰ জ্ঞানৰ ভঁৰাল চিৰদিনলৈ চহকী থাকিব। এই কামটো কৰিব পাৰিলে পশ্চিমত মানুহে তেওঁক ভূয়সী প্ৰশংসা কৰিব।

হবও পাৰে। মোৰ মানত মৰি যোৱা শৈৱ ধৰ্মৰ এটা অধ্যয়নমূলক সাংস্কৃতিক মূল্য থাকিবও পাৰে। নিজৰ মুখ আমি নিজে নেদেখাৰ দৰে হয়তো স্বদেশৰ ভালেমান সম্পদেই আমাৰ চকুত নপৰে। পাশ্চাত্যৰ দৰ্পণ একোখনৰ প্ৰয়োজন হয়। যেনেকৈ একোজন মেক্স মূলাৰ, উইলিয়াম জন্‌ছ বা গেইটৰ আৱশ্যক আমাৰ হৈছিল।

সেইবাবে ডেভিদে শৈৱ ধৰ্মত বিশ্বাসী মানুহ লগ পালেই বৰ আগ্ৰহেৰে কথা পাতে, পুৰণি কথা কিবা জানে নেকি উলিয়াবলৈ চেষ্টা কৰে, প্ৰাচীন গ্ৰন্থৰ বিষয়ে থকা খুকুৰি মাৰি ল'ব খোজে। তেওঁৰ ঘৰলৈ কোনোবা আহিলেতো হাততে স্বৰ্গ ঢুকি পোৱাদি পায়। আদৰ-সাদৰ কৰি বহুৱাব, ঘৰৰ খা-খবৰ ল'ব আৰু নিজৰো ল'ৰা-ছোৱালীৰ কথা ক'ব। কিবা অলপ খাবলৈ জোৰ কৰিব, অৱশ্যে আপত্তি থাকিলে নেলাগে বুলিও ক'ব। মই ওচৰত থাকিলে কওঁ, "খাওক নহ'লে চাহাবে বেয়া পাব।"

ভালদৰে অসমীয়া বুজা মেৰীয়ে কয়, "ই হয়। কেলৈ বেয়া পাম? খোৱাটো পাৰ্ছনেল কথা—( মোক সুধিব ) পাৰ্ছনেল কি হ'ব?"

মই পাৰ্ছনেলৰ অৰ্থ কোৱাৰ আগতেই জাত যোৱাৰ ভয় কৰা মানুহজনে হয়তো ক'ব, "দিয়ক মেম চাহেব, চাহ এটোপা খোৱাত মোৰ আপত্তি নাই যদিহে আপুনি আমনি নেপায়।"

মেৰীয়ে বৰ আগ্ৰহেৰে চাহ কৰি আনি আলহীক খাবলৈ দিয়ে। মই মনতে ভাবোঁ, বাপুৰে চাগৈ ঘৰত গৈ পৰাচিত হবগৈ নাইবা দহজনৰ আগত গৰ্ব কৰি ক'বগৈও পাৰে যে চাহেব-মেমে আজি চাহ খুৱাই পঠিয়ালে।

ডেভিদ আৰু মেৰীৰ একান্ত ইচ্ছা মন্দিৰৰ ভিতৰ সোমাই চায়। মোৰ তাতেই একান্ত আশংকা। সেই কাৰণে মই সেইটো এৰাই চলি আহিছোঁ। তেওঁলোকক বুজাবলৈ চেষ্টা কৰিছোঁ যে এই বিষয়ত হিন্দু ধৰ্ম বৰ গোড়া; যিটো কাম কৰিলে বেয়া পায় সেইটো আমি নকৰাই ভাল। তেওঁলোকে কথাটো বুজে, সেইবাবে নিৰাশ হয়। তথাপি মাত্ৰ এবাৰলৈ হলেও কোনো এটা মন্দিৰৰ ভিতৰখন চাবলৈ ইচ্ছা প্ৰকাশ কৰে। উদ্দেশ্য ডেভিদে যিটো বিষয় লৈ ইমান বিস্তৃতভাৱে অধ্যয়ন কৰিছে সেই বিষয়ে নিচেই ওচৰৰ পৰা এবাৰ হলেও উপলব্ধি কৰিব খোজে। কথাটো মই বুজি পাওঁ। হয়তো কোনোবাই আপত্তি নকৰিবও পাৰে, কিন্তু সুধি চাবলৈ মোৰ সংকোচ হয়। সেইবাবে কামাখ্যালৈ নিবলৈ নিজে মই যিমান পাৰো কাছ পুখুৰীতে তেওঁলোকক আবদ্ধ কৰি

পথবলৈ চেষ্টা কৰোঁ। কিন্তু তেওঁলোকৰ মন আৰু ভৰি বাবে বাবে মন্দিৰৰ দুৱাৰবলৈহে চলে। কেতিয়াবা খেয়ালি কৰি মেৰীক কওঁ, “মন্দিৰৰ ভিতৰখন বৰ আন্ধাৰ। তাততো আপুনি ফটো তুলিব নোৱাৰিব, গৈ কি হ'ব ?”

তেওঁ উত্তৰ দিয়ে, “লাইটৰ ব্যৱস্থা কৰি ল'লে ফটো তোলা একো টান কথা নহয়। কিন্তু ফটো নুতুলিলেও মই প্ৰবন্ধত লিখিব পাৰিম যে মই নিজে মন্দিৰৰ ভিতৰত সোমাইছিলোঁ, বিগ্ৰহৰ আগত আঁঠুকাঢ়ি মোৰ ল'ৰা-ছোৱালীৰ কল্যাণৰ বাবে প্ৰাৰ্থনা কৰিছিলোঁ।”

অৱশেষত তেওঁলোক আমাৰ ঘৰলৈ যাবলৈ জোৰ দি ধৰিলে। অমান্তি হোৱা নাছিলোঁ যদিও মই সেইটোকো ইমান দিনে এৰাই চলিছিলোঁ। আই-দেউতাই চাহাব-মেমক কি ধৰণে গ্ৰহণ কৰে মই ঠিক বুজিব পৰা নাছিলোঁ। সেইবাবে সেইটো যিমান পাৰো পিচুৱাই থৈছিলোঁ। সুবিধা এটাও হৈছিল যে আমাৰ ঘৰখন দূৰৰ আওহতীয়া গাওঁ অঞ্চলত। তাতে কলেজ বন্ধ হ'লেই মই ক'ৰবালৈ যোৱাৰ আঁচনি কৰি পেলাই তেওঁলোকক লৈ হুৰমুৰকৈ ওলাই যাওঁ। কিন্তু আৰু নোৱাৰিলোঁ। ডেভিদে লিখা কাম আৰম্ভ কৰিব খোজে। তাৰ আগতে আমাৰ ঘৰখন আৰু মন্দিৰটো চাই ল'ব খোজে আৰু প্ৰখ্যাত পণ্ডিত দেউতাৰ লগত আলোচনা কৰি ল'ব খোজে।

মান্তি নহৈ উপায় নাছিল। দেউতালৈ সম্মতি খুজি চিঠি লিখিলোঁ। উত্তৰ আহিল, “নিশ্চয় লৈ আহিবা। মোৰ লগত যি কথা পাতিব খোজে পাতিব পাৰে। মোৰ ক্ষুদ্ৰ শক্তিৰে তোমাৰ বন্ধু ষ্টেফৰ্ড মহাশয়ৰ সন্দেহ দূৰ কৰিবলৈ মই চেষ্টা কৰিম।”

ষ্টেফ'ৰ্ড দম্পতিৰ গাত তৰ্বাণি নোহোৱা হ'ল। দেউতাৰ চিঠিত তেওঁলোকে বিশেষ উৎসাহ পালে। তেখেতৰ মনোভাৱত ময়ো আচৰিত হৈছিলোঁ। হয়তো পৌৰাণিক শিক্ষাৰ সংযমৰ লগত মোৰ পৰিচয় নাই।

নিৰ্দ্দিষ্ট দিনত আমি ভাত-পানী খাই যাত্ৰা কৰিলোঁ। এভাগ ৰেলেৰে, এভাগ ঘেৰঘেৰী বাছেৰে আৰু শেষৰ এমাইল পদব্ৰজে আমাৰ যাত্ৰা। বাটত সহযাত্ৰী আৰু গঞা ৰাইজে বৰ কৌতুহলেৰে আমাৰ ফালে চাইছিল। বিশেষকৈ কান্ধত কেমেৰা ওলোমাই লৈ, ভালকৈ নুশুওৱাকৈ মেখেলা চাদৰ পিন্ধি, অনৰ্গল কথা কৈ যোৱা মেৰী ষ্টেফৰ্ডৰ ওপৰতে সৰহভাগ মানুহৰ চকু। তেওঁ সকলোৰে লগত কথা পাতিবলৈ চেষ্টা কৰে। এবাৰ অসমীয়া নুবুজা বঙালী ভদ্ৰলোক এজনক গাড়ীত সুধিলে, “ডাংগৰীয়াই কিমানখিনি পাবলৈ ?” ভদ্ৰলোক মোৰ

কালৈ চাই সুধিলে, "ইনি কি বললেন মশাই ?" তেতিয়া মছুৱে উভয় পক্ষকে কথাটো বুজাই দিব লগা হ'ল। আমাৰ ঘৰলৈ যোৱা বাটত বহুত চিনাকি মানুহকে লগ পালোঁ, যেয়ে সুধিলে তেওঁকে ষ্টেফৰ্ডহঁতৰ কথা ভাঙি-পাতি ক'বলগীয়া হ'ল। মেৰী আৰু ডেভিদে বেছ আমোদ পাইছিল যেন লাগিল।

পদুলি মুখৰ পৰাই দেউতাই আমাক আগবঢ়াই নিলে। বিশেষ আড়ম্বৰ একো নাছিল। দেউতায়ো শুদা গাৰ ওপৰত পাটৰ চেলেং এখন মাত্ৰ পেলাই লৈছিল। গাৱঁৰ মানুহ দুই-চাৰিয়ে আৰু ল'ৰা-ছোৱালীবোৰে কৌতুহলেৰে চাবলৈ ধৰিলে। অদূৰত প্ৰাচীন মন্দিৰটো আমাৰ চকুত পৰিল। দৌলসহ ওখ চূড়াটোলৈ আমি সকলোৱে চাই পঠিয়ালোঁ। ওখ ওখ গছ-গছনিৰ মাজত নিৰ্জ্জন মন্দিৰটোক বৰ প্ৰাচীন, বৰ গম্ভীৰ যেন লাগিছিল। তালৈ ময়ো যেন নতুন চকুৰে চাবলৈ চেষ্টা কৰিলোঁ। আমাৰ অবজ্ঞাৰ বস্তুটোৱেই সু-শিক্ষিত ডেভিদহঁতৰ আগ্ৰহৰ সম্পদ হৈ উঠিছে।

আধুনিক শিক্ষাত শিক্ষিত ল'ৰা-ছোৱালীৰ চখ অনুযায়ী আমাৰ পুৰণি ঘৰখনক কিছু সংস্কাৰ কৰি লোৱা হৈছিল। বাহিৰা মানুহ বহিব পৰা কোঠা এটাত দেউতাই পশ্চিমীয়া আলহীক বহিবলৈ দিলে। দেউতাই ইংৰাজী নেজানে। সেইবাবে মই আৰু মেৰীয়ে দোভাষীৰ কাম কৰিব লগা হৈছিল। মই আইহঁতক মাত লগাবলৈ যেতিয়া ভিতৰলৈ গ'লোঁ তেতিয়া মেৰীয়েই কাম চলাব লগা হৈছিল।

দেউতাই ক'লে, তেওঁলোকে দয়া কৰি পদধুলা দিয়া বাবে তেখেতে বৰ আনন্দিত হৈছে। দেৱালয়ৰ বিষয়ে যি জানে তেখেতে তেওঁলোকক জনাব। তেখেতৰ হাতত পুথি-পাঁজি যি আছে তাকো দেখুৱাব আৰু ডেভিদৰ কামৰ বিষয়েও কিছু আলোচনা কৰিব। কিন্তু তেখেতৰ পৰা বৰ বেছি আশা কৰা ভুল হ'ব, কাৰণ গৱেষণাৰ দৃষ্টিৰে তেখেতে কোনো দিনেই শাস্ত্ৰ অধ্যয়ন কৰা নাই।

ডেভিদে দেউতাৰ আগত মোৰ খুব প্ৰশংসা কৰিলে। ক'লে যে মই হেনো খুব কিতাপ পঢ়োঁ, তেওঁলোকৰ দৰকাৰী সকলো কিতাপকে মই গোটাই দিছোঁ। তেওঁ আৰু জনালে যে দেউতাৰ পাণ্ডিত্যৰ পৰা তেওঁ পৰম উপকৃত হ'ব বুলি তেওঁৰ দৃঢ় বিশ্বাস।

মেৰীক ভিতৰলৈ নিব লগা হ'ল। তেওঁৰ ইচ্ছামতে আই, সৰু ভনীজনী আৰু নবৌৰ লগত চিনাকি কৰি দিলোঁ। আমাৰ আই বৰ সৰলা। ভিতৰ

পিনে মযো এটাত বহি লোৱা মেমক পাই কি কৰিব নকৰিব লাগিল। আরে লোকহে সুধিলে, "এতিয়া কিনো খুৱাম বোপাই ?" উত্তৰ দিলে মেমেই, "আই চাহ-টাহকে এটোপা দিয়ক। আমি খাই-বৈয়ে আহিছোঁ।" উচ্চাৰণত খোকোজা লাগিলেও শুদ্ধ অসমীয়া কেইটা শুনি আমাৰ ঘৰৰ তিৰোতা মানুহবোৰ অবাক হৈ গৈছিল। ভনীজনীক গাৰ কাষলৈ টানি আনি ক'লে, "তোমাক বিলাতলৈ নিম, মেম কৰিম দেই ! মই অসমীয়া হ'লোঁ, তুমি মেম হ'বা।" মেৰীয়ে আমাৰ ভিতৰ ফালৰ ফ'টো ল'ব ধৰিলে। এটা প্ৰবন্ধ কৰিব বোলে।

মই পিচে বাহিৰত ডেভিদ আৰু দেউতাৰ লগতে বেছি ব্যস্ত থাকিবলগীয়া হৈছিল। দেউতাই বহুতো প্ৰাচীন গ্ৰন্থ মেলি তেখেতৰ গল-গলীয়া মাতটোৰে শ্লোক মাতি ব্যাখ্যা কৰি গৈছিল। মই যি পাৰোঁ ইংৰাজী কৰি গৈছিলোঁ। ডেভিদে টোকা কৰি গৈছিল। দুয়োৰে ভিতৰত শাস্ত্ৰ আৰু ইতিহাসৰ দৃষ্টি-কোণৰ পৰা শৈৱ ধৰ্মৰ বিষয়ে আলোচনাও হ'ল। আমাৰ মন্দিৰৰ ইতিবৃত্ত দেউতাই পুৰণি কাকত চাই বৰ্ণনা কৰিলে, ডেভিদে তাৰো টোকা কৰিলে। ডেভিদে বহুত শাস্ত্ৰৰ উদ্ধৃতি দিলে আৰু দেউতাই প্ৰত্যেকৰে ব্যাখ্যা নিজৰ মতে দিলে। তেখেতে লগে লগে আন মূলৰো উদ্ধৃতি দি নিজৰ ব্যাখ্যাৰ সমৰ্থন কৰিলে।

ডেভিদক বেছ সন্তুষ্ট হোৱা দেখা গ'ল। দেউতাই যেতিয়া আলোচনা সামৰি আমাক চাহ-জলপান খাবলৈ কৈ মন্দিৰৰ ফালে গুচি গ'ল তেতিয়া ডেভিদে টোকাবোৰৰ পিনে চাই আনন্দেৰে ক'লে, "তেওঁ এজন বিদগ্ধ পণ্ডিত। বহুত কথাই জানে। মই আকৌ এদিন আহিব লাগিব।" আমি একেলগে বহি বহি চাহ খাইছিলোঁ। মেৰীও ওচৰতে আছিল। তেওঁও স্বামীৰ আনন্দত আনন্দিত হৈছিল। আমাৰ ঘৰখনক বৰ ভালপোৱাৰ কথাও মেৰীয়ে ক'লে। ময়ো আনন্দিত হলোঁ।

আমি উলটিব লাগিব। ষ্টেচনলৈ যোৱা শেষখন বাছ ধৰিবগৈ লাগিব। সেইবাবেই ডেভিদ আৰু মেৰীক ক্ষন্তেক বহিবলৈ কৈ মই মাত লগাবলৈ ভিতৰলৈ গ'লোঁ। কিন্তু দহ মিনিটৰ পিচত ওলাই আহি বহা কোঠাটোত তেওঁলোকক আৰু নেপালোঁ। সেই দহ মিনিটতে সৰ্বনাশ হৈ গ'ল ; ষ্টেফৰ্ড দম্পতিক মই চিৰকাললৈ হেৰুৱালোঁ।

প্ৰথমতে সিমান চিন্তা কৰা নাছিলোঁ। কিন্তু বাহিৰলৈ ওলায়েই এটা হৈ-চৈ শুনি আৰু মন্দিৰৰ পিনে বহুত মানুহ গোট খোৱা দেখি মোৰ বুকু কঁপি

গৈছিল ; ষ্টেফৰ্ডহঁতক লৈ নিশ্চয় কিবা অঘটন হৈ গৈছে। মই বেগা-বেগিকৈ সেইপিনে গ'লোঁ। মন্দিৰৰ দুৱাৰ মুখত অসংখ্য মানুহৰ ভিৰ। এই বাট উলিয়াই আগুৱাই গ'লোঁ। দেউতাৰ কৰ্কশ মাতটো মোৰ কাণত পৰিল। মোৰ বুকুত মন্দিৰৰ শিলবোৰ চপৰা চপৰে খহি পৰা যেন লাগিল।

তলমূৰকৈ, ৰঙা-চিঙা পৰি ডেভিদ আৰু মেৰী ওলাই আহিল। পাচে পাচে ক্ৰোধত উন্মত্ত মূৰ্ত্তি ধৰি সেই মন্দিৰৰ পুৰোহিত মোৰ দেউতা। মোক দেখি তেখেত গৰজি উঠিল, "তোমাৰো উচিত আছিল ইহঁতক কোৱা যে আমি কোনো বিধৰ্মীক ইয়াত সোমাবলৈ নিদিওঁ। মোক আগতে কোৱা হ'লে মই আগতেই সাৱধান কৰি দিলোঁহেঁতেন।" অপমানিত ডেভিদে ব্যাখ্যাৰ ছলেৰে কিবা ক'ব খুজিছিল, কিন্তু পুৰোহিতে চৰম উষ্মাৰে কৈ উঠিল, "কোনো কথা নাই! এই মুহূৰ্তেই তোমালোকে এই স্থান পৰিত্যাগ কৰা। নহ'লে কথা বেয়া হ'ব।"

খুলি থৈ যোৱা চেণ্ডেল পিন্ধি ষ্টেফৰ্ডহঁত আতঁৰি আহিল। মইয়ো তেওঁলোকক লৈ লৰালৰিকৈ বাছষ্টেণ্ডৰ পিনে খোজ ল'লোঁ। দেউতাক কেন্দ্ৰ কৰি গোটখোৱা মানুহবোৰে মন্দিৰৰ দুৱাৰ মুখৰ পৰা আৰু আমাৰ ঘৰৰ পৰা আইহঁতে আমালৈ থৰ লাগি চাই থাকিল। কৌতুহল দমন কৰিব নোৱাৰি, দেউতাৰ ব্যৱহাৰত বিশেষভাৱে উৎসাহিত হৈ, ডেভিদ আৰু মেৰীয়ে মন্দিৰত সোমোৱা কথা ইতিমধ্যেই ৰাষ্ট্ৰ হৈ গৈছিল।

মোৰ লাজতে মৰি যাবৰ মন গৈছিল। ক্ষমা প্ৰাৰ্থনা কৰিবলৈ কেবাবাৰো চেষ্টা কৰিলোঁ, কিন্তু ডেভিদে মোক এবাৰো কথা ক'বলৈ নিদিলে, কেৱল হাতেৰে বাধা দি মূৰ জোকাৰি জোকাৰি নীৰৱে যাব ধৰিলে। তেওঁলোক যে অত্যন্ত আহত হৈছিল সেই বিষয়ে মোৰ সন্দেহ নাছিল। খোজ কাঢ়োঁতে, বাছ আৰু ৰেলত যাওঁতে, এবাৰো এষাৰ কথা তেওঁলোকে নক'লে। আহিবৰ সময়ত অনৰ্গল বলকি অহা মেৰীও নীৰৱ হৈ গ'ল। কালৈকো, কলৈকো নোচোৱাকৈ তেওঁলোক লগে লগে যাবলৈ ধৰিলে।

দেউতাই তেওঁলোকক গাত ধৰি বাহিৰ কৰি দিলে নেকি মই সুধিলোঁ। ডেভিদে তাতো উস-আস কৰি বিৰক্ত হৈ কেৱল মূৰ জোকাৰিহে থ'লে।

তথাপি এবাৰ মই মৰো-জীওঁ কৈ লাগি চিঞৰি চিঞৰি ক'লোঁ যে

তেওঁলোকে মোক ক্ষমা কৰিবই লাগিব। ময়েই তেওঁলোকৰ অপমানৰ কাৰণ হ'লোঁ। মই উপস্থিত থকা হ'লে কেতিয়াও মন্দিৰলৈ যাবলৈ নিদিলোঁহেঁতেন। দেউতাৰ আচৰণৰ প্ৰতি মোৰ সমৰ্থন নাই। এই কথা তেওঁলোকে বুজিবই লাগিব।

তথাপি তেওঁলোকে একো কথাকে নক'লে। মাত্ৰ মেৰীয়ে বিৰক্তিৰে ক'লে, "আহ, তুমি আমাক অলপ নিৰলে থাকিবলৈ নিদিয়া কিয়?" ডেভিদেও মূৰ জোকাৰি লাহে লাহে মেমৰ গাত থপৰিয়াই দিলে।

ঘৰ পায়ো মোক নম্ৰতা দেখি মই তেওঁলোকক এৰি দুখ মনেৰে উলটি খোজ ল'লোঁ। মনটো অশান্তিৰে ভৰি পৰিল।

তিনিদিনমান তেওঁলোকক দেখা নেপালোঁ। ডেভিদে ছুটী লৈছিল। তেওঁলোকক বিচাৰি যোৱাৰ সাহকণো মোৰ নোহোৱা হৈছিল। তাৰ পিচতে গৰমৰ বন্ধ হ'ল। কিন্তু মই লগ ধৰিবৰ পৰাৰ আগতেই তেওঁলোক মনে মনে গুচি গ'ল। একেবাৰে স্বদেশলৈ। লাহে লাহে গম পালোঁ ডেভিদে কামকে এৰিলে।

মোকনো বাৰু তেওঁলোকে কিয় ইমান বেয়া পালে? মোকতো তেওঁলোকে বুজিব লাগিছিল? নে মই সেই পুৰোহিতৰ ল'ৰা বুলিয়েই মোকে তেওঁলোকে পৰিত্যাগ কৰিলে?

অৱশেষত ডেভিদ ষ্টেফ'ৰ্ডৰ পৰা এখন চিঠি পালোঁ। লণ্ডনৰ পৰা তেওঁ লিখিছে:

"তোমাৰ ওচৰত আমাৰ আচৰণৰ অলপ ব্যাখ্যা কৰিবলগীয়া আছে। ইমান আকস্মিকভাৱে আমি গুচি আহিলোঁ যে তোমাক কোনো কথাই ক'ব নোৱাৰিলোঁ। অনুভূতিক ইমান গুৰু আসন দিয়া ঠিক কথা নহয়। এতিয়াহে, অলপ শান্ত হোৱাৰ পিচত, সেই কথা উপলব্ধি কৰিছোঁ। তুমি আমাক ক্ষমা কৰিবা। তোমাৰ মনত আঘাত দিবৰ কোনো আৱশ্যক নাছিল।

তোমালোকৰ মন্দিৰৰ ঘটনাটো পাহৰি যাবলৈ আমি যত্ন কৰিছোঁ। অৱশ্যে পৰা নাই। তোমাৰ দেউতাৰাই আমাক শাৰীৰিকভাৱে বাহিৰ কৰি দিয়া নাছিল। কিন্তু তেওঁ এনে ধৰণে আমাৰ লগত আচৰণ কৰিলে যে ভাৰত সম্বন্ধে আমাৰ কল্পনাৰ, হেপাহৰ সৰগখন মুহূৰ্ততে চূৰমাৰ হৈ গ'ল। তোমালোকৰ মন্দিৰৰ ভিতৰবোৰ অন্ধকাৰ বুলি তুমি এবাৰ কৈছিলা;

আমিও দেখিলোঁ, বৰ অন্ধকাৰ; কেৱল চাকিয়ে তাক পোহৰাব নোৱাৰে। সেইটোৱেই আমাৰ দুখ। সেইটো তোমালোকৰো দুখ হোৱা উচিত। ম্লেচ্ছই মন্দিৰ অপৱিত্ৰ কৰিব নোৱাৰে, কিয়নো ম্লেচ্ছ মনৰহে হয় আৰু সেই ম্লেচ্ছ হিন্দুৰ ভিতৰতো থাকিব পাৰে। চুৱা-পৰাই ধৰ্ম নহয়; মনৰ দৈন্য তাতোকৈয়ো সাংঘাতিক। এইখিনি উপলব্ধি নোহোৱালৈকে মন্দিৰৰ ভিতৰখোৰ পোহৰ নহয়। ইমান পুৰণি দেশ এখনৰ সংস্কৃতিয়ে কিন্তু এই কথা উপলব্ধি কৰা নাই সেইটোহে বৰ আচৰিত কথা। আমাৰ কল্পনা ধ্বংস হৈ যোৱা কাৰণেই আমি গুচি আহিলোঁ। কিতাপখন লিখা-নিলিখাৰ বিষয়ে এতিয়াও একো স্থিৰ কৰা নাই।"

# দোকান

দোকানখন গুমটি। বিশ্বেশ্বৰ শইকীয়াই নিজ চকুৰে দেখা নাই। কিন্তু ঘৰত ওলোৱা কথাবোৰৰ পৰা কেনেকুৱা দোকান হ'ব অনুমান কৰি লৈছে। তামোল-চাধা-বিড়ি-চিগাৰেট-জুইশলাৰেই প্ৰধান ব্যৱসায়। লগতে অলপ অচৰপ গা-ধোৱা, কাপোৰ-ধোৱা চাবোন, ধূপৰ পেকেট, কেইটামান সস্তীয়া পাউডাৰ আৰু সেন্দুৰ, সূতাৰ গুলী আৰু মাৰ্বল, লজেন আদি—কেতিয়াবা হয়তো দুআধি কল, এখবাহি বগৰী বা জলফাই। এই গছৰ ফলবোৰ নিশ্চয় বেচা নোযোৱাকৈ শুকাই গৈ গৈ পেলাই দিব লগা হয়। আনবিলাক বস্তুও যে বৰ বেছি বা সদায় থাকে সেইটো নহয়। এদিন লতাই ককাদেউক তাইৰ প্ৰিয় গ্ৰীণ চম্পা ধূপ এপেকেট আনি দিবলৈ কৈছিল, গুণীন্দ্ৰই অলপ চিন্তা কৰি চাই উত্তৰ দিলে, "ৰ ৰ ইহঁতৰ দোকানত নাই, আজি আনিবলৈ কম, তেতিয়া আনি দিম।"

বস্তু বেছিকৈ থাকিবই বা কেনেকৈ? কোনো কিনিব? এই এলেকাটো এতিয়াও নতুন জাগাৰ নিচিনাই হৈ আছে। মানুহ-দুনুহ বহিছে, নতুন নতুন মানুহে মাটি কিনিয়ে আছে। কিন্তু পুৰণা টাউনৰ দৰে ৰাস্তা অহা নাই, আধা মাইলমান ওলাই গ'লেহে বাছ ধৰিব পাৰি। ৰিক্সাও তথৈবচ, ভাড়া লৈ আহি আজৰাই উলটি গ'লে কেতিয়াবা ভাগ্যক্ৰমে পায়। ইপিনে ইতিমধ্যেই ইখনৰ পিচত সিখনকৈ দোকান হ'বই লাগিছে, এখন ক'অপাৰেটিভৰ উপৰিও আন এখন ৰেচনৰ দোকান, দুখন চাহৰ দোকান, দূৰত সেইপিনে থকা গাওঁ আৰু হাটৰ বেয়া হোৱা চাইকেলবোৰলৈ থাপ পিটা এখন মেৰামতিৰ দোকান, গুমটি কেবাখনো। তথাপি বজাৰৰ পৰিৱেশ হৈ উঠা নাই। বিৰক্তি লাগিলেও বিশ্বেশ্বৰ শইকীয়াই নিতৌ অফিচৰ পৰা আহি চাহ-তাহ খাই অলপ জিৰাই লৈ আকৌ চাইকেলখন বেগ দুটাৰে সৈতে লৈ আধামাইল মান দূৰৰ বজাৰলৈ ওলাই যায়।

তাৰ মাজত ৰামনাথে খোলা গুমটি দোকানখনৰ কি গুৰুত্বটো থাকিব? ৰামনাথৰ দোকানত বেছি বস্তু থাকিবই বা কেনেকৈ? মূৰত ঘঁহা ৰঙা-নীলা তেলৰ বটলবোৰ কিজানি কোনো দিনেই বিক্ৰী নহ'ব। টোটোৱা পকা কলবোৰ ৰামনাথহঁতেই খাই পেলাব লাগিব। গোলিব ধৰা জলফাই গাল

পেলাই দিব লাগিব। হঠাৎ এঢেলা চাবোন বা এপোৱা পিয়াঁজ লগা হ'লেহে এইবোৰ দোকানলৈ মানুহ যায়। নহ'লে বা হঠাৎ আহি ওলোৱা আলহীক দিবলৈ ঘৰত একো এডাল নেথাকিলে পাচ দুৱাৰেদি কাৰোবাক মনে মনে পঠিয়াই এপেকেট বিস্কুট আনিবলৈ এনে দোকানলৈ পঠিওৱা হয়। আন ক'তো একো সুবিধা কৰিব নোৱাৰিহে এইবিলাক নতুন ঠাইত আহি দোকানী কেইজন বহিছে। ৰামনাথে দোকান দি ফলাব।

বিশ্বেশ্বৰ শইকীয়াই ৰামনাথৰ দোকানলৈ নোযোৱাকৈয়ে ঘৰৰ বাৰান্দাত আৰামী চকিখনত বহি থাকিয়েই গুমটিখনৰ বিষয়ে এটা মোটামুটি ধাৰণা কৰি ল'ব পাৰিছে। সেইটো ঘাইকৈ লতা আৰু মুনিৰ দোকান সম্পৰ্কে হোৱা আলোচনা আৰু উৎসাহৰ পৰাই হৈছে। মাকৰ তেনেকৈ স্পষ্ট মতামত একো নাই। ল'ৰা-ছোৱালী হ'লে যি কয় তেওঁৰ মানত সেয়ে ভাল, বিশেষকৈ মুনিৰ কথা শিলৰ বেখা। মুনিয়ে যিহকে নকওক, মাকে তাৰ সমৰ্থনত কিবা নহয় কিবা এটা যুক্তি বিচাৰি পাবই। তিৰোতা মানুহৰ, বিশেষকৈ মাকৰ দুৰ্বলতা বুলি শইকীয়াই বৰকৈ বিৰোধিতা-চিৰোধিতা নকৰে। ৰামনাথহঁতে দোকান পতাৰ কথা প্ৰথমে মুনীন্দ্ৰয়েই ঘৰত কয়হি, আৰু লগতে কয় যে তাৰ পৰা কিবাকিবি আনিব লাগে, সিহঁতক সহায় কৰিব লাগে।

সহায় কৰাৰ কাৰণ এয়ে যে ৰামনাথৰ বাপেক কৃপানাথ যুদ্ধত মৰিছে। সৈন্য বাহিনীত সোমাই কৃপানাথ বাহিৰে বাহিৰেই ঘূৰি ফুৰিছিল। যুদ্ধৰ আগে আগে মাত্ৰ ইয়াতে কেতিয়াবাই কিনি থোৱা মাটি তিনি কঠাত সৰুকৈ ঘৰ এটা সজাই গাবঁৰ পৰা পৰিয়ালটো আনি থৈছিল। উদ্দেশ্য, ল'ৰা-ছোৱালীকেইটাক মানুহ কৰা। কিন্তু হঠাৎ যুদ্ধ লগাত কৃপানাথৰ সেই উদ্দেশ্য পূৰণ নহ'ল। এদিন তেওঁৰ মৃত্যুৰ খবৰ লৈ অহা টেলিগ্ৰাম অহাত সকলো ওলট-পালট হৈ গ'ল। চৰকাৰৰ পৰা আৰ্থিক সাহায্য এটা পালে ; কিন্তু দহা-কাজত আৰু ইটো-সিটো দৰকাৰত বহুত খৰচ হৈ গ'ল। ৰামনাথে এম. এল. এৰ হতুৱাই চেষ্টা কৰি আছে মাকক চিলাই কল এটা চৰকাৰৰ পৰা আনি দিয়াব পাৰে নেকি। চিলাই কলটোৰে ৰামনাথেই দৰ্জিৰ দোকান এখন খুলিব। ইতিমধ্যে গুমটিখনতে চেষ্টা এটা কৰি চাইছে।

এই এটা কাৰণতে শইকীয়াই মুনি আৰু লতাৰ উছাহত বাধা দিব পৰা নাই। দেখাত কামটো ভাল বুলি ক'বই লাগিব। কিন্তু পেটে পেটে শইকীয়াই ল'ৰা-ছোৱালীৰ এই উৎসাহটোক মাত্ৰাধিক বুলি ভাবে। প্ৰথম

কথা, দুই ঘৰৰে লগ লাগিবৰ কোনো থল নাই। কৃপানাথ যদি জীয়াইয়ো থাকিলহেঁতেন তেন্তে চৰকাৰী চাকৰিয়াল বিশ্বেশ্বৰ শইকীয়াৰ লগত সমাজত কেতিয়াও মুখামুখি নহ'লহেঁতেন। অন্ততঃ মুখামুখি হোৱাৰ আশা শইকীয়াই নকৰে। দ্বিতীয়তে, ৰামনাথ বা তাৰ ভনীয়েক জয়ন্তী কেতিয়াও মুনি আৰু লতাৰ যোগ্য হ'ব নোৱাৰে। শইকীয়া তিনিবছৰমান নগাৱঁত থাকোঁতে ৰামনাথ বোলে মুনিৰ লগত স্কুলত পঢ়িছিল। ইয়ালৈ অহাৰ পিচত হঠাৎ এদিন ৰামনাথৰ লগত মুনিৰ দেখা হৈ গ'ল। সি স্কুলৰ পৰাই পঢ়া-শুনা এৰিছিল, বাপেক নথকা ঘৰখন চাব লগা হৈছিল। জয়ন্তীয়েও গাৱঁৰ মাইনৰ স্কুলতে যি পঢ়া। মুনি আৰু লতা দুইটাই কলেজত পঢ়ে। ইহঁতৰ ভিতৰত কিহৰ মিল থাকিব পাৰে শইকীয়াই ভাবি নেপায়। তৃতীয়তে, শইকীয়াৰ কাৰণে আটাইতকৈ ডাঙৰ কথা, ৰামনাথ ডেকা ল'ৰা আৰু জয়ন্তী গাভৰু ছোৱালী; মুনি আৰু লতাৰ সিহঁতৰ সৈতে হলিগলিটো দেউতাকৰ কাৰণে এটা আশঙ্কাৰ বিষয়। তেওঁ মনে মনে স্বীকাৰ কৰে, যদিও কথাটো কাকো কোৱা নাই, আনকি মাককো, যে এইটোৱেই সিহঁতৰ উছাহটোক ভাল চকুৰে চাব নোৱাৰাৰ প্ৰধান কাৰণ। ল'ৰা অবাটে যাব বুলি শইকীয়াই নেভাবে। বৰং মুনিৰ ওপৰত তেওঁৰ সম্পূৰ্ণ আস্থাই আছে। সি সৎ স্বভাৱৰ বুলিও তেওঁৰ দৃঢ় বিশ্বাস। স্কুলত একেলগে পঢ়া বুলি এতিয়াও লগ নেৰা আৰু বিপদত পৰা মানুহক সহায় কৰিবলৈ আগবাঢ়ি যোৱা, এইবিলাক কামক সৎ নুবুলিব কোনে? তথাপি সকলোৰে এটা সীমা আছে। চকুৰ আগতে ল'ৰা-ছোৱালীহালক নষ্ট হৈ যাবলৈ দিব নোৱাৰি।

কিন্তু বিশ্বেশ্বৰ শইকীয়াৰ জীৱনটোৱেই এনেকুৱা যে কিবা এটা ডাঙৰ কাম কৰিবলৈ ওলালে যদি সৰলতৰ যুক্তি এটা বাধাৰূপে থিয় দিয়ে তেন্তে তেওঁ থমকি ৰৈ যায়। মুনি আৰু লতাৰ এই হলিগলিত দেউতাক আৰু অভিভাৱক হিচাপে বাধা দিয়া তেওঁৰ নিতান্ত কৰ্তব্য বুলি তেওঁ ভাবে। কিন্তু কৃপানাথ যুদ্ধত মৰিল কাৰণেই তাৰ পৰিয়ালটোক সহায় কৰা উচিত, এই যুক্তিৰ প্ৰাবল্য তেওঁ অস্বীকাৰ কৰিব নোৱাৰিলে। মুনীন্দ্ৰৰ কিছুমান কথাত তেওঁ আমোদো পায়। সি কৈছিল যে ৰামনাথহঁতক সহায় কৰা মানে পুতৌ কৰিব নেলাগে, মানে খাবলৈ নাই বুলি মাজে সময়ে টকা-পইচা দি থকাৰ মানে নহয়, সিহঁতক এনে ধৰণে সহায় কৰিব লাগে যেন সিহঁতে সহায় পালেও মৰ্য্যাদা নেহেৰুৱায়। নিজৰ ল'ৰাই বুজন হৈ এনে জটিল কথাও

চিন্তা কৰিব পৰা হৈছে বুলি তেওঁৰ ভালো লাগে। কিন্তু এইটো কথাও ঠিক যে ক'বলগীয়া, কম বুলি ভবা কথাটো শইকীয়াৰ কোৱা নহ'ল। তেওঁ অৱশ্যে একেবাৰে নিৰ্লিপ্ত হৈ থকাও নাই।

প্ৰথম দিনা মুনীন্দ্ৰই প্ৰস্তাৱটো মাকৰ আগত দিওঁতে ওচৰতে দেউতাকেও চাহ খাই আছিল। বামনাথে দোকান পতাৰ কথা আৰু সিহঁতৰ অৱস্থাৰ কথাখিনি থৰকৈ বৰ্ণনা কৰি সি একে উশাহতে কৈছিল যে সেইখন দোকানৰ পৰা কিবাকিবি আনি সিহঁতক অলপ সহায় কৰিব লাগে। তৎক্ষণাৎ সন্মত হৈ মাকে কৈছিল, "হ'ব দে আনিবি কিবা, কেতিয়াবা।" দেউতাকে লাহেকৈ সুধিছিল, এনেকুৱা আওহতীয়া ঠাইত নতুনকৈ পতা দোকান এখনতনো কি কি পায়? মুনিয়ে মনত পেলাই এটা মোটামুটি হিচাপ দিয়াত শইকীয়াই কৈছিল, "সেইবোৰচোন বজাৰৰ পৰাই অনা হয়। ইয়াত দামো বেছি ল'ব নিশ্চয়।" তেতিয়া মুনিয়ে সাহায্য কৰাৰ প্ৰয়োজন আৰু মৰ্য্যাদাৰ কথাটো বুজাবলৈ চেষ্টা কৰিছিল।

আন এদিন ইহঁতৰ মাকৰ লগতো বামনাথহঁতৰ বিষয়ে শইকীয়াৰ কথা-বতৰা হৈছিল।

ৰামনাথৰ দোকানত এদিন এডাল ৰিফিল বিচাৰি লতাও সোমাইছিল। ৰিফিল নেপালে, পালে জয়ন্তীক। জয়ন্তীয়ে ককায়েকলৈ এগিলাচ চাহ আনি দিছিল। বামনাথে চাহখিনি খাই মানে জয়ন্তী বৈ আছিল। সিহঁতৰ ঘৰটো দোকানৰ পাচফালেই, অলপ ভিতৰলৈ সোমোৱা, গছ-গছনিৰে ঢাক খাই আছে। এনেতে ৰিক্সাৰে কলেজৰ পৰা আহি লতা নামিলহি। ৰিক্সাৱালাক বিদায় দি তাই জয়ন্তীলৈ চাই চাই দোকানখনলৈ আগবাঢ়ি গ'ল, আৰু ৰিফিল বিচাৰিলেগৈ। জয়ন্তীয়ে মহা সংকোচেৰে গুমটিৰ সৰু দুৱাৰখনৰ সিফাললৈ গৈ গাৰ কাপোৰবোৰ টনাটনি কৰি আছিল; কাৰণ গেৰুৱা ৰঙৰ মেখেলাখন বৰ পুৰণি, চাদৰখনৰ ডাঙৰ ফুটাটোও ক'কালৰ তলতে পৰে। ৰিফিল নেপাই লতাই তাইৰ ওচৰলৈ গৈ সুধিলে, "তুমি জয়ন্তী বৰা নহয়নে? আমাৰ দাদাই কৈছে।"

জয়ন্তীৰ অৱস্থা নোহোৱাৰ নিচিনা, মুখৰ পৰা মাত নোলায়। গোটেই জনী ৰঙা পৰি গৈছে। ছোৱালীজনী বগী, ধুনীয়াও দেখিবলৈ, ককায়েকৰ দৰে ক'লা নহয়। ভনীয়েকে একো নমতা দেখি বামনাথে খং কৰি কৈছিল, "এই নেমাত কিয়? সেয়া লতা বাইদেউ নহয়?" ধমক খাইহে জয়ন্তীয়ে

কিবাকিবি কৈছিল, লতাক সিহঁতৰ ঘৰলৈ এদিন মাতিছিল, আৰু লতায়ো মাকক লৈ যাব বুলি কথা দিছিল।

তাৰ পিচত এদিন মাকক লৈ লতা ৰামনাথহঁতৰ ঘৰলৈ গৈছিল। সেই অভিজ্ঞতাৰ কথাকে আহি মাকে দেউতাকৰ আগত বৰ্ণনা কৰিছিল। তেতিয়া দুয়োৰে ভিতৰত অলপ আলোচনা হৈছিল।

ৰামনাথহঁতৰ সামান্য ঘৰ-বাৰী। আলিব পৰা এটা প্লট এৰি তিনিকঠা মাটি কৃপানাথে বহুত দিনৰ আগতে কম দামতে কিনি থৈছিল। ঘৰ বুলিবলৈ দুচলীয়া খেৰীঘৰ এটা মাত্ৰ। ৰান্ধনি ঘৰৰ নামত সৰু চালিখন পিচতহে লৰালৰিকৈ তুলি লৈছে। কৃপানাথে যদি পিচলৈ কিবা কৰাব কথা ভাবিছিলেও তেন্তে-কোনেও ক'ব নোৱাৰে। ঘৈণীয়েকে শইকীয়ানীক কৈছিল, ৰামনাথক কিবা এটা কাৰবাৰতে লগাই দিবলৈ বাপেকে ভাবিছিল, কাৰণ ল'ৰাটোৰ পঢ়া-শুনা বিশেষ নহ'ল ; সেই কাৰণেই গাওঁ এৰি পৰিয়ালটোক টাউনলৈ আনিছিল। বস্তিটোত দুই এডাল শাক-পাতৰ বাহিৰে বেছি একো নাই। ৰামনাথ ল'ৰাটোক বিশেষ কিবা কামৰ উপযুক্ত যেন নেলাগে। গাৰঁত খুৰাক-বৰদেউতাকহঁতৰ লগতে সি খেতিতো লাগি-ভাগি দিছিল, কিন্তু খেতিত সিমান মনোযোগী নহয়। পঢ়াশুনাও বেছি নকৰিলে কাৰণে আন কিহবাতো লাগিব নোৱাৰে। সিয়েই এতিয়া ঘৰ ধৰিবলগীয়া হোৱাত মাকৰ বৰ চিন্তা হৈছে। চিলাই কলটো পালে, আৰু চিলাইৰ কাম শিকি ল'ব পাৰিলে হয়তো কিবা হ'বও পাৰে।

ছোৱালীজনী ( জয়ন্তী ) ঘৰুৱা কাম-কাজত ভাল। পইচা-পাতি খৰচ কৰিব পাৰিলে তাঁত-সূতত লাগিও তাই ভালেখিনি সহায় কৰিব পাৰিব, আজিকালি বোলে ভাল ভাল ঘৰৰ তিৰোতা মানুহেই পাটৰ কাপোৰ বৈ পইচা আৰ্জিছে। কিন্তু সকলোৰে মূল টকা। টকা নহ'লে একো নহয়। গাঁৱৰ পৰাও গুচি আহিল, নহ'লে খুৰাকহঁতৰ আশ্ৰয়তে কোনোমতে দিন গৈছিল। এতিয়া উলটি গ'লে বা কি হয় কোনে জানে ? গাৱঁৰ পৰা ওলাই অহা এজনী অনাথৰী তিৰোতা মানুহ, এনে অৱস্থাত কি যে কৰিব একো ভাবিবই পৰা নাই।

লতাহঁত বহি থাকোঁতেই মুনীন্দ্ৰ ওলাইছিলগৈ। তাৰ ভাও-ভঙ্গী, কথা-বতৰাৰ পৰা মাকহঁতে বুজিলে যে সি এওঁলোকৰ লগত ইতিমধ্যেই ঘনিষ্ঠ হৈ পৰিছে। আনকি সকলোৰে সমুখতে সি দুবাৰমান জয়ন্তীৰ লগত চুপতিও

কৰিলে। জয়ন্তীয়েও লাজ পোৱা সত্বেও সেই চুপতি গ্ৰহণ কৰিব পৰা দেখিছে লতা আৰু মাক অবাক হৈ গৈছিল।

অভিজ্ঞতাখিনি বৰ্ণনা কৰি আহি আহি শইকীয়ানী এইখিনি পোৱাত বিশ্বেশ্বৰ শইকীয়াও বৰ গম্ভীৰ হৈ পৰিল। শইকীয়ানীয়ে কিন্তু গিৰীয়েকৰ ভাবান্তৰলৈ ভ্ৰূক্ষেপেই নকৰিলে, অনৰ্গল কথা কৈ কৈ দোকানখনৰ বিৱৰণ দিবলৈ আৰম্ভ কৰি দিলে।

তেতিয়া এহেম কৰি শইকীয়াই বাধা দি ক'লে, "ৰ'বা ৰ'বা, মই আগৰে পৰা ভাবি আহিছোঁ যে আমি অলপ সাৱধান হ'ব লাগিব। আমাৰ ইয়াৰ লগত সেই কাহানিতে স্কুলত পঢ়িছিল বুলিয়ে যে সংশ্ৰৱ ৰাখিব লাগিব তাৰ কি মানে আছে? সিতো বহুত ল'ৰাৰ লগতে পঢ়িছিল, সেই বুলিয়ে সকলোৰে লগত সম্বন্ধ ৰাখিব লাগিব নেকি? আমাৰ ল'ৰাৰ ভৱিষ্যৎটো আমি ভাবিবই লাগিব।"

এই আলোচনাৰ সময়ত ওচৰত লতা বা মুনি কোনো নাছিল। তথাপি গিৰীয়েকৰ কথাৰ উগ্ৰতা দেখি শইকীয়ানীয়ে কথা বন্ধ কৰি দিবলৈ বাধ্য হ'ল। শইকীয়াযো অনুভৱ কৰিলে যে তেওঁ অলপ মাত্ৰাধিক কৰি পেলালে। দুয়ো দুয়োৰে চকুলৈ ক্ষন্তেক চাই থাকিল। তাৰ পিচত হাঁহি এটা মাৰি শইকীয়াই স্বৰ নমাই ক'লে, "তোমালোকৰ তালৈ মই ঘনাই অহা-যোৱা কৰা আৰু শেষত সেই কাৰণেই··· হেঃ হেঃ—এই তেনেকুৱা কিবা অঘটন ঘটাটো মই নিবিচাৰোঁ।" সচকিত হৈ শইকীয়ানীয়ে ওচৰত কোনোবা আছে নেকি ইফালে সিফালে চালে। কাকো ওচৰে-পাজৰে নেদেখি স্বস্তিৰ নিশ্বাস পেলালে যদিও কৃত্ৰিম খঙেৰে গিৰীয়েকলৈ চাই পঠিয়ালে।

গধূলি আন্ধাৰ বাৰান্দাতে বহি থাকি শইকীয়াই একোবাৰ নিজৰ অতীত কৰ্মৰ কথা মনত নেপেলোৱাকৈ থাকিব নোৱাৰে। তেওঁ নিজৰ দুৰ্বলতা অস্বীকাৰ কৰিব নোৱাৰে। তাৰ ফল স্বৰূপেই যে তেওঁ শেষত বিয়াখন পাতিব লগাত পৰিছিল এই কথাও বহুতে জানে। এই বিয়াৰ কাৰণে যে তেওঁৰ আক্ষেপ এনে নহয়; নিজৰ সংসাৰখন লৈ তেওঁ অসুখী বা অসন্তুষ্ট নহয়। কিন্তু বাধ্য হৈ বিয়া পাতিব লগা হোৱা কথাটোৱে তেওঁক অশান্তি দিয়ে। ঈশ্বৰে নকৰক আজি যদি জয়ন্তীক কেন্দ্ৰ কৰি মুনীন্দ্ৰই কিবা এটা কৰি পেলায়, নাইবা সহানুভূতিত গলি গৈ লতায়েই ৰামনাথক আঁকোৱালি মাৰি ধৰে—হে ভগৱান, এনেটো যেন কেতিয়াও নহয়,—তেন্তে সিহঁতে পিচৰ

গোটেই জীৱন অনুতাপ কৰিব লাগিব। তাৰ পৰা উদ্ধাৰ পোৱাৰ কোনো উপায় নেথাকিব।

ল'ৰা-ছোৱালী হাল ডাঙৰ হৈ অহাৰে পৰা তেওঁ সিহঁতৰ ভৱিষ্যৎ আৰু সংস্থানৰ বিষয়ে আজিকালি মাজে মাজে অকলশৰে চিন্তা কৰে। মুনিৰ কথা সিমানকৈ নেভাবিলেও লতাৰ কথা ভাবে। সৎ, স্বচ্ছল ল'ৰা এটিৰ হাতত তাইক গতাব পাৰিলেহে তেওঁৰ মনলৈ শান্তি আহিব বুলি ভাবে। কিন্তু যিহে দিনকাল পৰিছে, কোনো ভাল কথাকে আশা কৰা টান হৈ পৰিছে। অৱশ্যে লতাই যে ৰামনাথৰ নিচিনা অৰ্ধশিক্ষিত, অলায়ক ল'ৰা এটাক লৈ কিবা কল্পনা কৰিব এনে কথা শইকীয়াই নেভাবে। লতা বাধ্য, নিয়মীয়া ছোৱালী। তেনেকৈ মুনিৰ বিষয়তো কোনো বেয়া কথা শইকীয়াই ভাবিব নোৱাৰে। তথাপি উঠি অহা ল'ৰা-ছোৱালীৰ মতি-গতি একো ধাৰৰ নোৱাৰি ; দুৰ্ঘটনা দুৰ্ঘটনাই।

শেষত বিশ্বেশ্বৰ শইকীয়াই কাৰ্য্যব্যৱস্থা গ্ৰহণ কৰিলে। কিন্তু অতি সংগোপনে। আনকি তেওঁ যে প্ৰতিবিধানৰ কাৰণে কিবা কৰিছে সেই কথা শইকীয়ানীকো একো জানিবলৈ নিদিলে। বয়সৰ লগে লগে তেওঁ আজি-কালি বহুত সময়তে জোৰ কৰিয়েই মনৰ বিৰুদ্ধে কিছুমান কামলৈ ওলাই যাব লগা হয়। এইটো পাৰিবাৰিক সংকটতো তেওঁ আপ্ৰাণ মানসিক চেষ্টা কৰি তৎপৰ হৈ উঠিল।

তেওঁ দুটা উপায় অৱলম্বন কৰিলে। দুয়োটাকে এনে সাৱধানে আৰু সুক্ষ্মভাৱে কাৰ্য্যকৰী কৰিবলৈ ওলাল যেন কোনেও একো ধৰিবই নোৱাৰে। মুনি বা লতাৰ যাতে ৰামনাথৰ দোকানলৈ যাব লগা নহয় তাৰ কাৰণে তেওঁ ঘৰৰ আৱশ্যকীয় সকলো বস্তুকে নিজে আনি আনি দিবলৈ ধৰিলে। তাৰ কাৰণে কোনেও সন্দেহ নকৰাকৈ ৰামনাথৰ পৰা আনিব পৰা কি কি বস্তু ঘৰত লাগিব পাৰে তাৰ গম লৈ বজাৰ কৰিবলৈ যাওঁতেই সেইবোৰ কিনি আনিবলৈ ধৰিলে। পাউডাৰ, স্নো বা ক্ৰীম, মূৰৰ নেট বা খোপা (আজিকালি পাণ দোকানতো এইবোৰ ৰখা হৈছে), ধূপ, বিস্কুট, সেন্দুৰ, জোতাৰ ৰং আৰু ফিটা, ব্লেড এইবোৰ সাধাৰণতে মুনি বা লতায়েই কলেজৰ পৰা আহোঁতে লৈ আহে। এদিন মুনিয়েতো ৰামনাথৰ দোকানত পাই মস্ত এটেমা ডিটাৰজেণ্ট পাউডাৰ লৈ আহি মাকক ক'লে যে ঘৰত আছিলেই যদিও দেখা পাই লৈ আহিল, পইচা পিচত দিলেও হ'ব। এতিয়া শইকীয়াই গধূলি বজাৰ কৰিবলৈ

যাওঁতে দুই এপদকৈ এইবিলাক বস্তু আনি দি থাকিবলৈ ধৰিলে। কাৰণ হিচাপে ক'লে যে বজাৰৰ ডাঙৰ দোকানৰ পৰা আনিলে অলপ সস্তাতে পোৱা যায়, বছৰৰ শেষত বহুত লাভ, ইয়াৰ সৰুসুৰা দোকানত বেছি পইচা ভৰি কি লাভ ? কাপোৰ-ধোৱা ডাঙৰ পাউডাৰ টেমা দেখা পাই তেওঁ মুনি আৰু লতাই শুনাকৈ মন্তব্য কৰিলে, "ছাৰ্ফটো বাৰু পেলনি নেযায়, কিন্তু কি কতু লাগিব পাৰে ঘৰত সুধি যাব লাগে।" সুধিলে যে একো লগা নহ'ব আৰু তেতিয়া ৰামনাথৰ দোকানলৈ যাব লগা নহ'ব এই বিষয়ে তেওঁ নিঃসন্দেহ।

দ্বিতীয়তে, শইকীয়াই মাটি বিচৰা দুজনমান চিনাকি মানুহৰ লগত ঘনিষ্ঠ সম্পৰ্ক স্থাপন কৰিলে, লগে লগে সুপৰিচিত মাটিৰ দালাল এজনকো আকাৰে-ইঙ্গিতে কামত লগাই দিলে। মাটি ল'ব খোজা মানুহ কেইজনক বুজালে যে মাটিৰ দাম দিনক দিনে বাঢি যাবই লাগিছে, ঋণং কৃত্বা ঘৃতং পিবেৎ কৰি থাকিলেই নহয়, ঋণং কৃত্বা হ'লেও এতিয়াই দেৰ-দুই কঠা মাটি কিনি থ'ব লাগে। তেওঁ তেওঁৰ ঘৰ থকা নতুন এলেকাটোত সস্তাত মাটি পায় নেকি চাব বুলি লগতে আশ্বাসো দিলে। মাটিৰ দালালজনক শইকীয়াই হাড়ে হাড়ে চিনে, তেওঁ হেনো ক'ৰবাত এচমকা খালী মাটি দেখিবহে লাগে, কাৰ মাটি, কিয় পৰি আছে, মালিকে বেচিব খোজে নেকি সকলো তলা-নলা উলিয়াই তাৰ এটা নিষ্পত্তি কৰিহে এৰিব। শইকীয়াকো এইজন দালালেই মাটি কিনাই দিছিল, আৰু শইকীয়াৰ কথামতে আন কেবাজনকো ক'ৰবাত মাটি ঠিক কৰি দিছে। সামান্য চাকৰি কৰা এই দালালজন এইটো ছাইড লাইনত বৰ একনিষ্ঠ। কাছাৰীতে কাম কৰে যদিও তেওঁক কমেইহে নিজৰ মেজত পোৱা হয়, ফাইলৰ সাগৰ নাইবা জনসমুদ্ৰৰ মাজত বুৰ গৈ থাকে। বিক্ৰী মাটিৰ গোন্ধ আহি তেওঁৰ নাকত অতি দ্ৰুত গতিত লাগেহি। বিশ্বেশ্বৰৰ শইকীয়াই তেওঁক বুজাই দিলে ৰামনাথে মাটিখিনি বেচি দিব পাৰে, তেওঁ অহুকাণে পহুকাণে শুনিবলৈ পাইছে, কিয়নো সিহঁতৰ অৱস্থা ভাল নহয়, কৃপানাথ যুদ্ধত নিহত হোৱাত টাউনৰ ঘৰ চলোৱাই মুস্কিল হৈছে। অৱশ্যে এই বিষয়ত অলপ সাৱধানে ৰামনাথৰ ওচৰ চাপিব লাগিব, সি কিবা সন্দেহ কৰি বেঁকা হৈ যাবও পাৰে, কিয়নো মাটি বেচাৰ কথাটো পোনে পোনে তাৰ মুখে শুনা নাই। দালালে পৰিস্থিতিটো পৰিষ্কাৰকৈ বুজিব পাৰিলে, স্কুলত কোনো দিনেই তেওঁ কথাবিলাক ইমান পৰিষ্কাৰকৈ বুজা নাছিল। তেওঁ খোলা হাঁহি মাৰি ক'লে, "মই বুজি পাইছোঁ ছাৰ, মোক একো ক'ব নেলাগে,

মই চৰ ঠিক কৰি লম।” বয়সত কম কাৰণেই নেকি, তেওঁ মাটি কিনিবলৈ ওলোৱা প্ৰায় ভদ্ৰলোককে ছাৰ বুলি মাতে। শইকীয়াই এই ইঙ্গিতো দি থ'লে যে গ্ৰাহকো লাগিলে তেৱেঁই গোটাই দিব।

দালাল ডেকাৰ লগত তেওঁৰ কথা-বতৰা হয় অফিচলৈ যাওঁতে। গতিকে ঘৰৰ কোনেও তেওঁক এই বিষয়ত সন্দেহ কৰিব নোৱাৰে।

তথাপি তেওঁ সকলো সন্দেহৰ উৰ্দ্ধত থাকিবৰ মনেৰে ৰামনাথৰ দোকানলৈও যাবলৈ আৰম্ভ কৰি দিলে। হঠাৎ যেন জুইশলাৰ দৰকাৰ হ'ল, নাইবা ঘৰৰ পৰা ওলাই আহি বাটতে জেপ খেপিয়াই দেখিলে যে চিগাৰেট নাই—তেওঁ তেতিয়া গুমুটিখনৰ সমুখত থিয় হয়গৈ। ৰামনাথে চিনি পায় কাৰণে শইকীয়াক বৰ আথে-বেথে যি বস্তু লাগে আগবঢ়াই দিয়ে। শইকীয়াইয়ো ঘৰুৱা ভাবত খা খবৰ লয়; যেনে—দোকান কেনে চলিছে ("চলিব, ধৈয্য লাগিব, অসমীয়া ল'ৰাই ব্যৱসায় কৰিব শিকিব লাগিব"), মাকৰ কেনে, চিলাই কলটো পোৱাৰ আশা হৈছেনে, ভনীয়েকৰ কি নাম বুলিলে, লতাই তেওঁৰ কথা কৈছে, ইত্যাদি। মাটিটিখনিৰ কথা কিন্তু কেতিয়াও উল্লেখ নকৰে। দালাল ডেকাজনৰ কথাও উল্লেখ নকৰে। দালালজন অৱশ্যে ইতিমধ্যে আহি গৈছে।

শইকীয়াই নিজেই তেওঁক কাছাৰীত বিচাৰি গৈছিল। যথা নিয়মে নিৰ্দ্দিষ্ট মেজত নেপাই ফাইলৰ সাগৰ আৰু জনসমুদ্ৰৰ মাজত বিচাৰি ফুৰি ফুৰি তৰণি সংঘৰ কাৰ্য্যালয়ত আৱিষ্কাৰ কৰিলেগৈ। "অ' ছাৰ! আহক তামোল খাওঁ" বুলি শইকীয়াক আতৰাই আনি ক'লে যে তেওঁ ৰামনাথৰ লগত কথা পাতি আহিলগৈ। সি বোলে শুনি আচৰিত হ'ল, কাৰণ মাটি বেচাৰ কথা সিহঁতে ভবাই নাই। তেওঁক কোনে ক'লে? তেওঁ সাৱধান হৈ ক'লে যে কাৰোবাৰ মুখত শুনিহে খবৰ কৰিবলৈ আহিল, মিছা যদি গ'ল কথা গুছিল, কিন্তু যদিহে সঁচা হয় তেন্তে চেষ্টা কৰি চোৱাঁত কি লোকচান? বহুতকে মাটি বিচাৰি দিয়া কাৰণে এতিয়াও বহুত মানুহে মাটিৰ কাৰণে দিগদাৰ কৰি আছে। কোনো কথা নাই, তেওঁ নাম ঠিকনা দি ৰামনাথক কৈ গ'ল যে কেতিয়াবা দৰকাৰ হ'লে তেওঁক বিচাৰি যাব পাৰিব, বিশেষকৈ ৰামনাথহঁতৰ মাটিটিখনিত ভাল দাম পাব।

এই ধৰণৰ প্ৰথমটো ঢাক্কাৰ কাৰণে শইকীয়া সাজু হৈয়ে আছিল। তেওঁ ডেকাজনক কৈ আহিল যে এদিন নহয় এদিন মাটি বেচি থৈ সিহঁত গুচি

গুচি যাবই লাগিব। বোধহয় দাম পোৱাৰ আশাতে হয়তো তেনেকৈ কৈ দেখুৱাইছে, নহ'লে আন কোনোবাই বন্ধি দিব পাৰে। তথাপি তেওঁ যেন চেষ্টা চলাই থাকে, এতিয়া নহ'লেও কিছুদিন পিচত। "মোক কব নেলাগে ছাৰ", ডেকাই ক'লে, "যি কৰিব লাগে, মই কৰিম। আপুনি নিশ্চিন্ত থাকক। চিগাৰেট খাই নহয় ছাৰ? ঐ পোৱালি দেচোন ছাৰক এটা চাৰমিনাৰ দে"—তেওঁ টেবুল পাৰি তামোল বেচা ল'ৰাটোক নিৰ্দেশ দিয়ে।

মাটি বিচা চিনাকি মানুহ কেইজনকো শইকীয়াই মাজে মাজে দেখা দি থাকি আশা দি আছে, আৰু চকাৰ যোগাবত লাগি থাকিবলৈ কয়।

তেওঁ লক্ষ্য কৰিছে যে ৰামনাথৰ দোকানখনৰ বিশেষ একো উন্নতি হোৱা নাই। দোকানখন যেনেকুৱা হ'ব বুলি তেওঁ মনতে ভাবিছিল অৰ্থাৎ তাত যি যি বস্তু থাকিব বুলি অনুমান কৰিছিল, ঠিক তেনেকুৱা এখন দোকানকে নিজ চকুৰে দেখিবলৈ পোৱাত তেওঁ আচৰিত হৈছিল আৰু নিজৰ কল্পনা শক্তিক মনে মনে প্ৰশংসাও কৰিছিল। এনেকুৱা দোকানত তামোল-চিগাৰেটেই সাধাৰণতে বিক্ৰী হয় বোধহয়। কিন্তু এই পাণ্ডৱ বৰ্জিত ঠাইতনো তামোল, চিগাৰেট কিনিব কেইটা মানুহে? প্ৰায় সকলোৰে কাম টাউনত, বজাৰ বা অফিচ আদালত থকা অঞ্চলত। তাতেই কিনি কিনি খাই তামোল, চিগাৰেট। ঘৰত তামোল নৰখা, মেছ পাতি থকা স্কুল-কলেজৰ ল'ৰা বা কেৰাণী-মহৰীনো কেইটা আছে যে ভাত খাই উঠি ৰামনাথৰ দোকানত তামোল কিনি খাই খাই তাক ৰক্ষা কৰিব? শইকীয়াই আকৌ এবাৰ কল্পনা কৰি ভাল পালে যে তেওঁৰ চেষ্টাৰ ফলতো নিশ্চয় অলপ নহয় অলপ বিক্ৰী কমি গৈছে।

আজিকালি যে দেউতাকো মাজে মাজে ৰামনাথৰ দোকানলৈ যায় সেইটো ঘৰত সকলোৰে জানিছে। তেওঁ কেতিয়াবা নিজেই কয়হি যে আজি ৰামনাথৰ দোকানতে অমুকটো কিনিলোঁ। মুনি আৰু লতাই বৰ ভাল পায়, মাকেও। অৱশ্যে দেউতাকৰ বস্তু কিনাটো যে অতি সামান্যহে সেইটো লতা, মুনি দুয়ো বুজে। তথাপি দেউতাকৰ সহানুভূতি যে হৈছে সেইটোৱেই পৰম লাভ।

ৰামনাথৰ দোকানত বস্তু কিনাটো বন্ধ কৰিলেও কিন্তু তাৰ লগত মুনীন্দ্ৰই সম্পৰ্ক ছিঙি পেলোৱা নাছিল। সি আগৰ দৰেই ৰামনাথৰ লগত কথা-বতৰা পাতিছিল, সিহঁতৰ ঘৰলৈকো গৈছিল। সিহঁতৰ ঘৰলৈ গ'লেই সি ঘৰত আহি কথাটো কয়হি।

এদিন গধূলি অলপ পলমকৈ ঘৰলৈ ঘূৰি আহোঁতে শইকীয়াই দেখিলে

গুমটিৰ ভিতৰত ৰামনাথৰ লগত বহি মুনিয়ে হাঁহি হাঁহি কথা পাতি আছে। তেওঁ সেইখিনিতে চাইকেলৰ পৰা নামিল বেতিয়া অগত্যা দোকানলৈ আগবাঢ়িয়ে গ'ল। পুতেকক তাত তেনেকৈ বহি থকা দেখি তেওঁ ভালপোৱা নাছিল যদিও সেইটো নেদেখুৱাই লাহেকৈ মাত্র সুধিলে কি কৰিছে। মুনিয়ে ক'লে যে এনেয়ে ৰামনাথৰ লগত বহি কথা পাতি আছে—কিবা নিব লগা আছে নেকি? শইকীয়াই চাইকেলেৰে আহি থাকোঁতে কি বিচাৰিব ভাবিয়ে আহিছিল—ক'লে, "আমাৰ টুথপেষ্ট শেষ হৈছে, বিনাকা আছে নেকি?" ৰামনাথে জনালে যে বিনাকাটো নাই। মুনিয়ে মন্তব্য কৰিলে, "ই ভাল দোকানী হ'ব পৰা নাই। গ্ৰাহকক কি লাগিব পাৰে অনুমান কৰিবই নোৱাৰে। অসমীয়া মুখত খোৱা ধপাত থ'বলৈ মইহে শিকাই দিছোঁ—সোখন চাইনবৰ্ডো ময়েই লেখি দিছোঁ। ইয়াৰ ঘৰ নগাঁৱত নহয়, ফুলগুৰিৰ পৰা অনাই লৈছে—মই আমাৰ মাক অলপ নি দিছোঁ।" ডাঠ কাগজত চিয়াহীৰে ডাঠকৈ লেখা "অসমীয়া মুখত খোৱা ধপাত পাব" জাননীখনলৈ চাই শইকীয়াই প্ৰমাদ গণিলে। আকৌ এটা আপদ ওলালনে? মানুহজনীয়ে তামোল অলপ বেছিকৈ খাই হয়।

মুনিৰ কথাত লাজতে তলমূৰ কৰি ৰামনাথে মনে মনে হাঁহি আছিল।

এনেতে দুহাতে দুগিলাচ গৰম চাহ লৈ খুপি খুপি খোজ দি গুমটিটোৰ পাচফালৰ পৰা ওলাই আহিল জয়ন্তী। তাই শইকীয়াক দেখি অলপ থতমত খাই গ'ল। চাহ দুগিলাচ কোনোমতে সৰু দুৱাৰখনেদি সৰকাই নমাই থৈ গাৰ কাপোৰ-কানিবোৰ আজুৰিবলৈ ধৰিলে। মুনীন্দ্ৰই চিনাকি কৰি দিলে, "জয়ন্তী এয়া আমাৰ দেউতা।" তাই কোনোমতে হাত দুখন দাঙিলে। শইকীয়াই একেথৰে ছোৱালীজনীলৈ চাই আছিল, নমস্কাৰ ঘুৰাই দিয়াৰ কথা নে-ভাবিলেই। বগী, স্বাস্থ্যৱতী, বেছ ধুনীয়া গাভৰু ছোৱালীজনীয়ে তেওঁৰ চিন্তা-ভাবনাও বহুত ওলট-পালট কৰি দিলে।

ৰামনাথে ক'লে, "জয়ন্তী তই নহ'লে এখেতক আমাৰ তালৈকে লৈ যা, ভালকৈ চাহ এটোপা দেগৈ।"

হঠাৎ জ্ঞান ফিৰাই পোৱাৰ দৰে শইকীয়াই অলপ খপজপাই ক'লে, "নাই নাই নেলাগে এতিয়া, ভাত খাবলৈনো আৰু কিমান সময় আছে? পিচত কেতিয়াবা আহি খাম বাৰু। তুমি জয়ন্তী নহয়? ছোৱালীজনীয়ে তোমাৰ কথা কৈছে। বাৰু মই যাওঁ। মুনি তই ঘৰলৈ নেযাৱ?"

"আপুনি আগবাঢ়ক, মই গৈছোঁ।"

ঘৰটোকে এইছোৱা বাট শইকীয়াই দাঁত কৰচি কৰচি যায়। ৰ মই তহঁতক ফুলগুৰিৰ ধপাত খুৱাম—যবলৈ তামোল অনাকে বন্ধ কৰি দিম। এই তিনি কঠা মাটি বিক্ৰী কৰাই ৰামনাথহঁতৰ চিন-মোকাম নাইকিয়া কৰিবলৈ প্ৰতিজ্ঞা কৰিহে তেওঁ অলপ শান্ত হ'ব পাৰিলে। তথাপি ঘৰ আহি পেৰেৰন্ত পলম কৰা গিৰীয়েকক তাৰ কাৰণ সুধিবলৈ শইকীয়ানীৰ সাহস নহ'ল।

কাপোৰ-কানি নসলোৱাকৈয়ে আন্ধাৰ বাৰান্দাত থমথমকৈ বহি থকা গিৰীয়েকক শুদা চাহ একাপ দিবলৈ গৈও শইকীয়ানীয়ে একো সুধিব নোৱাৰিলে। তেওঁৰ বেয়াকৈ গা চেবালে যে নিশ্চয় কিবা এটা ডাঙৰ গণ্ডগোল হৈছে।

অলপ পিচত মুনিও ঘূৰি আহিল। সি কিবা এটা গুণগুণাই আহিছিল, খং কৰি আন্ধাৰ বাৰান্দাত বহি থকা দেউতাকক নেদেখিলেই, গুণগুণাই গুণ-গুণাই সি ভিতৰ সোমাই গ'ল।

আনদিনাৰ দৰে সি পঢ়ি থকা ভনীয়েকক মাত লগাই পাকঘৰ পালেগৈ। মাক যে চিন্তিত আৰু ব্যস্ত সি লক্ষ্যাই নকৰিলে। হাঁহি ঠাট্টাৰ সুৰত সি মাকক ক'লে, "ৰামনাথে কৈছে তাৰ দোকানৰ পৰা আমি হেনো আজিকালি একো নানো। দেউতাই হবলা তাৰ পৰা একো আনিব নলগা কৰিলে নহয় ?"

মাকে কিবা এটা ক'বলৈ গৈছিল, কিন্তু গিৰীয়েকক দুৱাৰমুখত আহি থিয় দিয়া দেখি আতংকিত হৈ বৈ গ'ল।

শইকীয়াই খঙেৰে ক'লে, "কিয়, অলপ সস্তাত বস্তু এটা বিচাৰি আনি মই কি বেয়া কামটো কৰিছোঁ ? এই ঘৰ-মাটি কেনেকৈ হৈছে ? তহঁতে নেজান-নেকি মোৰ মূৰত এটা মস্ত ধাৰৰ বোজা ? এইবিলাক মই কাৰ কাৰণে কৰিছোঁ ? তহঁতৰ ভালৰ কাৰণে কিবা এটা কৰিবলৈ গ'লে তহঁতেই তাক ভ্ৰষ্ট কৰি দিবি নেকি ?"

শইকীয়ানীয়ে মাত্ৰ সেপ গিলিবলৈ ধৰিলে।

আহত আৰু বিমৰ্ষ হৈ মুনীন্দ্ৰই তলমূৰ কৰিলে। সি বুজি পালে দেউতাকৰ খঙৰ কাৰণ কি। সি লাহেকৈ দেউতাকৰ কাষেদিয়েই ওলাই আহি নিজৰ কোঠা পালেগৈ। লতাই পিচে পিচে গৈ মূৰটো ওপৰলৈ দাঙি প্ৰশ্ন কৰিলে—কি ? "একো নহয় যা"—বুলি মাত্ৰ কৈ সি বিছনাত পৰি মুখে-গায়ে কাপোৰ টানি ল'লে।

ৰাতি ভাত খোৱা পৰ্বটো টানেই হ'ল। মাকে মাতি মাতিও মুনিৰ মাত নেপালে। লতাই আগতে নেখায়। শেষত দেউতাককে অকলে বাঢ়ি দিলে। তেওঁ লতাক মাতি আনি ক'লে, তই "নেখাৱ কেলৈ? খা!" তাইক মাকে ভাত দিলে। ৰাতি ভালেমান হ'লতহে মুনিয়ে উঠি মাকৰ সৈতে চেঁচা ভাত খালেগৈ। কোনেও কাকো একো নক'লে।

পিচদিনা অৰণ্যে শইকীয়াৰ বেয়া লাগিল। যি কৰিব পাৰে তেওঁতো কৰিছেই। তাৰ উপৰি ইমানটো খং দেখুৱাবলৈ যোৱা ঠিক নহ'ল।

লতা আৰু মুনিয়ে তেওঁক ঘৰখনত এৰাই ফুৰিবলৈ যত্ন কৰিলে। মুনি গধুলিতে ঘৰত সোমায়, ৰামনাথৰ দোকানলৈ ওলাই নেযায়। কেতিয়াবা বজাৰৰ পিনেই ওলাই যায়, গ'লে মাকক কৈ যায়।

দুদিনমান পিচত শইকীয়াই নিজেই ঘৈণীয়েকক সেইদিনা খং কৰাৰ কাৰণটো ক'লে। এই হলিগলি বন্ধ কৰিবই লাগিব। নহ'লে পিচত পস্তাই একো লাভ নহ'ব।

মাকে মুনিক বুজালে যে সি নিজৰ গা বচাই দেউতাকৰ সন্মান বচাই চলিব লাগিব। মুনিয়ে লতাক সেই দিনা গধুলি ৰামনাথৰ দোকানত জয়ন্তীয়ে চাহ দিবলৈ অহা দেউতাকে দেখাৰ কথাটো ক'লে।

সেই দিনাৰ পৰা আৰু শইকীয়া ৰামনাথৰ দোকানলৈ যোৱা নাই। সেই ঘটনাটোৰ পৰা যাবলৈ মন নোযোৱা হৈছে। দোকানত ৰামনাথক দেখাও নাই। আহোঁতে যাওঁতে লক্ষ্য কৰিছে যে কেতিয়াবা দোকানখন বন্ধ থাকে। নহলে খোলা থাকিলেও কোনোবা অচিনাকি ল'ৰা এটাহে বহি থাকে। ৰামনাথৰ ভায়েক-চায়েক আছে নেকি ইমান দিনে কাকো সুধি চোৱাও নাই। ঘৰত কাৰোবাক সুধি চোৱাৰ পৰিবেশেই নাই।

মাটি বিচৰা দুজন মানুহে শইকীয়াক লগ ধৰি ক'লে যে টকাৰ যোগাৰ হৈ যাব, অলপ কম দামত পালে তেওঁলোকে অলপ অলপ মাটি ল'বলৈ ঠিক কৰিছে—এতিয়া মাটি পোৱাহে কথা।

শইকীয়া কাছাৰী পালেগৈ। জনসমুদ্ৰত উটি ভাঁহি ফুৰা দালাল ডেকা-জনে ক'লে, "হৈ যাব ছাৰ। ৰামনাথ বৰাৰ মাটি নহ'লে কি হ'ব, মাটিৰ আকাল হোৱা নাই। ঐ পোৱালি চাওঁ·······তথাপি বাৰু ছাৰ মই আৰু এবাৰ ৰামনাথৰ লগত কথা পাতি চাওঁ।

ৰামনাথৰ খবৰটোকে আগতে ল'বলৈ কৈ শইকীয়া উঠি আহিল। তেওঁ

ভবা মতেই অঙ্কটো মিলি গৈছে যেতিয়া শেষটোও ভালেই হ'ব নিশ্চয়। তেওঁৰ বৰ ভাল লাগিল।

খবৰটো আনিলে মুনীন্দ্ৰই।

ৰামনাথৰ দোকান বন্ধ হৈ গ'ল! ঘৰৰ খাই টুকটাককৈ চলাই থাকিব পাৰিলেহেঁতেন। কিন্তু ঘৰত খাবলৈকে নাই। চিলাই কলৰ আৰু কোনো খবৰ নাহিল।

মুনিয়ে মাকৰ আগত ক'লে যে মাজতে ওচৰৰে ল'ৰা এটাক দোকানত বহুৱাই থৈ ৰামনাথে উপায় বিচাৰি নগাৰ'ৰ খুৰাকহঁতৰ ওচৰলৈ গৈছিল। তাৰ লগত খুৰাকজনো আহিল। বৌৱেকৰ লগত আলোচনা কৰি শেষত ইহঁতক গাঁৱলৈকে লৈ যাবলৈ ঠিক কৰিলে। ইয়াৰ মাটি তিনি কঠা বিক্ৰী কৰি দিব, তাৰে পাৰে যদি ৰামনাথে মৰাপাটৰ কাৰবাৰ এটাকে কৰিবগৈ। দালাল এটাই বিক্ৰী কৰি দিওঁ বুলি লাগিয়ে আছে। ন-দহ হেজাৰমান পালেই মাটি-খিনি বিক্ৰী কৰি দিব। দালাল জনে কৈছে পাৰে যদি ৰামনাথক তাতকৈ বেছি টকা পোৱাই দিবলৈহে চেষ্টা কৰিব—শ্বহীদ জোৱানৰ পৰিয়ালক কোনেও প্ৰৱঞ্চনা নকৰে।

লতাই জয়ন্তী আৰু মাকক মাত লগাই আহিবলৈ গৈ মনটো মাৰি আহিব লগাত পৰিল। কাৰণ সিহঁত ইতিমধ্যেই নগাৰ'লৈ গুচি গৈছে। ৰামনাথো লগত গৈছে। ঘৰটোত কোনোবা নেপালী পৰিয়াল এটা আছে—মাটি বিক্ৰী নোহোৱালৈকে থাকিব, তাৰ পিচত গুচি যাব।

লতাই আহি মাকক ক'লে যে গুমটিখনত তলা লগাই থোৱা আছে। নেপালী মানুহটোৱে ক'লে বোলে ৰামনাথে আহি মাটি, গুমটি সকলো বিক্ৰী কৰি থৈ যাব, আৰু নাহে।

লতাই মুনীন্দ্ৰক নেপালেহি। সি কলেজৰ পৰা আহিয়েই মাকক কৈ আজি ৰাতিটোলৈ ওলাই গৈছে—কোনোবা লগৰ ল'ৰা এটাৰ ঘৰত থাকিব হেনো, বহুত দিনৰ পৰাই মাতি আছে। সি মাজে মাজে তেনেকৈ বাহিৰত কটায়গৈ, গতিকে বিশেষ ভাবিবলগীয়া একো নাই। কিন্তু কাবো বুজিবলৈ বাকী নেথাকিল আজিৰ দিনটোত সি কিয় গ'ল। লতায়ো গধূলিতে মাকক কৈ থ'লে যে তাই ৰাতি ভাত নেখায়, মিছামিছি মাতি থাকি যেন দিগদাৰ নকৰে। তাই সামান্য পঢ়াৰ নাম কৰি আঠুৱা পেলাই বিছনাত উঠি ল'লেগৈ—কিতাপ এখন ওচৰতে ল'লেহে, লাইট মাকেই নুমাব লাগিব।

## বাস্তৱ

পুৰণি এপাক ফুৰি আহি সাতমান বজাত ঘৰ সোমাই ব্ৰজমোহন বৰুৱাই আজিও আনদিনাৰ দৰেই.ৱৰ .স্বাভাৱিক আৰু প্ৰায় উৎফুল্লভাৱেই সুধিলে, "হয়নে হেৰা, ই গুৰিবিনে বজাৰৰ পৰা মাংস আনিলেনে ?"

জ্যোতিৰ্ময়ীয়ে কিন্তু প্ৰথমে একো উত্তৰ নিদিলে। একো নুশুনাৰ দৰে লাগি থকা কামতে ব্যস্ত হৈ থকা যেন দেখুৱালে। ব্ৰজমোহনৰ কথাকিটা আৰু সুৰটোত যে আন্তৰিকতা নাই তেওঁ আজি ইমানদিনে খুব ভালদৰে বুজি উঠিছে। তথাপি সেই একে গতেৰে যেতিয়া গিৰীয়েকে শোৱা কোঠাৰ দুৱাৰ-মুখৰ পৰা ভুমুকি মাৰি থাকিয়েই আকৌ "হয়নে ?" বুলি সুধিলে, তেতিয়া অভ্যাসবশতঃ জ্যোতিৰ্ময়ীয়ে ক'লে. "আনিলে আনিলে।"

স্ত্ৰীৰ এই সমিধান যে তেওঁ ৰক্ষা কৰি চলা ভদ্ৰতাৰো বাহিৰত সেইটো উপলব্ধি কৰিলেও ব্ৰজমোহনে গাত নলগা ভাৱত "বেছ" বুলি কৈ গা-পাতল লগা মানুহৰ দৰে তাৰ পৰা আঁতৰি বাথৰুমৰ পিনে গুচি গ'ল। গাৰ ছাঁৰ দৰে লগে লগে ফুৰা ভোলাই ঘৰ সোমায়েই তেওঁক এৰি পাকঘৰৰ পিনে গৈছিল। এতিয়া আকৌ ক'ৰবাৰ পৰা দৌৰি আহি ব্ৰজমোহনৰ ভৰি এটাত অৰ জোঙা নাকটো লগাই কোঁ-কোঁ কৰিবলৈ ধৰিলে। তেওঁ ঠাইতে বৈ অলপ হাউলি কুকুৰটোৰ নোমাল গাটো অলপ মোহাৰি দি ক'লে, "তই হবলা গোন্ধ লৈ আহিলিগৈয়েই ? মাংস আনিছে যা, মই খবৰ লৈ আহিছোঁ।" বুজি পোৱাৰ দৰে আকৌ এবাৰ কোঁ-কোঁ কৰি ভোলা আকৌ পাকঘৰৰ পিনে আৰু ব্ৰজমোহন বাথৰুমৰ পিনে গুচি গ'ল।

ইপিনে জ্যোতিৰ্ময়ী অলপ তভক মাৰি শোৱা কোঠাৰ বিছনাখনতে কিছু-পৰলৈ বহি থাকিল। তেওঁ ভাবিবলৈ ধৰিলে, গিৰীয়েকক দিয়া সমিধানটো বাৰু তেওঁকাহি মৰাৰ নিচিনা হ'ল নেকি ? স্বামী-স্ত্ৰী হিচাবে মৰম-চেনেহৰ সম্বন্ধ ৰক্ষা কৰি ভালদৰে কথা কোৱাটো আজি ইমান দিনে ইমান অনভ্যাস হৈ পৰিছে যে তেওঁলোকে প্ৰায় ভদ্ৰতা ৰক্ষা কৰিয়েই চলিবলৈ ধৰিছে। বয়স কিছু হৈছে, কিন্তু বুঢ়া হৈ যোৱা নাই ; টান বিধৰ বেমাৰ-আজাৰ নহলে মৰিবলৈকো দিন আছে। সিমান দিনলৈ এইদৰে ভদ্ৰতা ৰক্ষা কৰি চলিব পাৰিবনে নোৱাৰে সেইটো ভাবি মাজে মাজে জ্যোতিৰ্ময়ী অতিষ্ঠ হৈ উঠে।

কিন্তু তথাপি জীৱনটো অভ্যাসত পৰিণত হৈ গৈছে। সৰু নিজ্ঞাল সংসাৰ-খন চলাই, অলপীয়া কিন্তু যথেষ্ট সা-সম্পত্তিখিনি চম্ভালি, ওচৰ-চুবুৰীয়াৰ লগত কথা-বতৰা পাতি দিনবোৰ পাৰ হৈ যাব ধৰিছে। তথাপি মাজে মাজে অভ্যাসত বাঁত পৰে, ভদ্ৰতাৰ মুখা খহি পৰে। যেনে এইমাত্ৰ হৈ গ'ল।

অৱশ্যে তাৰো কাৰণ নোহোৱা নহয়। গিৰীয়েকে কেৱল ভদ্ৰতা নকৰি বছৰেকত এদিনলৈকে হ'লেও আন্তৰিকতাৰে সেই সুৰত কথা পাতিলেনো কি মহাভাৰত অশুদ্ধ হয়? হাজাৰ হওক জ্যোতির্ময়ীওতো মানুহ; গুবিনে বজাৰৰ পৰা বি মাংস অনাৰ কথা তেওঁ ঘৰ সোমায়েই সুধিলে, সেই মাংস যদি ঘৰখনৰ খাতিৰত অনা হ'লহেঁতেন তেন্তে কথা ভালেখিনি বেলেগ হ'ল-হেঁতেন। কিন্তু সেই মাংস অনা হৈছে বা আনিবলৈ কোৱা হৈছে কেৱল ভোলাৰ কাৰণে। ভোলাক সপ্তাহত তিনিদিন মাংস আনি খুৱাবই লাগিব, বৰবৰাৰ হুকুম—তাক পালন নকৰিলে তেওঁ উগ্ৰমূৰ্ত্তি ধাৰণ কৰিব পাৰে, গুবিন আৰু জ্যোতির্ময়ীক গুলীয়াওঁ বুলি বন্দুকত গুলী ভৰাই ল'ব পাৰে। ঘৰখনৰ কাৰণে যে বজাৰৰ পৰা মাছ-মাংস-কণী অনা নহয় এনেও নহয়। বৰং সদায় খাই খাই আমনি লাগি গৈছে বুলি গুবিনে বাহিৰত ফুটীন কৰি কয়হে। কিন্তু মাছ-মাংস অনাৰ বিষয়ে ব্ৰজমোহন বৰবৰাই কোনো দিনেই তদাৰক নকৰে। মাত্ৰ জ্যোতির্ময়ীয়েহে অনাই থাকে। নহ'লে মনৰ ঠিক নথকা ব্ৰজ-মোহনে খাবৰ পৰত কি অথন্তৰ ঘটাই দিয়ে ঠিক নাই। মাছ বা মাংস নাই বুলি কাঁহীখনকে গুবিনৰ গালে মাৰি পঠিয়াব পাৰে!

কথাটো ভালদৰে চালি-জাৰি চাই জ্যোতির্ময়ীয়ে থিৰ কৰিলে যে তেওঁ সেইদৰে উত্তৰ দিয়াটো একো আচৰিত বা অনুচিত হোৱা নাই। সকলোৰে এটা সীমা আছে। এইদৰে এটা সিদ্ধান্ত কৰি তেওঁ বিছনাৰ পৰা উঠি আকৌ আগৰ কামত ধৰিলেগৈ।

ইপিনে ব্ৰজমোহনেও আপোন মনে কিবা গুণগুণাই ভৰি-হাত ধুলে, পাক-ঘৰলৈ গৈ ৰন্ধা-বঢ়াত ব্যস্ত গুবিনৰ লগত অলপ পৰ কিবাকিবি কথা পাতিলে আৰু তাৰ পাচত কাপোৰ-কানি সলাই বাহিৰৰ কোঠাত হেলনীয়া চকি এখনত বহি কিতাপ পঢ়িবলৈ ধৰিলে। কোৱা বাহুল্য, আন দিনাৰ দৰেই, ওচৰতে এখন তাওৰ টিপয়ৰ ওপৰত চিগাৰেট-জুইবাঁহ আৰু মদৰ বটল-গিলাচ কিটা আনি নিজেই ঠিক কৰি ল'লে। এইবোৰ যতনাই লওঁতে ভোলা অনবৰত তেওঁৰ পিচে পিচেই ফুৰিছিল আৰু শেষত অলপ মদ খাই, এটা চিগাৰেট জ্বলাই লৈ

যেতিয়া ব্ৰজমোহনে একান্তমনে কিতাপত বুৰ মাৰিলে, তেতিয়া ভোলায়ো ভৰিৰ ওচৰতে গা-খুঁহাই শুই পৰি বেঁকাকৈ মেলি দিয়া আগঠেং দুটাৰ ওপৰত নিজৰ মূৰটো আলফুলকৈ পেলাই দি মেল-নেমেলকৈ চকু দুটা মুদি দিলে।

ব্ৰজমোহন বৰবৰাৰ এই দৃশ্যটি বেছ জনাজাত। মদ, কুকুৰ আৰু কিতাপ যে তেওঁৰ জীৱনৰ অপৰিহাৰ্য্য অঙ্গ হৈ পৰিছে সেই কথা ইয়াৰ বহুতেই কোৱা-বখনা কৰে। আৰু এটি সঙ্গী তেওঁৰ আছে ঃ বন্দুকটো। বন্দুক লৈ ভোলাৰ লগত কথা পাতি পাতি দুই মাইলমান আঁতৰৰ হাবিয়নিত কপৌ চৰাই বা বনৰীয়া কুকুৰা চিকাৰ কৰিবলৈ যোৱাও মাজে সময়ে মানুহে দেখিছে। কেতিয়াবা আকৌ মানুহে বঢ়ায়ো কয় যে গীতাৰ নিচিনা ধৰ্মগ্ৰন্থ পাঠ কৰিলে ব্ৰজমোহনে মদ, চিগাৰেট আৰু কুকুৰৰ উপৰি ওচৰতে বন্দুকটোও থৈ লয়; তেতিয়াহে বোলে ধৰ্মৰ মৰ্ম ভালদৰে উপলব্ধি হয়। এইবিলাক অৱশ্যে গাজাখুৰি গল্প। কাৰণ বন্দুকৰ লগত ধৰ্মৰ সম্পৰ্ক কোনেও দেখুৱাই দিব নোৱাৰে।

ব্ৰজমোহনৰ চিনাকি মানুহ বহুত, কিন্তু প্ৰকৃত সঙ্গী এজনো নাই যেন লাগে। ঘৰৰ বাহিৰ ওলালেই চিনাকি মানুহৰ লগত হাঁহিমুখে তেওঁ কথা পাতে, খবৰ বাতৰি লয়, পৰক উপদেশ দিয়ে আৰু আতুৰক দুটা টকা দি সহায়ো কৰে। কোনোবাই মাতিলে খন্তেক বহিও যায়। দেশত কি হৈছে, পৃথিৱীত কি ঘটিছে, সকলো খবৰ ব্ৰজমোহনে ৰাখে আৰু এই বিষয়ে সাধাৰণ-ভাৱে সকলোৰে লগত আলোচনা কৰিবও পাৰে। নিৰ্বিঘ্ন, অলস এটা জীৱন। বন্দুকটো কান্ধত পেলাই গধূলি উলটি অহা দেখিলে বহুতে ৰিপ্‌ভেন্‌ উইঙ্কল বুলি কয়। কিন্তু কাৰো ঘৰলৈ তেওঁ নাযায়। কাৰো ঘৰুৱা বিষয় বা বিবাদত তেওঁ কেতিয়াও মাত এষাৰ নামাতে। নিজৰ ঘৰলৈকো কাকো নিমন্ত্ৰণ নকৰে। উপযাচি আহিলে বা কোনো আলহী-ওফোৰাজেং ওলালেহি যে থাকিবলৈ নিদিয়ে অথবা আদৰ নকৰে, এনেও নহয়। তথাপি বন্ধু-বান্ধৱ, অওহি-বওহিৰ লগত প্ৰাণৰ বা সামাজিক সম্পৰ্ক ৰাখিছে বুলি ক'ব নোৱাৰি। ঘৰত থাকিলে কিতাপ পঢ়ি থাকে আৰু বাহিৰত ভোলাক লৈয়েই ঘূৰি ফুৰে বুলি সকলোৱে জানে।

আজিও তেওঁ একান্তমনে পাত লুটিয়াই যাবলৈ ধৰিলে। মাজে মাজে মাত্ৰ মদ এঢোক মাৰিবলৈ বা নতুনকৈ চিগাৰেট এটা জ্বলাই ল'বলৈ তেওঁ বয়। তেতিয়া ভোলাৰ ফালে প্ৰশ্ৰয়ৰ চাৱনি এটা দি কয়, "ভোলা তই আছ ?"

ভোলাই ঘপ কৰে মূৰটো দাঙি চাই আৰু ধোঁৎ কৰি বা কোঁ-কোঁৱাই দি সমিধান দিয়ে। "বাৰু শুই থাক। মোক এৰি কলৈকো নেযাবি বুইছ?" বুলি ব্ৰজমোহনে এবাৰ হাঁহি আকৌ কিতাপৰ লাইনত চকু দুটা বুলুৱাই দিয়ে। ভোলায়ো মূৰটো আকৌ বেঁকাকৈ মেলি দিয়া আগঠেং দুটা ওপৰত আল-ফুলকৈ পেলাই দিয়ে।

ভোলা নামৰ দেশী, সাধাৰণ ৰঙা কুকুৰটো বৰবৰা দম্পতিৰ সম্পৰ্কৰ প্ৰতীক। জ্যোতিৰ্ময়ীয়ে কুকুৰ দেখিবই নোৱাৰে। ব্ৰজমোহনে কুকুৰ বুলিলে মৰিব পাৰে। জ্যোতিৰ্ময়ীয়ে যিমানেই ঘৰৰ পৰা কুকুৰ খেদিব খোজে, ব্ৰজ-মোহনে সিমানেই সিহঁতক আদৰ-সাদৰ কৰি মাতি আনে। প্ৰথম অৱস্থাততো —আজি বহুতদিন আগৰ কথা—দুয়োৰে মাজত কাজিয়াই লাগিছিল। কুকুৰৰ পোৱালিয়ে গাতে গা লগাই দিয়ে, সিহঁতে ভিতৰতে লেতেৰা কৰিব পাৰে, মাইকী হ'লে পোৱালি দিলে মহা মস্কিল হ'ব, কাৰোবাক কেতিয়াবা হঠাৎ কামুৰি দিবও পাৰে—এবিধ প্ৰকাণ্ড কুকুৰে বোলে জীৱনত এবাৰ নহয় এবাৰ আনক নাপালে গিৰিহঁতকে কামুৰি দিয়ে! এইবিলাক জ্যোতিৰ্ময়ীৰ যুক্তি। তাৰ অবিচলিত উত্তৰ ব্ৰজমোহনে দিয়ে—ধুলেই বস্তু চফা হয়, ঘৰ লেতেৰা কৰিলে বাৰু জ্যোতিৰ্ময়ীয়ে পেলাব নেলাগে তেৱেঁই পেলাব, পোৱালি হ'লে ভালেই ল'ৰা-ছোৱালীৰ দৰে গণ্ডগোল কৰি থাকিব, শেষত কুকুৰে কামুৰি কম মানুহকে মাৰিছে—বাঘ-সিংহৰ পেটত তাতকৈ বহুত বেছি মানুহ মৰিছে।

বাহিৰৰ পৃথিৱীখনতকৈ ঘৰখন বহুত আগতে নিজান হৈ গ'ল। কেৱল ব্ৰজমোহনে কিতাপৰ পাত লুটিওৱাৰ শব্দহে নিয়মীয়াকৈ উঠিছে। কম ঘনকৈ উঠিছে বটল-গিলাচ আৰু জুইশলা মৰাৰ শব্দবোৰ। অলপ কষ্ট কৰি মন কৰিলে পিচফালে দূৰত পাকঘৰত গুৱিনে কাম কৰাৰ উমান পোৱা যায়; মন গ'লে বা সংসাৰী মন বব বেয়া লাগিলে—হঠাৎ গুৱিনে চিঞৰি, কাতৰ বিননি তুলি ৰাতিৰ অন্ধকাৰ আৰু নিঃশব্দতা ভেদি গাই উঠে—'কি কৰিলোঁ, কি কৰিলোঁ, ভকতি নকৰি। অন্তকে পাইলেক আহি, ৰক্ষা কৰা হৰি॥" তাৰ এই বিননিয়ে ঘৰখনত বেছ প্ৰভাৱ পেলায়। এই সময়ত ব্ৰহ্মা-বিষ্ণু-মহেশ্বৰলৈকো মন নকৰা ব্ৰজমোহনেও মেলা কিতাপখন বুকুত পেলাই লৈ, মদৰ গিলাচ আৰু হাতৰ জ্বলন্ত চিগাৰেটৰ কথা পাহৰি একান্ত মনে কাণ পাতি শূন্য আন্ধাৰলৈ চাই থাকে। ইপিনে শোৱা 'কোঠাৰ পৰাও পাৰ্য্যমানে নিঃশব্দেএখুজি দুখুজিকৈ ওলাই আহি জ্যোতিৰ্ময়ীও তাৰ ওচৰ পায়হি। তেওঁক হঠাৎ পাকঘৰৰ দুৱাৰ

মুখত দেখিলে গুবিনৰ লাজ লাগি মুখৰ মাত কথ হৈ যায়। জ্যোতির্ময়ীয়েও তাতৰ কিমান দূৰ তাৰ খবৰ লৈয়েই উলটি আহে। গুবিন এইঘৰৰ পুৰণি মানুহ। আধা বয়স ইয়াতে কটালে। ঘৰখনৰ মোহত এঁৰি যোৱাৰ কথা বাদ দিছে।

কেইবছৰমান আগতে এদিন এই ঘৰখনো তেনেই নিৰৱ হৈ গৈছিল। ল'ৰা-ছোৱালীবোৰ আঁতৰি যোৱাই ইয়াৰ ঘাই কাৰণ। নিচেই ওচৰাওচৰিকৈ কম কম বয়সত দুয়োজনী ছোৱালীক উলিয়াই দিয়া হ'ল। একমাত্ৰ ডাঙৰ ল'ৰা হাঁদিমোহনে তাৰ আগতেই বিলাতলৈ পঢ়িবলৈ গৈ চিঠি লিখিছিল যে তেওঁ আৰু উলটি আহিব নোখোজে—এতিয়াতো বিয়া-বাৰু কৰাই ভালকৈয়ে তাত বহি গৈছে। বয়স কম বুলি জীয়েকহঁতৰ বিয়া জ্যোতির্ময়ীয়ে পাতিব খোজা নাছিল। কিন্তু গিৰিয়েকৰ কথাত বৰ বেছি প্ৰতিবাদ কৰিবলৈকো সাহ নকৰিলে। ভয় হ'ল জানোচা পিচত ব্ৰজমোহনে জীয়েকহঁতৰ বিয়াৰ কোনো চেষ্টাই নকৰে। তেতিয়া অকলে তিৰোতা মানুহজনীয়ে সেই কাম কৰি উঠিব নোৱাৰিবও পাৰে। আনহাতে, ব্ৰজমোহনে ঠিক কৰা ল'ৰাকিটাও বেয়া নহয়, ভাল ঘৰৰ, ভালকৈ খাই-লৈ থাকিব পৰা অৱস্থাৰ।

ছোৱালী দুজনীৰ বিয়াৰ পাচতে ঘৰখন তেনেই উদং আৰু নিজান হৈ পৰিল। আগতে তাহাঁতেই হাঁহি-খিকিন্দালি বা কাঁজিয়া-পেঁচাল কৰি ঘৰখন গৰম কৰি থৈছিল। দুয়ো মাক-বাপেক দুয়োৰে পৰা মৰম পাইছিল। মাক-বাপেকেও প্ৰায়েই কাঁজিয়া কৰি ঘৰখন গৰম হোৱাত বৰঙণি যোগাইছিল। ব্ৰজমোহনে ঘৰতে বা বাহিৰৰ পৰা মদ খাই আহি প্ৰায়েই উৎপাত লগাইছিল। এইটো আকৌ জ্যোতির্ময়ীৰ অসহ্য লাগিছিল। সেইবাবে কাঁজিয়া লাগিছিল। কিন্তু ছোৱালী দুজনীৰ বিয়াৰ পাচত এই সকলোবোৰ হঠাৎ চেঁচা পৰি গ'ল। কুকুৰৰ প্ৰতি দুৰ্বলতা ব্ৰজমোহনৰ আগতেও আছিল, এতিয়াও থাকিল; তাক লৈ নতুন সমস্যাৰ আৰু সৃষ্টি নহ'ল।

( কুকুৰক ছোৱালী দুজনীয়ে 'দেউতাৰ সৰু ল'ৰা' বুলি কৈছিল। ব্ৰজমোহনে শুনি খং নকৰিছিল, প্ৰশ্ৰয়ৰ হাঁহিহে মাৰিছিল। আনকি জ্যোতির্ময়ীয়েও জীয়েকহঁতৰ ৰসজ্ঞানত অলপ হাঁহিছিল।) বিয়া দুখনৰ পাচতে ব্ৰজমোহন কিছুদিনলৈ কেনিবা আঁতৰি গৈছিল। ক'লৈ যাব কাকো কৈ যোৱা নাছিল, মাত্ৰ ফুৰিবলৈ যাব বুলি কৈছিল। তেওঁ দুমাহমান ঘৰত নাছিল। অৱশ্যে তেওঁ নাথাকিলেও একো অসুবিধা নহয়। ব্ৰজমোহনৰ মাটি-সম্পত্তি

যথেষ্ট ; তাৰ আৰ্জনেৰেই ঘৰ চলে। সেইবোৰৰ পইচা বা বস্তু তুলিবলৈ হুচিয়াৰ গুবিন আছে—সকলো কথা গুবিনৰ নখদৰ্পণত। জ্যোতিৰ্ময়ীয়েও এইবিলাকৰ প্ৰতি চোকা চকু ৰাখে। মাজে-সময়ে মন গ'লে ব্ৰজমোহনেও আনৰ লগ লাগি ঠিকাৰ নিচিনা কাৰবাৰত টকা খটুৱাইছিল আৰু তাৰ পৰা পোৱা লাভখিনি সামৰি থৈছিল—লাগিলে উলিয়াই দিছিল। কিন্তু ব্ৰজমোহনে নিগাজীকৈ একো কাম নকৰিছিল—মদ খোৱাৰ বাহিৰে। দুমাহ পাচত ব্ৰজমোহন যেতিয়া উলটি আহিল তেতিয়া সকলোৱে আচৰিত হৈ দেখিলে তেওঁ ভালেখিনি গহীন হৈ পৰিছে। মদ এৰা নাই বা আগৰ আন স্বভাৱো এৰা নাই। কিন্তু ঘৰৰ ভিতৰত আৰু হৈ-চৈ, উৎপাত একো নকৰে।

ইতিমধ্যে আগৰ কুকুৰটো জ্যোতিৰ্ময়ীয়ে আঁতৰাইছিল। আহিয়েই সেই কথা গম পায়ো ব্ৰজমোহনে মুখেৰে একো নক'লে। কিন্তু দুদিন পাচতে ক'ৰবাৰ পৰা ৰঙা হৃষ্ট-পুষ্ট পোৱালি এটা লৈ আহিল। কিছুদিনলৈ তাকে লৈ তেওঁ ব্যস্ত হৈ থাকিল। গুবিনকো তাৰ কামতেই লগালে। নিজে গা ধুৱাই দিয়ে, তাৰ লগত খেলে, আবেলি ফুৰাবলৈ লৈ যায়, ৰাতি পঢ়োঁতে ওচৰতে বান্ধি থয় আৰু শোওঁতেও ওচৰতে বস্তা এটা পাৰি শুৱাই থয়। ক্ৰমে ক্ৰমে তাক ইমান যত্ন নকৰিলেও চলা হ'লগৈ। সেইটোৱেই ভোলা। ভাগ্যক স্বীকাৰ কৰি লৈ জ্যোতিৰ্ময়ীয়ে তাক গ্ৰহণ কৰিলে। সি আজি ইমান দিনে ঘৰখনৰে এটাৰ দৰে হৈ পৰিছে। সৰু জীয়েকে মাকলৈ দিয়া চিঠি এখনত লিখিছিল, "দেউতাৰ আৰু এটা ল'ৰা হৈছে বুলি জানি সুখী হলোঁ।" ভোলাও বৰ ভাল কুকুৰ বুলি প্ৰমাণিত হ'লগৈ। সি ব্ৰজমোহনক স্বাভাৱিকতে আটাইতকৈ বেচি ভাল পায় যদিও জ্যোতিৰ্ময়ী আৰু গুবিনকো বেয়া নাপায়, বৰং তেওঁলোকৰ পৰাও আদৰ বিচাৰি যায়হে। ব্ৰজমোহনে বাহিৰত কৈ ফুৰে, "ই অভিমানো কৰিব জানে বুইছা ? বৰ আচৰিত কুকুৰ। একেবাৰে মানুহৰ দৰে। সিদিনা ৰাইফ ৰিক্সা এখনত উঠি কোনিবা যাবলৈ ওলাইছিল—সিতো আগধৰিয়েই ৰিক্সাত উঠি বহি আছে। ৰাইফে নিনিয়ে কোনোমতে, সিও নানামে। নামিবলৈ ক'লেই কান্দে। শেষত যেনিবা ই গুবিনে জোৰ কৰি নমাই দিলে। তাৰ পাচতো বহুত বেলিলৈকে সি মন মাৰি শুই আছিল। ৰাইফে আহি নিজহাতে ভাত দিলতহে তাৰ অভিমান ভাগিছে। বৰ আচৰিত কুকুৰ। একেবাৰে মানুহৰ দৰে।"

জ্যোতিৰ্ময়ীয়ে মুখ বিকটায়ো কেতিয়াবা সোধে, "কিনো পায় আপুনি ইহঁতৰ মাজত ? ঘিণো নালাগেনে ?"

ব্ৰজমোহনে সাৰটি লোৱা কুকুৰটোৰ নোমাল গাত গাল এখন ঘঁহাই ঘঁহাই কয়, "মানুহতকৈ কুকুৰৰ সঙ্গহে মোৰ ভাল লাগে। মানুহে মানুহক নুবুজে বা বুজিলেও ভুল বুজে। পশুৱে হ'লে ঠিক বুজে।"

ইয়াৰ উত্তৰত জ্যোতিৰ্ময়ীৰ ক'ব লগা একো নাথাকে। তেওঁলোকৰ সম্পৰ্ক ভাল নহয়। আনকি ক্ৰমান্বয়ে এনে অস্বাভাৱিক হৈ পৰিছে যে পৰস্পৰৰ মাজত দৈহিক মানসিক একো আকৰ্ষণ নাথাকিলেও মানুহে দেখাত কাঁজিয়াও নালাগে। গতিকে গিৰীয়েকে সেইদৰে তেওঁলোকৰ সম্পৰ্কৰ কথাকে আঙুলিয়াই বক্ৰোক্তি কৰিছে বুলি ভাবি মনে মনে থাকে।

নিথৰ হৈ পৰি থাকি পঢ়ি থকা ব্ৰজমোহনক গুবিনে আনদিনাৰ দৰে আহি মনে মনে চাই গ'লহি। সি দুৱাৰ মুখত থিয় দিয়াৰ লগে লগে ভোলাই ঘপ কৰে মূৰ তুলি চালে। কিন্তু তাক দেখি সি আকৌ নিৰৱে মূৰটো আলফুলকৈ ঠেং দুটাৰ ওপৰত পেলাই দিলে। গুবিন আকৌ মনে মনে আঁতৰি গ'ল। তাৰ ভাত হৈছিল। সেইবাবে চাই গ'লহি ব্ৰজমোহনৰ ভোক লাগিছে নেকি। ভোলাই লৰচৰ কৰোঁতে তেওঁ কেৰাহিকৈ এবাৰ তাৰ ফালে চালে। উলটিও নাচালে, মুখেৰেও একো নক'লে। তেওঁ অনুমান কৰিলে গুবিনে নিশ্চয় চাই গৈছেহি। কিন্তু সঁহাৰি দিবলৈ একো চেষ্টা নকৰি তেওঁ একেদৰেই পঢ়ি থাকিল।

পোন্ধৰ মিনিটমান পাচত দুৱাৰমুখত জ্যোতিৰ্ময়ীও থিয় হ'লহি। ভোলাই গম পাই আকৌ ঘপ কৰে মূৰ তুলি চালে। জ্যোতিৰ্ময়ীও নিৰৱেই থাকিল যদিও পিচ হুঁহকি আঁতৰি নাহিল বৰং তেওঁ কোঠাটোলৈ সোমাইহে গ'ল। আনকালেও এনে কৰে। ভোলাই মাটিৰ সমান্তৰালকৈ মূৰটো পেলাই জ্যোতিৰ্ময়ীক লক্ষ্য কৰিবলৈ ধৰিলে। ব্ৰজমোহনেও এবাৰ তেওঁৰ ফালে চাই আকৌ চকু নমাই আনি আগৰ দৰেই কিতাপ পঢ়ি থাকিল। মাত-বোল কৰাৰ কোনো লক্ষণ তেওঁ নেদেখুৱালে, মাত-বোল জ্যোতিৰ্ময়ীয়েও নকৰিলে। তেওঁ মাত্ৰ কোঠাটোত সোমাই চাৰিওফালে এনেয়ে এবাৰ ঘূৰি-পকি চালে; যেন বস্তু-বাহানি ঠিকে আছে নে নাই বা কিবা সংস্কাৰ কৰিব লগা আছে নেকি তাকেহে চাইছিল। ভোলাই উঠি গৈ তেওঁৰ পিচে পিচে কিছু সময় ঘূৰি ফুৰিলে যেন কৰ্তব্যবোধত। তেৰো বৰ বেছি বিৰক্তি বা আপত্তি নেদেখুৱালে—যেন কৰ্ত্তব্যবোধতে। তেওঁ এখন খিৰিকিয়েদি কিছু সময় বাহিৰৰ আন্ধাৰলৈ চাই থাকিল। তাৰ পাচত কাকো একো নকৈ আকৌ

নিবৰে ওলাই গ'ল। ভোলাই আকৌ আগৰ ঠাইতে আগৰ দৰেই শুই থাকিল।

ব্ৰজমোহনে কিবা ক'ব বুলি অৱেশ্যে আশা কৰা নাছিল। কাৰণ এনেদৰে নিবৰে ভাত খাবৰ পৰত চাই যোৱাটো নিত্য-নৈমিত্তিক। ৰাতি অৱশ্যে বেছি হোৱা নাই। কিন্তু ভাত-পানী হৈছে; খাই-বৈ ল'লে সকলোৱে আজৰি পায়। বিশেষকৈ জ্যোতিৰ্ময়ীৰ গাটো আজি বৰ ভাল নহয়। ৰাতিপুৱাৰ পৰা কিবা জ্বৰ-জ্বৰ লাগি আছে। কাকো কোৱা নাই। এনেয়ে ভাল হৈ যাব বুলি ভাবিছে। বয়স বাঢ়ি অহাৰ লগে লগে দেখোন অলপ অনিয়মতে আজি-কালি বৰ কাহিল হৈ পৰে। জীয়াৰী কালৰ বেছ স্বাস্থ্যৱতী জ্যোতিৰ্ময়ী এসময়ত বেছ শুকুলা হৈ পৰিছিল। এতিয়া মঙহবোৰ ওলমি পৰিব খোজা যেন হৈছে। ছোৱালী দুজনীক বিয়া দিয়াৰ পাচৰ পৰা তেওঁ নিঃসঙ্গও বোধ কৰা হৈছে। ব্ৰজমোহন থকা নথকা একে কথা—তেওঁ কোনো দিনেই সঙ্গী নহ'ল।

ব্ৰজমোহনৰ মদ খোৱাৰ অভ্যাসটোৱেই আছিল জ্যোতিৰ্ময়ীৰ প্ৰথম আৰু প্ৰধান আপত্তিৰ বিষয়। মানুহজন আছিল যাক ক'ব পাৰি লেতেৰা মদাহী। খায় বুলি অত্যাচাৰকৈ খায় আৰু ক'ত খালে-দোঙে পৰি থাকে তাৰ ঠিক নাই। এসময়ত তেওঁক বিচাৰি বিচাৰি ঘৰলৈ অনাই আছিল গৃহিনৰ এটা প্ৰধান কাম। জ্যোতিৰ্ময়ীয়ে জীৱন আৰু যৌৱনৰ সকলো আশা-আকাঙ্ক্ষা চুৰমাৰ হৈ যোৱা যেন পালে। তথাপি তেওঁকে স্বীকাৰ কৰি ল'ব লগা হৈছিল। মাক-বাপেক নথকা বাবে মোমায়েকেই তেওঁক বিয়া দিলে। গতিকে এই ঘৰ এৰি আকৌ মোমায়েকৰ হাৰ-মাল হ'বলৈ তেওঁ ইচ্ছা নকৰিলে। নহ'লে সকলো অন্যায় নিবৰে সহি যোৱা বিধৰ ছোৱালী জ্যোতিৰ্ময়ী নাছিল। তেওঁ মনত বল বান্ধি ব্ৰজমোহনকে সংস্কাৰ কৰি ল'বলৈ চেষ্টা কৰিলে। কিছু কিছু কৃতকাৰ্য্য হৈছিল যদিও শেষত তেওঁ নিৰাশেই হ'ব লগা হ'ল। কাৰণ ব্ৰজমোহনে স্ত্ৰীৰ কিছুমান কথা মানি ল'বলৈ চেষ্টা কৰিছিল; তেওঁ মনে মনে 'ভাল' হবলৈও সচেতন হৈছিল। মদ নেৰিলেও কমাই দিবলৈ আৰু বাহিৰত নাখাই ঘৰতে খাবলৈ চেষ্টা কৰিছিল। কিন্তু ল'ৰা-ছোৱালী হবৰে পৰা জ্যোতিৰ্ময়ীয়ে দেউতাকৰ "অশুচি" সংস্পৰ্শৰ পৰা সিহঁতক ৰক্ষা কৰিবলৈ ইমান কঠোৰ ব্যৱস্থা ল'লে যে ব্ৰজমোহনৰ পক্ষে বিৰক্তি বোধ নকৰা আৰু সহ্য কৰি থকা টান হৈ পৰিল। তেওঁ আকৌ বাহিৰৰ জীৱন আৰম্ভ কৰি দিলে।

ঘৰুৱা জীৱনত জ্যোতির্ময়ীয়ে ক্ৰমে বেছিকৈ অধিকাৰ সাব্যস্ত কৰা বুলি তেওঁ কিছু দিনৰ পৰা অনুভৱ কৰি আহিছিল। কাৰণ সা-সম্পত্তিৰ তদাৰক কৰাৰ উপৰি তেওঁ তেওঁকো নিয়মীয়া কিবা কাৰবাৰত ধৰিবলৈ কুটুৰি আছিল ; যাৰ ফলতে ব্ৰজমোহনে আনৰ ব্যৱসায়ত মাজে সময়ে টকা খটুৱাইছিল। পতিকে সকলো বাধা আওকাণ কৰি যেতিয়া পূৰ্বৰ জীৱন আৰম্ভ কৰি দিলে তেতিয়া মাত্ৰাধিক্য ঘটাবলৈ পিচ হুহকি নাহিল। তেওঁ অসৎ তিৰোতা এজনীৰ ঘৰত আড্ডা দিবলৈ ধৰিলে আৰু তাৰ কাৰণে যথে-মধে টকা খৰচ কৰিবলৈ ধৰিলে।

এই কথা যেতিয়া আহি জ্যোতির্ময়ীৰ কাণত পৰিল তেতিয়া তেওঁ জীৱনৰ আটাইতকৈ ডাঙৰ আঘাতটোকে পোৱা যেন হ'ল। প্ৰথম সন্তান ল'ৰা-টোক তেওঁ আগতেই চিলঙৰ হোষ্টেলত ৰাখি পঢ়ুৱাইছিল। কিন্তু ছোৱালী দুজনীক এৰিব খোজা নাছিল। অথচ ঘৰত প্ৰায়েই কাঁজিয়া হৈ থাকে। সেই অসৎ তিৰোতাজনীৰ কথা লৈ জ্যোতির্ময়ীয়ে অভিযোগ কৰিলেও তেওঁ অস্বীকাৰ নকৰি বৰং সচাঁ বুলিয়েই কৈ উলাই কৰিব ধৰা হ'ল। অৱশ্যে ৰাতিৰ এইবোৰ কাঁজিয়া-পেচাল যাতে ল'ৰা-ছোৱালীৰ সন্মুখত নহয় তালৈ জ্যোতির্ময়ীয়ে সদায় চকু ৰাখিছিল। তথাপি সিহঁতে একো গম নোপোৱাকৈ থকা নাছিল।

ব্ৰজমোহনে ল'ৰা-ছোৱালীক মৰম নকৰাকৈ থকা নাছিল। ভাল অৱস্থাত থাকিলে সিহঁতৰ লগত তেওঁ প্ৰায়েই ৰং ধেমালি কৰিছিল বা সিহঁতক লগত লৈ গৈ বজাৰত কাপোৰ-কানি কিনি দিছিল। সিহঁতেও দেউতাকক ভাল পাইছিল ; যদিও ভয় কৰিয়েই চলিছিল। ডাঙৰ ল'ৰাটোৱে বিদেশী বৃত্তি এটা পাই যেতিয়া বিলাতলৈ যাবলৈ ওলাল তেতিয়া ব্ৰজমোহনেই পৰম উৎসাহেৰে ভালেখিনি ভাল মাটি বেচি দি কাপোৰ-কানি আৰু বাট খৰচৰ টকা উলিয়াই দিছিল। তথাপি ল'ৰা-ছোৱালীক চিৰদিনেই দেউতাকৰ পৰা আঁতৰাই ৰাখিবলৈকে মাকে চেষ্টা কৰিছিল। সেইটো কেনেবাকৈ ওলাই পৰিলেই বা ধৰিব পৰা হ'লেই ব্ৰজমোহনে প্ৰতিশোধ ল'বৰ মনেৰে বেছি উৎপাত আৰম্ভ কৰে। ৰাতি গৈ আড্ডাৰ পৰা নহাই হয়। বন্দুক লৈ গুলিয়াবলৈ ভয় দেখুৱায়।

এসময়ত জ্যোতির্ময়ীৰো অভিমান উথলি উঠিছিল। প্ৰতিশোধ ল'বৰ মন গ'ল। কি অপৰাধতনো তেওঁ গোটেই জীৱনটো এইদৰে নিজকে বঞ্চিত কৰি

যাব ? ব্ৰজমোহন বৰবৰাৰ ঘৰলৈ আহোঁ বুলিতো তেওঁ অহা নাই ? ইচ্ছা নাথাকিলে বিয়া ভাঙি দিবও পাৰিলেহেঁতেন। উপায় নাপাই যেনিবা নগ'লেই। সেই বুলিয়েই, অধিকাৰ থকা অৱস্থাতো তেওঁ কিয় অধিকাৰ বঞ্চিত হ'ব ? এইবিলাক ভাবি-চিন্তি তেওঁ এসময়ত বৰ অস্থিৰ হৈ উঠিল। কিন্তু প্ৰতিকাৰৰ ব্যৱস্থা হিচাবে যিটো কাম তেওঁ কৰিলে সেইটোৰ বাবে পাচত নিজেই অনুতাপ কৰিব লগা হ'ল।

সেই অসৎ তিৰোতাজনীয়ে জ্যোতিৰ্ময়ীক বিচলিত কৰি পেলাইছিল। তিৰোতা হিচাপে সেইটো বোধহয় স্বাভাৱিকেই। তেওঁ হঠাৎ সিদ্ধান্ত কৰি পেলালে তেৰোঁ এজন প্ৰেমিক গ্ৰহণ কৰিব। তেওঁ প্ৰথমে ভাবিছিল যে ব্ৰজ-মোহনক দেখুৱাবলৈকে এই কাম কৰিব। কিন্তু পাচত সেয়ে অলপ বেলেগ ৰূপেই লৈছিল গৈ। ডেকাজনৰ নাম কৈ আজি আৰু লাভ নাই। তেওঁ কিবা চৰকাৰী চাকৰি কৰিছিল আৰু কিবা প্ৰকাৰে জ্যোতিৰ্ময়ীৰ লগত আগৰে পৰা চিনাকি আছিল বাবে অহা-যোৱা কৰি আছিল। অলপ চঞ্চল বুলি তেওঁক ব্ৰজমোহনে আদিৰে পৰা পছন্দ কৰা নাছিল। কিন্তু পত্নীৰ প্ৰেমিক বুলি হ'লে কোনো দিনেই ভবা নাছিল। যেতিয়া কথাটো চকুত পৰিল তেতিয়া তেওঁ আচৰিত হ'ল যদিও মুখেৰে একো নক'লে। বেয়া যে পালে আৰু খং যে উঠিল সেইটোও ঠিক : জ্যোতিৰ্ময়ীৰ উদ্দেশ্য সফল হ'ল ঃ ব্ৰজমোহনৰ ঈৰ্ষা জাগিল। কিন্তু মুখেৰে তেওঁ প্ৰতিবাদৰ এটি শব্দও উচ্চাৰণ নকৰিলে। একো নেদেখা, একো নজনাৰ ভাওতে চলি যাবলৈ ধৰিলে। মদৰ আড্ডাত কোনোবা মদাহী বন্ধুৱে কথাটো উল্লেখ কৰিলে ব্ৰজমোহনে কয়, "মই সুখ বিচাৰি ইয়ালৈ আহিছোঁ, মোৰ ৱাইফেও সুখ বিচাৰিছে সেইদৰে ; ইয়াত আচৰিত হ'বলগীয়া কি আছে ভাই ?" আকৌ কোনোবাই যদি ৰাতি ঘৰলৈ যাবৰ হ'ল বুলি সোঁৱৰাই দিয়ে তেন্তে তেওঁ কয়, "ঘৰটো নিজম পৰক ভাই তেতিয়া যাম।"

জ্যোতিৰ্ময়ীৰ ভুল হৈছিল। যদিও প্ৰতিশোধ ল'বৰ মনেৰেই তেওঁ ডেকা-জনৰ লগত সম্পৰ্কটো স্থাপন কৰিছিল, তথাপি এসময়ত সেই সম্পৰ্কক প্ৰকৃত প্ৰেম বুলি কল্পনা কৰিবলৈ লৈছিল। বেছ ডাঙৰ ডাঙৰ ল'ৰা-ছোৱালীৰ মাক হোৱাৰ পাচত যেন তেওঁৰ হঠাৎ ধাৰণা হ'ল যে যৌৱনত প্ৰেম বোলা আশীৰ্বাদৰ তেওঁ মুখেই নেদেখিলে। যদি পাৰে মৰাৰ আগতে তাৰ সোৱাদ নল'ব কিয় ? ডেকাজনৰ কথা-বতৰা, আচাৰ-আচৰণৰ মাজতো তেওঁ নতুনত্ব

দেখিবলৈ পালে। ব্ৰজমোহনৰ কথা ভাবি বিতৃষ্ণাৰে তেওঁৰ মন ভৰি গ'ল। কি হেৰুৱাইছে নজনাকৈয়ে যে তেওঁ জীৱন পাত কৰিবলৈ ওলাইছে! সময় থাকোঁতেই যদি তেওঁ ভুল শুধৰাই লয় তেন্তে হয়তো সুখেৰে মৰিব পাৰিব। সমাজ, সংসাৰ, সন্মান, সন্তান এইবোৰ কথা ইয়াৰ মাজলৈ নাহে। ই একান্তই একান্ত বস্তু। ডেকাজনক হিয়াত স্থান দিবলৈ তেওঁ আগুৱাই গ'ল।

ডেকাজন চৰিত্ৰহীন আছিল বা তেওঁৰ আচৰণত বয়সৰ দোষ আছিল—এই কথাও বিচাৰ কৰি লাভ নাই। কাৰণ জ্যোতিৰ্ময়ীয়ে প্ৰশ্ৰয় নিদিয়া হ'লে তেওঁ নিশ্চয় জনসমুদ্ৰত লুকাই থাকিলহেঁতেন। এনেবোৰা পুৰুষ-স্ত্ৰীৰ জীৱনত ক্ষণিকৰ বিপৰ্যয় সৃষ্টি কৰি যাব নোৱাৰিলেহেঁতেন। কিন্তু জ্যোতিৰ্ময়ীৰ দুৰ্বলতাৰ সুযোগ তেওঁ ল'লে ; তেওঁ সাময়িকভাৱে হ'লেও জ্যোতিৰ্ময়ীৰ প্ৰেমিক হৈ পৰিল। মদ্যপানৰ বাহিৰে আন চৰিত্ৰহীনতাৰ চেকা নথকা ব্ৰজ-মোহনৰ নামত কলঙ্ক সানিলে। জ্যোতিৰ্ময়ীও আৰম্ভণিতে পৰা নিৰ্দোষ আৰু নিৰ্মল ছোৱালী আছিল। ব্ৰজমোহনক দোষ দিলেও মানুহে জ্যোতিৰ্ময়ীক আদিৰে পৰা সহানুভূতিৰ চকুৰেই চাইছিল। কিন্তু এই ঘটনাৰ পৰা তেবোঁ মানুহৰ সহানুভূতি হেৰুৱালে। বিশেষকৈ প্ৰেমিক গ্ৰহণ কৰিবলৈ জ্যোতিৰ্ময়ীৰ বয়স নাছিল বাবে মানুহে ছিঃ-ছিঃহে কৰিবলৈ ধৰিলে। অত্যাধিক পৰিমাণে মদ খাই খাই ব্ৰজমোহনে লাজ ঢাকিবলৈ বৃথা চেষ্টা কৰিছিল।

পাচলৈ জ্যোতিৰ্ময়ী নিৰ্ভীক হৈও উঠিছিল ; অৰ্থাৎ গিৰীয়েকক উলাই কৰিবলৈও ধৰিছিল। কেতিয়াবা কিবা অজুহাত দেখুৱাই ডেকাজনৰ লগত দূৰত ফুৰিবলৈও গৈছিল ; ছোৱালী দুজনীক লৈ মোমায়েকৰ ঘৰলৈও এবাৰ গৈছিল। ব্ৰজমোহনক মাত্ৰ খবৰটো দি যায়। কোৱা বাহুল্য, ডেকাজনো ছাঁৰ দৰে লগে লগে থাকে। ব্ৰজমোহনে বাধা দিব খুজিলে নুশুনে ; বন্দুকৰ ভয় দেখুৱালে কয়, "বন্দুকৰ ব্যৱহাৰ আমিও কৰিব পাৰোঁ।"

ইয়াৰ পৰিণাম কি হ'লগৈহেঁতেন কোৱা টান। কিন্তু আপোনা-আপুনি সকলো সমস্যাৰ সমাধান হৈ গ'ল। ডেকাজন হঠাৎ বদলি হৈ গ'ল। ইতিমধ্যে ছোৱালী দুজনীৰো বিয়াৰ বন্দৱস্ত হৈ গ'ল। তাহাঁতক ধ্বংসৰ পথৰ পৰা ৰক্ষা কৰিবৰ মনেৰেই অশেষ চেষ্টা কৰি ব্ৰজমোহনে নিজকে বঞ্চিত কৰি হ'লেও বিয়াৰ কামত লাগিছিল। তেওঁ মদ খোৱা কমাই দিছিল আৰু আড্ডালৈ যোৱা বন্ধ কৰি দিছিল। জ্যোতিৰ্ময়ীও ভালেখিনি শান্ত হৈ গৈছিল। তেওঁ ভাবিছিল

যে ব্ৰজমোহনৰ হয়তো সঁচাকৈয়ে পৰিবৰ্তন হৈছে। সেইবাবে বিয়াৰ কামত তেওঁ লাগিবলৈ ধৰিলে। যদিও প্ৰথমে বয়স কম বুলি অলপ ওজৰ-আপত্তি কৰিছিল। লাহে লাহে তেওঁ উপলব্ধি কৰিলে যে তেওঁ বৰ ভুল কৰিছিল। বিয়া দিব পৰা জীয়েক দুজনীৰ আগত মিছাই হাঁহিয়তাৰ পাত্ৰী হ'ল। আটাইতকৈ ডাঙৰ কথা হ'ল—দহজনৰ চকুত তেওঁ সৰু হৈ গ'ল। লাভ একো নহ'ল; আনকি তেওঁ দেখিলে যে তেওঁৰ প্ৰেম বোলা পদাৰ্থটিয়েই সৃষ্টি হোৱা নাছিল। নহ'লে ডেকাৰ অবিহনত তেওঁ আন্ধাৰ দেখিব লাগিছিল। আনহাতে ব্ৰজমোহনৰ অকণো হানি-বিঘিনি নহ'ল। তেওঁক মানুহে মদাহী বুলেই গ্ৰহণ কৰিছিল। পদস্খলন তেওঁৰ পক্ষে স্বাভাৱিক। সেই অসতী তিৰোতাজনীৰ সম্পৰ্কতো ব্ৰজমোহনক মানুহে নতুন চকুৰে চোৱা নাছিল। কিন্তু জ্যোতিৰ্ময়ীৰ বেলিকা মানুহে এনে মনোভাৱ দেখুৱাব নোৱাৰিলে। কাৰণ তেওঁক মানুহে আৰম্ভৰে পৰা সহানুভূতিৰ চকুৰে চাইছিল। আনহাতে জ্যোতিৰ্ময়ীয়ে দেখিলে যে সমাজত পুৰুষতকৈ তিৰোতাৰ কলঙ্ক বেছি স্থায়ী আৰু বেছি সাংঘাতিক। গতিকে মুঠতে লোকচান হ'ল জ্যোতিৰ্ময়ীৰে বেছি।

বিয়া দুখনৰ পাচতে অৱস্থাৰ বিৰাট পৰিৱৰ্তনেই হ'ল। দুমাহ ঘুৰি-পকি আহি ব্ৰজমোহনে ভালেখিনি-সংযত জীৱন যাপন কৰিবলৈ ধৰিলে। মদ নেৰিলে। কিন্তু উচ্ছৃংখলতা এৰি দিলে। কুকুৰৰ প্ৰতি বেছিকৈ মনোযোগ দিবলৈ ধৰিলে। বন্দুকটোও বেচিকৈ লগত লৈ ফুৰিবলৈ ধৰিলে।

জ্যোতিৰ্ময়ীও বৰ নিঃসঙ্গ হৈ পৰিল। তেওঁ অতিশয় গম্ভীৰো হৈ পৰিল। সকলো পাহৰিবলৈ চেষ্টা কৰি সংসাৰ চলোৱাতে মন দিবলৈ ধৰিলে। ভোলাক সহ্য কৰি চলিবলৈ ধৰিলে। ব্ৰজমোহনে একে ঘৰতে থাকি তেওঁক সঙ্গ নিদিয়া হ'ল। বেলেগে খায়, বেলেগে শোৱে, বেলেগে ফুৰে, অদৰকাৰত একো কথাও নহয়। তেওঁৰ এইবিলাক চালচলন দেখি জ্যোতিৰ্ময়ীয়ে বেছিকৈ ভয় খালে। ব্ৰজমোহনে কেতিয়া কি কৰি পেলায় বুলি সততে সচকিত হৈ থাকিব লগা হ'ল। অৱশ্যে ব্ৰজমোহনে আজিলৈকে সাংঘাতিক একো কৰা নাই। কিন্তু ইচ্ছা কৰিলে উগ্ৰমূৰ্তি ধৰিব পাৰে।

এঘণ্টামানৰ পাচত খবৰ কৰিবলৈ জ্যোতিৰ্ময়ী আকৌ আহিল। তেওঁ শুই আছিলগৈ। কিন্তু হঠাৎ মনটো বৰ বেছি বেয়া লগা যেন পালে। হঠাৎ কিবা এটা হৈ যাব পাৰে যেন বোধ হ'ল। সেইবাবে ঘপহ কৰে উঠি আহিল। বাহিৰ-খন আন্ধাৰ আৰু নিৰ্জনতাই গিলি থৈছে। ৰাতি হৈছে। পাকঘৰত চাকি

জৰীয় আছে। ব্ৰজমোহনে তেতিয়াও কিতাপ পঢ়ি আছে। ওচৰ-পাজৰত মানুহে আগৰ প্ৰকাৰ চিন লোহোৰা হৈ আছিল। তেওঁ প্ৰথমে পাকঘৰলৈ গ'ল। বেৰ এখনত আউজি গধুৰিন টোপনিয়াই আছে। তাক তেওঁ জগাই দিলে আৰু খোৱাৰ দিহা কৰিবলৈ ক'লে। নিজে গা বেয়া কাৰণে একো নাখাওঁ বুলি ক'লে। তাৰ পাচত তেওঁ আহিল ব্ৰজমোহনৰ ওচৰলৈ। মানুহে দেখি আৰু খোজ কাঢ়ি গা-মনত অলপ বল পোৱা যেন পালে।

ভোলাই ঘপ কৰে আকৌ মূৰ তুলি চালে। জ্যোতিৰ্ময়ী সোমাই গ'ল। এটা গল খেকাৰিও মাৰিলে। ভোলাই কাণ দুজন জোকাৰি ঘোৎ কৰে শব্দ এটা কৰিলে। জ্যোতিৰ্ময়ীয়ে কোঠাটোত এপাক মাৰিলে। তাৰ পাচত সুধিলে, "ভাত নাখায় নেকি? ৰাতি ভালেখিনি হ'ল।"

ব্ৰজমোহনে কিতাপখন আঁতৰাই কোলাতে থ'লে। চছমাযোৰ খুলি চকু দুটা মোহাৰি ল'লে, তাৰ পাচত গিলাছত থকা মদখিনি একে ঢোকে গিলি মুখখন বিকটাই ক'লে, "অঁ খাওঁ, বাঢ়িবলৈ কোৱাগৈ। দেৰী হৈছে যদি তুমিও একেলগেই বহাগৈ।"

জ্যোতিৰ্ময়ীয়ে ক'লে, "মই নাখাওঁ, আজি গাটো বেয়া।"

"অঁ হয়নেকি?" এই বুলি ব্ৰজমোহন উঠিল। "ভোলা তই আছ?" বুলি কুকুৰটোক গাত থপৰিয়াই, মোহাৰি দি অলপ মৰম কৰিলে আৰু তাৰ পাচত বটল-গিলাছবোৰ লৈ লাহে লাহে কোঠাটোৰ পৰা ওলাই গ'ল। জ্যোতিৰ্ময়ী বুলি যে প্ৰাণী এটি তাত আছিল যি তেওঁৰ কাৰণেই ইমান ৰাতিলৈকে নোখোৱা-নোবোৱাকৈ বৈ আছে সেই কথা যেন তেওঁৰ চকুতেই নপৰিল। অথবা চকুত পৰিছিল যদিও বেমাৰ-আজাৰৰ খবৰ যে অলপ ল'ব লাগে সেইটো যেন মনেই নকৰিলে। চুলিত ভালকৈয়ে পকধৰা, ক্ষীণাই আহিব ধৰা, বয়সে গাৰ ছালত আঁচমৰা মানুহজনৰ কথা ভাবি জ্যোতিৰ্ময়ীয়ে এটা হুমুনিয়াহ পেলালে। স্বামী হিচাপে এই মানুহজন হয়তো বেয়াই আছিল। কিন্তু জ্যোতিৰ্ময়ী নিজেও ভাল হৈ থাকিব নোৱাৰিলে। আজিও তেওঁৰ মনত কোনো গ্লানি নাই। আজি সকলো পাহৰি যাবলৈ তেওঁ প্ৰস্তুত। কিন্তু সেই কথা বুজাবৰ কোনো উপায় নাই। ব্ৰজমোহনে একো শুনিব নোখোজে।

প্ৰকাণ্ড টেবুলখনত অকলে বহি ভাত খাই থাকোঁতে ব্ৰজমোহনে কিবা চিন্তা কৰিছিল। গধুৰিন ওচৰতে বৈ আছিল। কিন্তু কোনো দিনেই দ্বিতীয়বাৰ

একো ঠিকলগ্ন হোৱা নাই। তথাপি বৈ থাকিবই লাগিব। ব্ৰজমোহনৰ মনৰ ঠিক নাই। আজিও বহুত পৰ চিন্তা কৰি খাই খাই তেওঁ কৈছে, "গুবিন, তুই শোৱাৰ আগতে আইদেউক এবাৰ খবৰ কৰিবি। মই মোৰা বুলি কৈছে। পানী-দুনী তপতাই দিবি।" গুবিনে 'বাবু' বুলি মানিলে। ভোলাক খাবলৈ দিয়া হ'লনে নাই আকৌ এবাৰ ব্ৰজমোহনে খবৰ কৰিলে।

পিচদিনা জ্যোতিৰ্ম্ময়ীৰ সঁচাকৈয়ে ভীষণ জ্বৰ উঠিল। সাধাৰণতে নিচেই ৰাতিপুৱাতে শুই উঠা আইদেউক ভালেখিনি পলমলৈকে নেদেখি গুবিনে খবৰ কৰিবলৈ গৈ দেখে জ্বৰৰ প্ৰকোপত তেওঁ উঠিব নোৱাৰা হৈ আছে। সি তৎক্ষণাৎ ব্ৰজমোহনক খবৰ দিলে। তেওঁ আহি কপালত হাত দি চাই জুই যেন পাই মনে মনে চকখাই উঠিল। তেওঁ গুবিনক ওচৰত থৈ ডাক্তৰক বিচাৰি লৰালৰিকৈ ওলাই গ'ল।

ডাক্তৰে আহি ৰোগীক চাই ঔষধ আৰু পথ্যৰ দিহা দিলে। ক'লে যে তেনেকৈ ভয়ৰ একো কাৰণ নাই; কিন্তু ঔষধখিনি নিয়মীয়াকৈ খুৱাবলৈ কৈ গ'ল।

ব্ৰজমোহন প্ৰায় গোটেই দিনটো ঘৰত থাকিল। তেওঁ নিজেই বহু বহু পৰলৈ জ্যোতিৰ্ম্ময়ীৰ ওচৰত বহিও কিতাপ পঢ়ি থাকিল। ঔষধ নিয়মীয়াকৈ খুৱালে, কেনে পাইছে কেবাবাৰো সুধিলে। জ্যোতিৰ্ম্ময়ীৰ জ্বৰ দিনৰ দিনটো নকমিল। অৱশ্যে বেঁচিও নহ'ল। তেওঁ উস-আস কৰি আৰু সেহাই জনালে যে কালি গোটেই ৰাতি টোপনি অহা নাছিল। গাটোও আগৰে পৰা বেয়া লাগি আছিল। জ্বৰ নকমা দেখি গুবিন আৰু ব্ৰজমোহন দুয়োৰে অলপ চিন্তা লাগিল। দুপৰীয়া এবাৰ বাহিৰলৈ ওলাই আহোঁতে ব্ৰজমোহনক গুবিনে উৎকণ্ঠাৰে সুধিলে, "দেউতা, ডাক্তৰক আকৌ এবাৰ খবৰ দি আহোঁনেকি?" হাঁহিবলৈ চেষ্টা কৰি তেওঁ ক'লে, "তোৰ হবলা ভয় লাগিছে? বাৰু যাবি এবাৰ, কৈ আহিবি।"

আবেলি ডাক্তৰে আকৌ আহি চাই আধাঘণ্টা মান বৈ এটা বেজী দিলে। তাৰ পাচত ৰাতি আঠ বজা মানত কেনে আছে খবৰ দিবলৈ কৈ ডাক্তৰ গ'লগৈ—কৈ গ'ল যে এইবাৰ জ্বৰ কমিব লাগে।

সঁচাকৈ বেজী দিয়াৰ পাচতে জ্যোতিৰ্ম্ময়ী বৰকৈ ঘামিবলৈ ধৰিলে আৰু তেওঁ বৰ ক্লান্ত হৈ পৰাৰ দৰে ঘোৰ টোপনিত লালকাল দিলে। ব্ৰজমোহনে স্বস্তিৰ নিশ্বাস এটা পেলাই বাহিৰলৈ ওলাই গ'ল আৰু হাত-মুখ ধুই গৰম

চাহ একাপ খালে। তাৰ পাচত গুবিনকো চাহ-তাহ খাই বজাৰ কৰিব লগা থাকিলে গৈ আহিবলৈ কৈ তেওঁ পুনৰ ৰোগিণীৰ ওচৰলৈ আহিল।

গধূলি বেছ আন্ধাৰ হওঁতেহে জ্যোতির্ময়ীয়ে সাৰ পালে। বেৰৰ থকা টেবুল-লেম্প এটাৰে ব্ৰজমোহনে কিতাপ পঢ়ি আছিল। তেওঁ ওচৰ চাপি গৈ কপালখনত হাত দি দেখিলে জ্বৰ কমি গৈছে। হঠাৎ জ্যোতির্ময়ীয়ে সুধিলে, "তোমাক গুবিনে ভালদৰে খাবলৈ দিলেনে আজি?"

অবাক হৈ যোৱা ব্ৰজমোহনে বিছনাতে বহি জ্যোতির্ময়ীৰ গাটো লাহে লাহে পিটিকি দিবলৈ ধৰিলে। ক'লে, "দিব পায়। মই খবৰ কৰা নাই। গুবিনেইতো সদায় দিয়ে।"

জ্যোতির্ময়ীয়ে ব্ৰজমোহনৰ চকুলৈ চালে। কিন্তু ব্ৰজমোহনে তেওঁৰ দৃষ্টি এৰাই আন ফালে চাবলৈ চেষ্টা কৰিলে। জ্যোতির্ময়ীৰ চকু দুটা লাহে লাহে ভৰি আহিব ধৰিছিল।

## কেৰেয়া

মইনাকণ লৰচৰ নকৰাকৈয়ে প্ৰকাণ্ড পালেংখনৰ সোঁমাজত চিল্কৰ লেপ-খনৰ তলত অধানিৰে পৰা পৰি আছে। মনুকণেও ইমানপৰে মাক-দেউতাকৰ এই শোৱা কোঠাটোত সোমাই এবাৰ ইফালে গৈছে সিবাৰ সিফালে কিবা বিচাৰিছে, এবাৰ 'ফেমিনা' এখনৰ পাত লুটিয়াইছে, সিবাৰ 'ষ্টাৰ এণ্ড ষ্টাইল' এখনকে টান মাৰি লৈছে। মইনাকণে তাৰ সমস্ত চাল-চলন একান্ত মনে লক্ষ্য কৰি গৈছে যদিও তাই অসুস্থ হৈ পৰি আছে, মুখখন দেখিলেই ক'ব পাৰি যে তাই বৰ ক্লান্ত, অৱসন্ন, চকুৰ দৃষ্টি নিস্তেজ। মনুকণৰ মুখৰ পৰা অনবৰত সুৰ ওলাবই লাগিছে, কেতিয়াবা হু-হু-হু, কেতিয়াবা সুছুৰি, কেতিয়াবা 'নাথিং কামছ্ ফ্ৰম নাথিং'—'অও হোৱাট ইজ হেপেনিং টু মি'··· অলপতে হৈ যোৱা 'চাউণ্ড অৱ মিউজিক' সি দুবাৰ চালে। দুবাৰ মান সি ভনীয়েকৰ ওচৰত বহি "কেনে পাইছ?" "বেয়া লাগিছে নেকি?" বুলি সুধিলেও, আৰু এবাৰ কপালত বাওঁহাত থৈ তললৈ বুলায়ো দিলে। মইনাকণে ককায়েকৰ স্বভাৱ বুজে। মাকে পাকঘৰত ব্যস্ত থাকিব লগা কাৰণে তাক অলপ সময় তাইৰ ওচৰত থাকিবলৈ কোৱা বাবেই যে সি এই গধূলি হুওঁ হুওঁ পৰত কোঠাটোত সোমাই আছে এনে নহয়। তথাপি সি তাত থকাত আৰু মৰম কৰি কপালত হাত বুলাই দিয়াত, কথা সোধাত তাই অলপ অলপ অভিভূত হৈ গ'ল, ডিঙিটো বন্ধ হৈ চকু দুটাও তিতি যাবলৈকে উপক্ৰম কৰিছিল। হাজাৰ হওক ককায়েকতো, একে মাকৰ সন্তান, একে পিতৃৰ··· তাইৰ বিটো বিপদ হৈ গ'ল, সৰ্বনাশেই হৈছিল বুলিব লাগে, বহু টকা-পইচা খৰচ কৰি ডাক্তৰ-চাক্তৰ লগাই মাক-দেউতাকে ৰক্ষা কৰিলে বুলিহে। ভাগ্যে ভাড়াঘৰটোত এতিয়া কোনো নাই, ভাড়াঘৰটোৱেইতো কাল হ'ল, মানুহে জানিছেনে নাই কোৱা টান, এনে অৱস্থাতো যে মনুকণ তাইৰ ওচৰত বহিছে, অলপ মৰম কৰিছে, সেইটো কম কথা নহয়। কেৱল ককায়েক বুলিহে সেইটো কৰিছে। আনকি সি ইয়াৰ মাজতে দুবাৰো সুধিছিল খিৰিকীবোৰ খুলি দিব নেকি। দুৱাৰ-খিৰিকীবোৰ বন্ধই কৰি থোৱা হৈছে যাতে হঠাৎ কোনেও মইনাক পৰি থকা নেদেখে, মাত্ৰ এখন খিৰিকী খুলি থোৱা আছে—পৰ্দা মেলি থৈ। মইনাই দুৱোৰ খিৰিকী নুখুলিবলৈকে কৈছিল। মাত্ৰ মনুকণে আন্ধাৰ

হৈ অহা দেখি খোলা খিৰিকীখনৰ পৰ্দা দুফালি সামান্যভাৱে ফাক কৰি দিছিল।

অৱশেষত ভনীয়েকক মৰম-চৰম কৰি, তাইৰ গাৰুৰ তলত থকা নতুন ৰঙা বিশটকীয়া নোটখন হস্তগত কৰি, ল-ৰ ক্লাছ কৰিবলৈ যাওঁ বুলি মনুকণ্ গুলাই গ'ল। মইনাকণে গাৰুৰ ওপৰতে মুৰটো দুপিয়াই নিজেৰ হাঁহি এটা মাৰি তাক বিদায় দিলে। সি হয়তো সেই টকা কেইটাৰ কাৰণেই ইমান পৰে ভনীয়েকৰ লগত কটাই দিলে। হওক, উপাৰ্জন নোহোৱা ডেকা ল'ৰা এটা, হাতত পইচা নহ'লে বাহিৰত কেনেকৈ চলে? চিগাৰেটত পইচা উৰুৱায় বুলি আৰু আজিকালি দুষ্ট ল'ৰাৰ লগত পৰি মদতো ধৰিছে বুলি দেউতাকে তাক একেবাৰে পইচা নিদিয়া হৈছে। সেইবাবে মনুৰে আজিকালি মাক আৰু ভনীয়েকৰ পৰা ভকা-হকা দি টকা লৈ লৈ যায়। মইনাই কেতিয়াবা খং কৰে, কেতিয়াবা কান্দিও দিয়ে, তেতিয়া দেউতাকে যথেষ্টতকৈ বেছি ক্ষতি পূৰণ দি শান্ত কৰিব লগা হয়। তাই ঘৰখনৰ বৰ আদৰৰ সৰু ছোৱালী। মনুতকৈও ডাঙৰ, প্ৰথম ছোৱালী, বিয়া হৈ যোৱা প্ৰীতিয়েও মাক-দেউতাকৰ ইমান মৰম পোৱা নাছিল। ললিতাই সৰু জীয়েকৰ যিমান আদৰ যত্ন কৰে, স্কুললৈ নিয়ম ৰক্ষা কৰি মেখেলা চাদৰ পিন্ধি যায় যদিও বাকী-খিনি সময়ত পিন্ধিবলৈ আজিকালি যিমান যি যি কাপোৰ ওলাইছে সকলো আনি দি যিমানখিনি যত্ন লৈছে তাৰ আধাও প্ৰীতিয়ে পোৱা নাছিল। প্ৰীতিৰ বিয়া এজন হাইস্কুলীয়া শিক্ষকৰ লগত হৈছে, গাঁৱত থাকে, নাখাই থকা নাই যদিও তেনে বৰ ভাল অৱস্থা নহয়। আজিকালি মইনাকণৰ ধুন দেখি, লগতে মাক ললিতাৰো নতুন নতুন কাপোৰ দেখি, প্ৰীতিয়ে ঘৰলৈ অহাকে বাদ দিছে। সিবাৰ গৈ পোৱাৰ পাচত লিখা চিঠিত প্ৰীতিয়ে কৈ পঠাইছিল: "স্কুলত যেনেমৰা ছোৱালীৰ ইমান ষ্টাইল কিহৰ? কেৱল চালোৱাৰ বেলবটম্ পিন্ধি দেখুৱালে নহয়, ভিতৰতো মাল-মছলা থাকিব লাগে। সেই ভাড়াটীয়া পাঞ্জাবী ঘৰৰ লগত ইমান হলি-গলি কিহৰ? মইনাকণৰ আপিটহে আপিট। সিহ'ত কোম্পানীৰ টকা খোৱা মানুহ, সিহ'তৰ লগত ফেৰ মাৰিব পাৰিব নেকি?" ইত্যাদি। ললিতাই চিঠিখন মোহাৰ মাৰি দলিয়াই পেলাই দিছিল। মইনাকণেহে বুটলি আনি টেবুলত দুহাতেৰে সমান কৰি পঢ়ি চাইছিল। মাকে কিন্তু তথাপি মইনাক আগৰ দৰে আদৰ কৰিয়েই আছিছে। প্ৰীতিৰ চিঠিয়ে সেই মৰমত কোনো ছেদ পেলাব পৰা নাই। মাকৰ মৰমত মইনা পৰম সন্তুষ্ট।

বিশেষকৈ বোৱা কিছুদিন ধৰি তাইৰ যিটো বিপৰ্য্যয় গৈছে তাত মাকৰ সহায়, সহানুভূতি, মৰম-চেনেহে তাইক দেহে-মনে বৰকৈ বল দিছে। এতিয়া তাইক মৰমেইতো বেছিকৈ লাগে। সেইবাবে মনুৱে মৰম কৰাত তাই মুহূৰ্ত্ততে গলি গ'ল। কিলটকীয়া নতুন, ৰঙা, কৰকৰীয়া নোটখন এবাৰ খোজোতেই দি দিলে। হাজাৰ হওক নিজৰে ককায়েক, দেউতাকে নিদিলে বুলি তাক পইচা নেলাগিব নেকি? দেউতাকে আজিকালি মাজে মাজে কিবা বৰ কাঢ়া হৈ উঠা হৈছে।

হৃদয়নাথৰো যে কিবা এটা হৈছে সেইটো ললিতাই লক্ষ্য কৰিছে। "ইয়াক (মনুক) এক পইচাও নিদিবি" ধৰণৰ টান হুকুম একোটা হঠাতে দি দিয়ে। এদিন কিবা মন বেয়া হৈ আছিল হ'বলা, সেই পাঞ্জাবী ভাড়াটীয়াৰ লগত কথা কটাকটিও হৈছিল, হৃদয়নাথে সাজি-কাচি এপাক ফুৰিবলৈ ওলোৱা ললিতাকে এবাৰ ঠাট্টা কৰি সুধি পেলাইছিল, "চিৎপাখিলীজনী হৈ নো কাক দেখুৱাবলৈ ওলাইছা?" সেই অফিচৰ ঘটনাটোৰ পৰাই মানুহটোৰ এনেকুৱা কথাবাৰ্তা দেখিবলৈ পোৱা যেন লাগে। টকা-পইচাৰ গণ্ডগোল আৰু পইচা খোৱা লৈ এটা গোলমাল হৈছিল। মানুহবোৰো বৰ বেয়া, পেটকপটীয়া, ভেটীও খুৱাব আৰু লগায়ো দিব, (ললিতাই তেতিয়াই কৈছিল), "আমাৰ তেখেতে খাইছে বুলি কিনো প্ৰমাণটো আছে? আৰু আজিকালিনো পইচা নাখায় কোনে যে তাকেই বৰ ডাঙৰ কৰি ৰমমন্ট লগাই দিব লাগে? দৰমহাৰ পইচাৰে কেইজনে চলেছে আজিকালি?" হৃদয়নাথ সেইটো কেছতে এমাহ চাচপেণ্ড হৈ আছিল। তাৰ পিচত যদিও কেছ চলি থাকিলেও চাকৰিত জইন কৰিব দিলে। কেছটো এতিয়াও চলিয়ে আছে, কোন কালত যে নিষ্পত্তি হবগৈ কোনেও নাজানে। কেছটো নিছিগা বাবেই হবলা মানুহটোৰ মুৰটো তেতিয়াৰ পৰাই ঠিক নথকা হ'ল। পুতেকৰ লগত প্ৰতি কথাতে তৰ্ক কৰা হ'ল। মনুৱে মদত ধৰা বুলি শুনিতো বাপেক অগ্নিশৰ্মাই হৈ উঠিল। মদ খাই অহা অৱস্থাত এদিন বাতি মনুক ধৰি ভালকৈ কেইচৰমান লগায়েই দিলে। মনুটোও এনে উদণ্ড যে চৰ খাই "চালা ভাৰী ভাল চেলাই দেখাইছে, ঘোচখোৰ" বুলি সি দেউতাককে উভতি ধৰিছিল। ললিতা আৰু মইনাকণে তাক টানি চোচোৰাই নিয়াৰ দৰে আঁতৰাই লৈ গ'ল বুলিছে কথা। আগেয়ে হৃদয়নাথে কলেজত পঢ়া ল'ৰাক মাজে সময়ে পাঁচ-দহটকা হাত খৰচ দিছিল। সেই তেতিয়াৰ পৰা

একেবাৰেই নিদিয়া হ'ল, আৰু ললিতাকো আদেশ দি দিলে যেন তাক এক পইচাও দিয়া নহয়। ফলত মনুকণে ডক-হকা দিবলৈ আৰম্ভ কৰিলে মাক-ভনীয়েকৰ ওপৰত। খং উঠি নাথাকিলে হৃদয়নাথে মনুক কয় কাম-চামকে এটা বিচাৰিবলৈ, ল ক্লাছটো সেই গধূলিহে, দিনৰ দিনটো একো কাম নাই। কিন্তু কাম বিচৰাৰ পিনে মনুৰ কোনো মন দেখা নগ'ল। দেউতাকে কেইবাদিনো কোৱাৰ পিচত এদিন বিৰক্ত হৈ সি কৈ দিলে যে সি চাকৰিৰ কাৰণে কাকো খাতিৰ কৰিব নোৱাৰে, আৰু তাৰ চাকৰি কৰাৰেইবা কি প্ৰয়োজন? ঘৰখনতো বেছ সুন্দৰভাৱেই চলি আছে, কিবা অভাৱ হৈছে বুলিতো মনে নধৰে। তেনে স্থলত······ইত্যাদি। ঘৰখন কেনেকৈ চলিছে সিতো নাজানে—এই বুলি দেউতাকে বুজাই দিব খুজিছিল যদিও সি সেই কথা শুনিবলৈ তাত বৈ থকা নাছিল। পাচত মাকেহে তাক অলকশৰে বুজাই দিবলৈ চেষ্টা কৰিছিল যে আচলতে অভাৱ হোৱা নাই যদিও আজিকালি ঘৰ চলোৱাত বৰ দিগদাৰি হয়। "দেখিছই নহয় বদমাইচবোৰে পইচা খোৱাহে দেখে", একোখন সংসাৰ যে কি মস্কিলত চলিছে সিহঁতেতো খবৰ নেৰাখে, ভাড়াঘৰটো আছে দেখিহে ললিতাই ইহাত-সিহাত কৰি কাম চলাই দিছে, সিহঁতক জানিবলৈ নিদিয়ে কাৰণেহে, নহ'লেচোন দেখ দেখ কথা, এটা কামিজ বা পেন্ট ল'বলৈকে পঞ্চাশৰ বহুত ওপৰলৈ যাব লাগে। অৱশ্যে ভাড়াঘৰটোৰেই যে কাল হবগৈ সেইটো ললিতাই জনা নাছিল আৰু সেইবাবে সেই কথা পুতেককো কোৱা নাছিল নাইবা পুতেকে উদ্ভাৱিত ভাড়াঘৰৰ বিপদৰ কথা কৈ দিয়া নাছিল।

গাৰ কাপোৰত তিতা হাত দুখন মচি মচি ললিতা খৰপোচকৈ পাকঘৰৰ পৰা ওলাই আহিল। মনুকণে যোৱাৰ আগতে মাকক কৈ গৈছিল মইনাকণ অকলে আছে বুলি। আঢ়ৈ কঠাৰ চৌহদটোৰ প্ৰকাণ্ড ঘৰখন এই কাল সন্ধিয়া নিমাও-মাও। ঘাই ঘৰটোৰ গাতে লগাকৈ ভাড়া ঘৰটো ললিতাৰ বুদ্ধিমতেই সজা হৈছিল। মাজত সামান্য চকোৱা এখন নামমাত্ৰকৈ থাকিলেও দুইটা ঘৰৰ মাজত অহা যোৱা অবাধ। তিনিটা কোঠাৰ স্বয়ংসম্পূৰ্ণ ভাড়া ঘৰটো যোৱা এমাহে খালী পৰি আছে। মইনাৰ ঘটনাটোৰ কাৰণে ভাল ভাল ভাড়াটীয়া পোৱা সত্ত্বেও নানান অজুহাতত কাকো নিদিয়াকৈ পেলাই থৈছে। নানান দুশ্চিন্তাত হৃদয়নাথেও আজিকালি বহু ৰাতিলৈকে বাহিৰতে কটোৱা হৈছে। শূন্য ভাড়াঘৰটোৱে যেন ললিতাক ইতিকিংহে

কৰিছে। কাৰণ টকাৰ কাৰণে ভাড়াত দিয়াৰ প্ৰয়োজন আছে যদিও ঘৰটো পেলাই থব লগা হৈছে। ললিতাই দুৱাৰ ঠেলি ভিতৰ সোমাই মইনাকণৰ ওপৰত হাউলি, "মা মইনাকণ" বুলি মৰমেৰে মাতিলে আৰু মূৰত আলফুলকৈ হাত বুলাই দিলে। মইনাই 'উঁ' বুলি সহাঁৰি দিলে আৰু অলপ হাঁহিলেও, মাকে আন্ধাৰতো হাঁহিটো দেখিলে। তেওঁ আৰু এখন খিৰিকী খুলি দিলে আৰু দুয়োখন খিৰিকীৰে পৰ্দা দাঙি দাঙি দিলে। অলপ বতাহ আহক। অলপ পোহৰো হওক। কিন্তু বৰ বেছি পোহৰ নহ'ল। পথুলি ভালকৈয়ে হৈছিল। ললিতা মইনাকণৰ ওচৰতে বহিলহি। তেওঁ কিবা সুধিবলৈ পোৱাৰ আগতেই মইনাই ক'লে, "দাদাই বিশটকীয়া নোটখন মোৰ লৈ গ'ল মা।" ললিতাই আতঙ্কিত হোৱাৰ দৰে "কেলৈ দিলি" বুলি অলপ চৰা সুৰতে কৈ উঠিছিল; কিন্তু মইনাকণে লগে লগে বুজি দিলে যে তাৰ হাতত এটাও পইচা নাই বুলি যেনেকৈহে খুজিলে যে তাই নিদিয়াকৈ থাকিব নোৱাৰিলে, আৰু সিনো বাৰু হাতত এটাও পইচা নোহোৱাকৈ কেনেকৈ ওলাই যায়? বন্ধু-বান্ধৱৰ ওচৰত কেতিয়াবা লাজ পাব লাগিব। ককায়েকলৈ ভনীয়েকৰ মৰম দেখি মাকৰো পুত্ৰস্নেহ উথলি উঠিল। পতিকে সেই বিষয়ে আৰু একো নক'লে, মাত্ৰ ক'লে যেন দেউতাকক কথাটো নকয়, জানিলে বৰ খং কৰিব।

"মই একেবাৰে উঠিব নেলাগে নেকি মা? মইনাকণে সুধিলে। ললিতাই অলপ কেৰেঙাই কেৰেঙাই ক'লে যে হওঁতে এই কাল সন্ধিয়া অলপ উঠিব লাগিছিল, আৰু অলপ উঠিলেও একো নহয় নিশ্চয়। কিন্তু ডাক্তৰে দুটো দিন কমপ্লিট ৰেষ্টত থাকিবলৈ কৈছে যেতিয়া বিমান পাৰি মানি চলাই ভাল। "উঠ যদি উঠি বহ অলপ।" কিন্তু মইনাকণ নুঠিল, তাই ক'লে যে নুঠিবলৈ কৈছে যেতিয়া তাই বাৰু নুঠে, দুটা দিন কষ্টে-মষ্টে থাকিব পাৰিব। ললিতাই উঠি গৈ নীলা বাল্বটো জ্বলাই দিলে আৰু খোলা খিৰিকী দুখন বন্ধ কৰি দি আহিল! আন্ধাৰ ভালকৈয়ে হৈছে, জাৰো পৰিছে। তেওঁ পাক-ঘৰৰ কাম প্ৰায় শেষ কৰিয়ে আহিছে। হৃদয়নাথ অলপ সোনকালে উভতি আহিলে একাপ চাহ দিব লাগিব, নহলে একেবাৰে ভাত। মনুকণৰ ভাততো তাৰ বুমতেই প্ৰতি নিশা সাজি ঢাকি থ'ব লাগে। ললিতা আকৌ জীয়েকৰ ওচৰত বহিলহি আৰু তাইৰ মূৰত হাত ফুৰাই ফুৰাই সুধিলে কিবা বিছনাৰ পাইছে নেকি? তাই ক'লে যে একো বিছনাৰ পোৱা

নাই, মাত্ৰ অনবৰত শুই থাকিবলগীয়া হোৱাত আমনি লাগিছে, আৰু গাটো কিবা ভাগৰ লাগি থকা যেন লাগিছে, আৰু কোঁতয়াবা মুৰটো বিষায়। ললিতাই তাইৰ কপালত হাত দুখন থৈ দীঘলকৈ নিশ্বাস এটা কাঢ়িলে। তেওঁৰ চকু-মুখত চিন্তাৰ চিন ফুটি উঠিল। হঠাৎ বেতিয়া মইনাকণে সুধিলে "কেচুৱা হ'লে এনেকুৱা কষ্টই হয় নেকি মা ?" তেতিয়া ললিতা প্ৰায় উচপ খাইয়ে উঠিল। মুহূৰ্ত্তে তেওঁৰ মনলৈ কেউটা ল'ৰা-ছোৱালী হোৱাৰ কথাবোৰ আহি গ'ল আৰু লগে লগে অনুভৱ কৰিলে যে এই সৰু ছোৱালীজনীয়ে মাতৃ নোহোৱাকৈয়ে হৈ পোৱা যন্ত্ৰণাৰ কথাকে সুধিছে। জীয়েকক দিব পৰা একো উত্তৰ তেওঁৰ নাছিল। কিন্তু কিবা উত্তৰ নিদিলেও নহয় কাৰণে প্ৰাচীন প্ৰবচনৰ শাৰী এটাকে কৈ থলে, "কি কৰিবি মা, আমাৰ তিৰোতা মানুহৰ ভাগ্যত এইবোৰ ভুগিব লগীয়া আছেই। ছোৱালী হৈ জন্ম ল'লে এদিন বিয়া হৈ মাক হ'ব লাগে। ঈশ্বৰৰ অভিশাপেই আছে হবলা। আমি ইয়াৰ হাত সাৰিব নোৱাৰোঁ।" আনফালে চাই কথাখিনি কোৱা ললিতাই ইয়াৰ পাচতে ঘূৰি মইনাকণলৈ চালে। তাইৰ চকুমুখত তেজ আহি পৰা যেন দেখা গ'ল। হয়তো লাজ পাইছে। একো ভাবি চিন্তি নকলেও কথাখিনিয়ে জীয়েকৰ জীৱনত সহায় কৰিব যেন লাগি বোৱাত ললিতাই আৰু এটা বাক্য যোগ দি দিলে, "সেই কাৰণেই ছোৱালীয়ে যিমান পাৰে পলমকৈ বিয়া সোমাব লাগে"

তাৰ মানে তুমি হাইস্কুলত পঢ়ি থাকোঁতেই এইবিলাক কৰিব নালাগিছিল, যিহৰ কাৰণে ডাক্তৰৰ গোপন সহায় লৈ তোমাক আমি উদ্ধাৰ কৰিব লগীয়া হ'ল আৰু তুমি এতিয়া সকলোৰে পৰা লুকাই থাকিব লগীয়া হৈছে। মাকৰ কথাৰ এইটোকে অৰ্থ কৰি মইনাকণে মুখখন ওফোন্দাই উত্তৰ দিলে, "পলমকৈ কিয় মই বিয়া সোমোৱাৰ কথাই নাভাবো মা ।"

ললিতাই আৰু কথা নবঢ়াই দীঘলকৈ নিশ্বাস পেলাই মনে মনে থাকিল। ছোৱালীয়ে আৰু কি কৈ পেলায়গৈ ঠিক নাই। কিন্তু ছোৱালীক উচটোৱাৰ বা উৎসাহ দিয়াৰ আজি প্ৰয়োজনেই নহ'ল। তাই একেই উত্তাৰ সুৰত ক'লে, "তোমালোকৰ এই ভাড়াঘৰটো ভাঙি পেলোৱা। ন'হলে দেউতায়ো ঘোচ খাবলৈ নেৰে, দাদাকো ভাল কৰিব নোৱাৰা।"

ললিতাই তীক্ষ্ণ দৃষ্টিৰে মইনাকণলৈ চালে। "তাৰ মানে ? তই কি ক'ব খুজিছ ?" কিন্তু মইনাকণে একো উত্তৰ নিদিলে। মাকৰ উপৰিত খং কৰি

গাৰুটোৰ ওপৰতে মুখ ঘূৰাই ল'লে। তাইৰ কথাৰ অৰ্থ ললিতাই সঁচাই বুজিব পৰা নাছিল। এনে সাংঘাতিক কথা কিছুমান কৈ দিয়া কাৰণে তেওঁৰ খঙো উঠিছিল। কিন্তু কিবা প্ৰশ্ন কৰিব পৰাৰ আগতেই ঘৰলৈ ঘূৰি অহা হৃদয়নাথৰ জোতাৰ শব্দ শুনিবলৈ পোৱা গ'ল। গল-খেকাৰি মাৰি, হয় নে হেৰা, মা অ' আদি নিত্যনৈমিত্তিক শব্দবোৰ উচ্চাৰণ কৰি কৰি হৃদয়নাথ বাহিৰৰ কোঠাটোৰেদি আহি প্ৰথমে ভিতৰ বাৰাণ্ডা আৰু তাৰ পৰা একেবাৰে কোঠাটোত সোমালহি। ললিতাই তেওঁক এই পৰত হৃষ্টচিত্তে ৰাখিবলৈ নিজেকে সংযত কৰি ল'লে আৰু মুখত যিমানলৈকে পাৰি হাঁহি বিৰিঙাই ৰাখিলে। হৃষ্ট-পুষ্ট, ওখ-পাখ বগা কামিজ আৰু ধুতি পিন্ধা হৃদয়নাথে ইকাণৰ পৰা সিকাণলৈ হাঁহি এটা ফুটাই জীয়েকৰ মূৰৰ ওপৰেদি হাউলি সুধিলে, "মা-জনী! অলপ ভাল পাইছানে? তোমাক কিবা লাগিব বুলিয়েই মই সোনকালে গুচি আহিলোঁ। লাগিলে আকৌ যাম।" মইনাকণৰ মুখত আকৌ হাঁহি বিৰিঙি উঠিল। মাক-দেউতাকৰ স্নেহৰ কোমল স্পৰ্শ তাই সদায়েই উপভোগ কৰি আহিছে। কেতিয়াবা অভিমান হ'লেও সেই স্পৰ্শই তাক সদায়েই দূৰ কৰি আহিছে। দেউতাকৰ ক্ষেত্ৰত এইটো বেছি সত্য। ললিতাৰ লগত জীয়েকৰ কেতিয়াবা খট-বাম্ধ লাগিলেও হৃদয়নাথৰ লগত কেতিয়াও নালাগে। এক প্ৰকাৰ তাই দেউতাকৰ স্নেহতে নষ্ট হৈছে বুলিব লাগে।

ললিতা চকিখনৰ পৰা উঠিব খুজিছিল, কিন্তু গিৰীয়েকক জীয়েকৰ লগত হাউলি কথা পাতি থকা কাৰণে বাটটো বন্ধ হৈ আছিল। কথাটো জানিব পাৰি হৃদয়নাথে ক'লে, "ৰ'বা, মই চোলাটো খুলি বাথৰুমৰ পৰা আহোঁ। তুমি ক্ষন্তেক মাজনীৰ লগত বহা।" আকাৰে ইঙ্গিতে মইনাৰ পৰা বিদায় লৈ হৃদয়নাথ আঁতৰি এদাঁতিৰ আলনা ডালৰ ওচৰলৈ গ'ল আৰু কামিজটো খুলি ঘোৰখোৱা খুটা দুডালত ওলোমাই থৈ তলখাপত থকা হাৱাই এযোৰ হাতেৰে আনি তাৰ ঠাইত দগধা পাম্পচুযোৰ থৈ বাহিৰ ওলাই গ'ল। পাঁচ মিনিটৰ ভিতৰতে তেওঁ বাথৰুমৰ পৰা ধুতিখনৰ আগদুটা কৰ্কালত খুচি লৈ ঘূৰি আহিল। এইখিনি সময় নীৰৱেই বহি থকা ললিতাই গিৰীয়েকলৈ বহি থকা চকিখন এৰি দি চাহ কৰি আনিবৰ মনেৰে নীৰৱেই পাকঘৰলৈ গুচি গ'ল। হৃদয়নাথে হাঁহি মইনাকণৰ ওচৰতে বহিলহি। তাই এইভিয়া সম্পূৰ্ণ সহজ হৈ উঠিছে।

পাকঘৰটো ললিতাই আগতেও এৰিব পৰা নাছিল আৰু এতিয়াও এৰা নাই। নিজৰ বংশ-পৰিয়াল ডাঙৰ, সম্ভ্ৰান্ত আৰু কোনো কোনো ঘৰ এতিয়াও ধনী যদিও, নিজৰ ঘৰখন অৱস্থাহীন হৈ পৰাত হৃদয়নাথৰ লগত ললিতাৰ বিয়া হওঁতে তেওঁ ঘৰ ধৰিবৰ সমস্ত প্ৰশিক্ষণকে ঘৰৰ পৰা লৈ আহিব পাৰিছিল। আটোমটোকাৰী সংসাৰ এখন গঢ়ি তুলিবলৈ তেওঁৰ বিশেষ একো কষ্ট নহ'ল। কিন্তু বংশ-পৰিয়ালৰ মান-মৰ্যাদাৰ পুৰণা স্মৃতিয়ে তেওঁক সদায়েই উদ্‌গতিৰ কাৰণে উৎসাহ দি আহিছে। সেইকাৰণে তেওঁ সৰল স্বভাৱৰ হৃদয়নাথক প্ৰভাৱান্বিত কৰি কৰি ঘৰৰ শ্ৰীচেহেৰা চকুত লগাকৈ সলাই পেলাব ধৰিলে। নহ'লে এনেয়ে হৃদয়নাথ অলপতে সন্তুষ্ট হোৱা বিধৰ লোক আছিল আৰু পাপলৈ বৰ ভয় কৰিছিল। ললিতাৰ এতিয়াও মনত পৰে, কিন্তু গিৰীয়েকক জানিবলৈ কোনোদিনেই দিয়া নাই, যে হৃদয়নাথে স্ত্ৰীৰ ওচৰত ভালেখিনি সংকোচ কৰি চলিছিল। পিচলৈ লাহে লাগে সহজ হৈ আহিল যদিও, সেই প্ৰথমৰ অভ্যাস একপ্ৰকাৰ বৈয়েই গ'ল। ই যেন এক অলিখিত বিধি হৈ ৰ'ল। ললিতা আছিল চালাক ছোৱালী। হৃদয়নাথৰ মনোবৃত্তিৰ লগত খাপ খুৱাই দেখাত "আমাৰ এয়ে ভাল" "ঈশ্বৰে যি দিছে সেয়ে যথেষ্ট" এনে ধৰণৰ উক্তি প্ৰয়োগ কৰিছিল যদিও, সময় আৰু সুবিধা বুজি "আমাৰো এনেকুৱা হ'লে ভাল হয়", "অহাবাৰ পইচা পালে অমুকটো কিনিম বুলি ভাবিছোঁ", এই ধৰণৰ ইচ্ছাও প্ৰকট কৰি গৈছিল। প্ৰীতিৰ সময়লৈকে এইটো ব্যৱস্থা বৰকৈ পক ধৰা নাছিল। কিন্তু মনুকণ আৰু মইনাকণ হবৰে পৰা সামান্য উপাৰ্জনে নুকুলোৱা হ'ল বাবে হৃদয়নাথে যেনেকৈ দুইপইচা বেছিকৈ অৰ্জাৰ কাৰণে চিন্তা কৰিবলৈ বাধ্য হ'ল তেনেকৈ ললিতাৰ উপদেশ পৰামৰ্শও পকি আহিবলৈ ধৰিলে। সেইবাবেই বৰ জীয়ৰী প্ৰীতিয়ে বৰ বেছি প্ৰাচুৰ্য্যও নাপালে, আব্দাৰ কৰাৰ সুবিধাও নাপালে। তদুপৰি ভাইৰ বিয়াও হৈছিল কম বয়সতে। কিন্তু মনুকণ আৰু মইনাকণে মনত পৰাৰে পৰা বিলাস আৰু প্ৰাচুৰ্য্যক উপভোগ কৰি আহিছে, আৰু দেউতাকৰ চাকৰিটোৰ যে বৰ বেছি দাম নাই, সেইটোও নুবুজাকৈ থকা নাই। সিহঁতৰ দিনতে ভাড়াঘৰটো হৈ উঠিছে, মাত্ৰ আঠহাজাৰ টকাৰ ঋণেৰে যে সেইটো হোৱা নাই, সেইটো সিহঁতে মাক-দেউতাকৰ কথা-বতৰাৰ পৰা প্ৰকাৰান্তৰে বুজি আহিছে। কিন্তু মাজতে হৃদয়নাথ অফিচৰ কিবা হিচাপৰ গোলমালত চাচপেণ্ড হৈ পৰাত আৰু ভাড়াঘৰটোও ইমানদিনে থকাৰৰ বুলি

চলাই অহাৰ পাচত কোনোবা হিংসাকুৰীয়া লগৰীয়াৰ কথামতে মিউনিচিপেলিটিয়ে হঠাৎ নতুনকৈ এচেছ কৰাত ভাড়াঘৰেৰে এটা জোকমৰ খাব লগা হ'ল। মনু আৰু মইনাই অৱশ্যে বিশেষ একো বস্তুৰে অভাৱবোধ নকৰিলে। মাক-দেউতাকে সিহঁতক অভাৱ বোধ কৰিবলৈ কেতিয়াও নিদিলে। তেওঁলোকে গোটেইটো ধমুহা নিজেই মুৰ পাতি ল'লে। মাজৰ ছোৱাত যি চাকৰ-বাকৰ ৰাখিছিল সকলোকে বিদায় দি ললিতাই আকৌ নিজেই ঘৰ চম্ভালিবলৈ ল'লে। সেই ব্যৱস্থাই এতিয়ালৈকে চলি আছে। সেই ব্যৱস্থা চলি থকাটো এতিয়া বিশেষকৈ ভাল হৈছে বুলি ধাৰণা হৈছে, কাৰণ ভাড়াঘৰটো খালীয়েই, তাৰপৰা আৰ্জন নাই, তদুপৰি চাকৰ-বাকৰ থকা হ'লে মইনাকণৰ কেলেঙ্কাৰীটো ওলাই পৰাৰ আশঙ্কা আছিল।

কিন্তু মইনাকণে আজি হঠাৎ ইমান টান কথা শুনালে কিয়? গেছৰ জুইৰ ওপৰত চোঁ চোঁ কৰিব ধৰা কেটলীৰ পানীৰ উতল অহালৈ অপেক্ষা কৰি থাকোঁতে এই প্ৰশ্নৰ উত্তৰ কোনোমতেই বিচাৰি নেপালে। অন্ততঃ মইনাকণে ইমান ডাঙৰ অভিযোগ এটা তুলিব নেলাগিছিল। মনুকণৰ কথাটো বেলেগ। সি গুৰু গোসাঁই নামানে। কাম কাজ নকৰে বাৰু নাই, কিন্তু মদতো ধৰিলেগৈ যেতিয়া তেনেই গুচিল বুলিবই লাগিব। হৃদয়নাথৰ খং দেখি কেতিয়াবা ল'বাক ললিতাই বুজাবলৈ চেষ্টা কৰিলে সি ওলোটাই প্ৰশ্নহে কৰে। সি কয়ঃ কাম কৰিব লাগে? নকৰাকৈ যদি সিহঁতৰ ইমানটো সম্পত্তি হ'ব পাৰে, দৰমহাৰ পইচা নলগোৱাকৈ যদি সিহঁতৰ ইমানটো ঘৰ হ'ব পাৰে, দৰমহাৰ পইচা নল-গোৱাকৈ যদি সুখ ভোগ কৰিবলৈ সকলো পাব পাৰে, তেন্তে সি কি যুক্তিত কাম কৰিবলৈ যাব? আন এটা নিবনুৱা মানুহৰ ভাত মাৰিবলৈ? সেইটো ল'ৰাই যদি মইনাকণৰ কথাখিনি আজি মাকক ক'লেহেঁতেন তেন্তে হয়তো ইমান চিন্তা কৰিব লগীয়া নহ'লহেঁতেন। ভাড়াঘৰটো কিয় ভাঙি পেলাব লাগে? তাতেই তাইৰ সৰ্বনাশ হ'ব ধৰিছিল? কিন্তু তাৰ·দ্বাৰা হৃদয়-নাথৰ ভেটিখোৱা বন্ধ হোৱা আৰু মনুকণ ভাল হৈ অহাটো কেনেকৈ সম্ভৱ হ'ব পাৰে?

শুদা চাহ একাপ বাকি ললিতাই গিৰীয়েকক দিবলৈ গ'ল। দেখিলে চকিৰ হাতোৰাত কিলাকুটি থৈ দুহাতৰ আঙুলিৰে চকু দুটা জপাই হৃদয়নাথ গভীৰ চিন্তাত নিমগ্ন হৈ আছে। নিস্তেজ নীলা পোহৰৰ তলত প্ৰকৃততকৈও বেছি পেঁতা পৰা যেন লগা মইনায়ো চকু মুদি পৰি আছে। লাহেকৈ 'চাহ'

বুলি ললিতাই মাত দিয়াত হৃদয়নাথ উচাপ খাই উঠিল। ললিতাই চাহ কাপ তুলি দি ফুচ-ফুচাই সুধিলে, মইনাকণকো কিবা অলপ খাবলৈ দিব নেকি? কিন্তু হৃদয়নাথে ক'লে যে তাইৰ তন্দ্ৰাভাব আহিছে এতিয়া জগাব নালাগে। নিজে একাপ খাই ল'বৰ মনেৰে ললিতা পাকঘৰ পালেগৈ। ভাত খাবলৈ এতিয়াও ভালেখিনি সময় আছে। গিৰীয়েকে আকৌ আজিকালি বৰ পলমকৈ ভাত খোৱা হৈছে। ঘূৰিও ফুৰে ৰাতিলৈ আৰু ঘৰলৈ অহা সোনকাল হ'লেও "ভোক লগাই নাই, খাম বাৰু লাহে ধীৰে" এইবিলাক কয়। মানুহটোৰ কিবা এটা হৈছে। বৰ বেছি চিন্তা কৰি থকা হৈছে।

ভাড়াটীয়াৰ লগত আৰু অলপ সাৱধান হ'ব লাগিছিল হয়। ইমান হলি-গলি কাৰো লগতেই ভাল নহয়। কিন্তু কোনেনো জানিছিল যে ইমান ডাঙৰ ঘটনা এটা হবগৈ বুলি। তাতে অসমীয়া মানুহ। হলি-গলি পাঞ্জাৱী ঘৰৰ লগতহে বেছি হৈছিল। একেবাৰে একেখন ঘৰৰ দৰেই হৈ পৰিছিল। চৰ্দাৰজী আৰু চৰ্দাৰণী, তেওঁলোকৰ ল'ৰা-ছোৱালী কেইটাই কি মনুকণ, কি মইনাকণ কাকো খন্তেক নেদেখাকৈ থাকিব নোৱাৰিছিল। মানুহে মানু, মইনাহে মইনা। মইনাকণেও আণ্টি আৰু আঙ্কোলক কম ভাল নাপাইছিল। তেওঁলোকে তাইক বলেকে তলেকে ফুৰাবলৈ গাড়ীৰে লৈ যায়। কেতিয়াবা কাপোৰ কানিও কিনি দিয়ে, আপত্তি কৰিলে উৰুৱাই দিয়ে। কাপোৰৰ উপহাৰটো পিচলৈ এনেকুৱা নিয়মীয়া হৈ পৰিছিল যে আনকি ললিতাইও মাজে মাজে শাৰী এখন গ্ৰহণ কৰাটো একো ভাবিবলগীয়া কথা হৈ থকা নাছিল। মইনাকণে তেতিয়াই নানান নতুন নতুন পোছাকবিলাক পিন্ধিবলৈ শিকিলে। আঙ্কোল-আণ্টিৰ বহুত কাপোৰ দিল্লীৰ পৰা পোনে পোনে আহিছিল। এইদৰে কাপোৰ পাই থকাত যে হৃদয়নাথ আৰু ললিতাই মনে মনে সকাহ পাইছিল সেইটো নক'লেও হ'ব। কাৰণ ঘৰখনৰ অন্যান্য খৰচ দিনে দিনে বাঢ়ি অহাৰ লগে লগে টেক্স বাঢ়ি অহা, মাহে মাহে ঋণৰ আদায় দিয়া আদিৰ বাবে তেওঁলোকে সময়ত হাত ধৰিও চলিব লগা হৈছিল। অৱশ্যে সেইটো কাকো জানিবলৈ নিদিছিল।

চাহকাপ বাকি লৈ মাত্ৰ এসোহা মাৰিয়ে কাপটো নমাই থৈ ললিতাই নিজৰ মনতে স্বীকাৰ কৰিলে যে এই অভ্যাসটো তাৰ পিচলৈকো চলি থাকিব দিব নালাগিছিল। পাঞ্জাৱী পৰিয়ালটো গুছি যোৱাৰ পাচত এটা দক্ষিণ ভাৰতীয় পৰিয়াল আহিল, গিৰীয়েক-ঘৈণীয়েক আৰু গিৰীয়েকৰ ডেকা ভায়েক।

নিঃসন্তান স্বামী স্ত্ৰী হালে মইনাকণক বৰ মৰম কৰিছিল, হিন্দীৰেই কথা পাতি পাতি ললিতাক মোচা আৰু ইদলী কৰিবলৈ শিকাইছিল। বিহুৰ সময়ত হৃদয়নাথে তিনিওকে তিনিখন ভাল ফুলাম গামোচা দি জা-জলপানো খুওৱাত ললিতাই কিছুদিন পাচতে এখন কাঞ্জিভৰম শাড়ী আৰু মইনাকণে স্থানীয় বজাৰৰ হৰেক ৰকমৰ কাপোৰ কানি পাইছিল, বিশেষকৈ ডেকা ভায়েক জনে বিশেষ উৎসাহেৰেই তাইক বজাৰলৈ লৈ গৈ কাপোৰ কিনি দিয়া দেখি স্কুলত লগৰ ছোৱালীয়ে জোকাই একলেখীয়া কৰি পেলাইছিল। সিমানলৈকে কোনো ভয়ৰ কাৰণ ওলোৱা নাছিল। কাৰণ মনত যিয়েই নাথাকক এই ডেকা-জনে এদিনলৈকে অসৎ আচৰণ মইনাকণৰ প্ৰতি দেখুওৱা নাছিল। তথাপি সিমানতে ক্ষান্ত হোৱা হ'লে নিশ্চয় ভাল আছিল। কিয়নো তাৰ পাচত হৃদয়নাথে দুজন অসমীয়া ডেকাক এদিন ভাড়াটীয়া কৰি লৈ আহিল। দুই জনেই ইঞ্জিনীয়াৰ, এজনে চাকৰি কৰে, ইজনে ঠিকা কৰে। হৃদয়নাথে অফিচতে তেওঁলোকক আৱিষ্কাৰ কৰি কিবা কামত অকল সহায় কৰি দিয়াই নহয় দক্ষিণ ভাৰতীয় পৰিয়ালটো গুচি যাবলৈ ওলোৱাত তেওঁলোকক ঘৰটো দিয়েই মাতি লৈ আহিল। ডেকা ডঙ্গুৰা মানুহ দেখি ললিতাই প্ৰথমতে অলপ থেৰো-গেৰো কৰিছিল। কিন্তু হৃদয়নাথে উত্তৰাই দি ক'লে, "থোৱাহে এওঁলোক আমাৰে অসমীয়া ল'ৰা, ককাই ভাইৰ দৰে। সেইবোৰ কথা বিদেশী মানুহৰ ক্ষেত্ৰতহে ভাবিব লাগে।" ইঞ্জিনীয়াৰ দুজনেও "বৌ আমি ঘৰবাৰী, আইবোপাই এৰি আপোনাৰেই আশ্ৰয় লৈছোঁহি" বুলি নানান চলাহী কথাৰে লেনচেলাই ললিতাক তেনেই মুহি পেলালে। কেতিয়াবা এসপ্তাহ মানৰ শাক-পাচলি আৰু গোটা ৰৌমাছ এটা জীপত তুলি আনি দি ক'ব, "বৌ আজি আমিও আপোনালোকৰ লগতে খাম।" তেওঁলোকৰ আদৰ-সাদৰ, ৰং লগা কথা-বতৰা আদিত ললিতাই এটা নতুন আমোদ পালে যিটো পাঞ্জাবী, মাদ্ৰাজী খাদ্য খোৱা আৰু ঘূৰিব নোখোজা জিভাৰে হিন্দী কোৱাত পোৱা নাযায়। শেষত জীপেৰে পিকনিক খাবলৈ যোৱা আৰু চিনেমা চাবলৈ যোৱাটোও সহজ নৈমিত্তিক হৈ আহিবলৈ ধৰিলে। কাপোৰৰ বজাৰ কৰিবলৈ জীপখন খুজি-লেতো সৰহভাগ পইচা ডেকা দুজনেই খৰচ কৰে। ললিতাই জানে- মইনাকণে কেতিয়াবা টকাও খুজি নি স্কুললৈ যাওঁতে খৰচ কৰিছিল। তেওঁ পাচত গম পাইছিল যে হৃদয়নাথে কিবা এটা দৰকাৰত তেওঁলোকৰ পৰা ভালেখিনি টকা লৈ থোৱা কাৰণেহে আচলতে ঘৰটোৰ লোভ তেওঁলোকক দেখুৱাব লগা হৈছিল।

চেঁচা হৈ অহা শেষৰ চাহকণ খাই কাপটো শেষবাৰলৈ নমাই থওঁতে ললিতাৰ মনলৈ আহিল যে আচৰিত ধৰণে এই সকলোবোৰৰ পৰা মনুকণ একপ্ৰকাৰ আঁতৰি আছিল। পাঞ্জাবী, মাদ্ৰাজী, অসমীয়া বি কোনো ভাড়াটীয়াৰে নহওক, মৰম-চেনেহ সি অভদ্ৰতা কৰি প্ৰত্যাখান কৰা নাছিল। দুই-এটা সৰু-সুৰা উপহাৰো সি গ্ৰহণ নকৰাকৈ থকা নাছিল। কিন্তু কোনো ভাড়াটীয়াৰ লগতে মনুকণে হিয়া উবুৰিয়াই দি হলি-গলি কৰা নাছিল। কঁপি উঠা বুকুৰে ললিতাই মনত পেলালে যে মনুকণে প্ৰত্যেকযোৰা ভাড়াটীয়াকে বেয়া মানুহ বুলি গণ্য কৰি আহিছে। ল'ৰাটোৰ কাণ্ডবোৰ ঘৰখনৰ কাৰো লগত কেতিয়াও নিমিলে। যি অবাটে গৈছে, মদত ধৰিছে, সেই কাৰণে দেউতাকে তাক মৰিয়াইছে আৰু সিও মাৰ খাই উভতি ধৰি দেউতাকক গালি পাৰিছে। তথাপি যেন সিহে শুদ্ধ, বাকী সকলোৰে ভুল হৈ আহিছে ; মইনাকণৰ আজিৰ অৱস্থা আৰু তাইৰ আচৰিত ধৰণৰ অভিযোগটোৱে ললিতাক তাকেই উপলব্ধি কৰাব খুজিলে। ফ্ৰক পিন্ধি থকা সৰু ছোৱালী হ'লেও মইনাকণ উঠন বয়সৰ। তাইৰ অনিষ্টৰ সকলো চিন মাকে যেতিয়া দেখিবলৈ পালে, তেতিয়া সেই ডেকা দুজনে নানান অজুহাতত ভাড়াঘৰটো এৰি গুচি গ'ল। হৃদয়নাথ বা ললিতাই বাধা দিব নোৱাৰিলে, হৈ-চৈ নলগালে, পুলিচত খবৰ নিদিলে।

পাকঘৰৰ পৰা ওলাই আহিব খুজি ললিতাই লাইট নুমাবলৈ চুইচত হাত দিওঁতে দেখিবলৈ পালে খোজৰ কোনো শব্দ নকৰাকৈ চিকাৰী বাঘৰ দৰে আহি হৃদয়নাথ দুৱাৰমুখ পাইছেহি। তেওঁৰ চকুৱে-মুখে চিন্তাৰ চাপ। অলপতে বিত্তত হৈ পৰা এই মানুহটোক ললিতাই খুব ভালদৰে জানে। বহুত বুদ্ধি-কৌশল খটুৱাই তেওঁ এই মানুহটো চলাই আনিছে ; কিন্তু এই সবল মানুহটোক তেওঁ ভয়ো কৰে অসম্ভৱ। দুয়ো দুয়োলৈকে চাই একেথৰে থিয় হৈ ৰ'ল। হৃদয়নাথে গম্ভীৰভাৱে সুধিলে, "ভাড়াঘৰটো ভঙাই পেলাওঁ নেকি ?"

ললিতাই চকু নমাই ল'লে। তেনেহ'লে তাই দেউতাককো অভিযোগটোৰ কথা কৈছে ? কিন্তু তেওঁ নুবুজাৰ ভাও ধৰি ওলোটাই প্ৰশ্ন কৰিলে, "ভাড়াঘৰটোৰ কি জগৰ লাগিল ? সেইটো ভাঙি পেলালেই হোৱাটো নোহোৱা হৈ যাবনে ?"

হৃদয়নাথে সুধিলে, "ভাড়াঘৰটো নোহোৱা হ'লে আমাৰ মহ'ল-

হে'তেননে ? আমি যদি ল'ৰা-ছোৱালীক হেৰুৱালোঁ তেনেহ'লে ঘৰটো বা ভাড়াঘৰটো কেলৈ ? মই যদি কওঁ—এই ভাড়াঘৰটোৰ কাৰণেই আমি আজি ল'ৰা-ছোৱালীক হেৰুৱাবলৈ ওলাইছোঁ, তেন্তে কি কৰিব লাগিব তুমিয়ে কোৱাচোন।"

ললিতাই জানে এইটো প্ৰশ্ন হৃদয়নাথৰ নিজৰ নহয়। তথাপি এইটো এটা ডাঙৰ প্ৰশ্ন। তাতকৈও ডাঙৰ কথা এয়ে যে ইয়াৰ উত্তৰ ললিতায়ো দিব নোৱাৰে। জীয়েকৰ অভিযোগ উঠাৰ ক্ষণ ধৰি তেওঁ ইয়াৰে এটা উত্তৰ উলিয়াবৰ কাৰণে আপ্ৰাণ চেষ্টা কৰি আছে। কিন্তু পৰা নাই। তেওঁ চুইচটো অফ্ কৰি দি গিৰীয়েকক পাচফাললৈ ঠেলি ঠেলি ক'লে, "বাৰু ব'লক, সেইবোৰ লাহে লাহে চিন্তা কৰা যাব। তাইক অকলশৰে এৰি থৈ অহাটো ঠিক হোৱা নাই।"

## আমাৰ চাৰ

আমাৰ পদেশ্বৰৰ ডাঙৰ ছোৱালী মিনুৰ বিয়া। তালৈ গধূলিপৰত আমাৰ চাৰ অহাটো একো আচৰিত কথা নহয়। কিন্তু বৰ ডাঙৰ কথা।

আমাৰ চাৰ পদেশ্বৰৰ নিচিনা আমাৰ চামৰ উপৰি আগৰ-পিচৰ বহুতৰে শিক্ষক বাবে তেখেত সাৰ্বজনীন চাৰ হৈ উঠিছে। তেখেতে এতিয়া অৱসৰ লৈছে। কিন্তু সেই ডেকা দিনৰ মানসিক সবলতা তেখেতে এতিয়াও হেৰুওৱা নাই। আওপুৰণি চাইকেলখন লৈ এতিয়াও চহৰখনত ঘূৰি ফুৰে। আমি নিজৰ ভিতৰত তেখেতৰ ধৰণীধৰ বৰুৱা নামটো ব্যৱহাৰ নকৰোঁৱেই। আমাৰ চাৰ বুলিলেই আমি বুজোঁ।

পদেশ্বৰৰ ঘৰৰ সমুখত পতা ৰভাতলিত আমাৰ চাৰ যেতিয়া উপস্থিত হ'লহি তেতিয়া আমি কেউটাই উঠি যোৱাদি গৈ তেখেতক আগবঢ়াই আনি-লোঁগৈ। মই চাইকেলখন ধৰি একাষে থ'লোঁ। হেমন্তই হাত দুখন মোহাৰি মোহাৰি বহা ঠাইলৈ আগবঢ়াই নিলে। নগেনে লৰ মাৰি গৈ ডাঙৰ কাঠৰ চকি এখন হাতেৰে মোহাৰি মোহাৰি চিঞৰিলে, "আহক চাৰ, ইয়ালৈ চাৰ!" চাৰেও আমাৰ সম্ভাষণ অকাতৰে গ্ৰহণ কৰাৰ দৰে "ৰ-ৰ বৰ বেছি গোলমাল নকৰিবি" বুলি কৈ কৈ গৈ নগেনে নিৰ্দিষ্ট কৰি দিয়া চকিখনত গাটো পেলাই দিলে।

টেঙৰ হাজৰাই ক'ৰবাৰ পৰা বিচনী এখন বিচাৰি আনি পাচ ফালৰ পৰা চাৰক বিচিবলৈ ধৰিলে। চাৰে তালৈ উভতি চাই ক'লে, "অ' তই মনোৰঞ্জন। ভালেই কৰিছ দে, বৰ গৰম লাগি আহিছে। এই ফেনখন চলা নাই কিয়?"

আমি জনালোঁ যে কাৰেণ্ট দিয়া নাই। হাজৰাই প্ৰশংসাটো পোৱা কাৰণে আমি অলপ ক্ষোভেৰে তাৰ ফালে চালোঁ। আমাৰ মনৰ অৱস্থা বুজিব পাৰি সি মিচিক কৰে হাঁহি ক'লে, "চাঞটো ল'লোঁ, বেয়া নেপাবি।" ভাবি-চিন্তি বুদ্ধি থটাই চলি অহা বাবে মনোৰঞ্জন হাজৰাক আমি ঈৰ্ষাৰ চকুৰে চাই প্ৰায়েই "নোমটেঙৰ বঙালী" বুলি জাতিত ধৰি গালি পাৰিছিলোঁ। কিন্তু তাকো মৰমতেহে: আমাৰ ফাইলটো এদিনলৈকে এৰা-এৰি হোৱা নাছিল।

চাৰক বেৰি-কুৰি আমি নানান প্ৰশ্ন কৰিবলৈ ধৰিলোঁ। চাৰেও

আমাৰ সকলোৰে খা-খবৰ ল'বলৈ ধৰিলে। কোৱা বাহুল্য আমাৰ প্ৰশ্নবোৰ প্ৰায়েই চাৰক জোকাবৰ কাৰণে কৰা। আমি যেন এতিয়াও সেই তাহানিৰ স্কুলীয়া দুষ্ট ল'ৰাকিটাই হৈ আছোঁ। তেতিয়াও চাৰক দিগদাৰ কৰিছিলোঁ, এতিয়াও খেজেলিয়াবলৈ এৰা নাই। চাৰেও তেতিয়াৰ দৰেই দাবি-ধমক দি আমাৰ কথাৰ উত্তৰ দিলে, যেন এতিয়াও আমি তেখেতৰ ভয়ত থৰহৰি কম্পমান দুষ্ট ল'ৰা কিটাই হৈ আছোঁ। অৱশ্যে এতিয়া ভয় নকৰিলেও আমি ভয় কৰাৰ অভিনয় কৰিছোঁ। মজা সেইখিনিতে।

যেনে আমি ক'লোঁ, "চাৰে আৰু এই বয়সত চাইকেলত উঠি নুফুৰাই ভাল।"

"কিয় নুঠিম অ'! কিয় নুঠিম ?"

এনে জোৰত চাৰ গৰজি উঠিল যে আমি আধা-আধি ভয়তে চিটিকি উফৰি পৰিলোঁ। হাজৰাই কোনোমতে খোপনি পুতি জোৰে জোৰে বিচনী মাৰি, কিন্তু মুখত দুষ্টামিৰ হাঁহি লৈ, ক'লে, "নহয় চাৰ, আজি-কালি গাড়ী-মটৰ বেছি হৈছে। চাইকেল চলোৱা টান হৈ পৰিছে। কেনেবাকৈ পৰি গ'লেও এই বয়সত আপুনি বৰ কষ্ট পাব।

চাৰে সমান উষ্মাৰে সমিধান দিলে, "৭৫ বছৰ হ'লহি, শিকোঁতে পৰাৰ বাহিৰে এদিনো চাইকেলৰপৰা পৰা নাই, এতিয়া কিয় পৰিম ? হোঃ তহঁতে ক'লেই হ'ল ! আৰু মটৰে চেপিলে তহঁতে খৰখেদাকৈ শ্মশানলৈ লৈ যাবি, ঘৰত খবৰ নিদিবি।"

আমি কেউটাই প্ৰতিবাদ কৰি উঠিলোঁ, "ছিঃ চাৰ, কিয় তেনেকৈ কয় ? আপোনাক কোনখন মটৰে চেপে আমি চাম নহয়।

এসময়ৰ পালোৱান হেমন্তই বুকু ফিন্দাই ক'লে, "তাৰ মটৰ গুড়ো কৰি দিম চাৰ।" 'তাৰ' মানে চাৰৰ অজাতশত্ৰু মটৰ চালকৰ।

চাৰে হো-হো কৰে হাঁহি আমাক আশ্বাস দিলে, "বাবু বাবু যা তহঁতে চিন্তা কৰিব নেলাগে। মই মটৰৰ চেপাত নমৰোঁ। তহঁতক গালি পাৰিবলৈ আৰু কিছুদিন জীয়াই থাকিম।"

গালি পৰা কথাটোৰ অৰ্থ আছে। আমাৰ চাৰৰ সমান খঙাল মাষ্টৰ আমি আমাৰ জীৱনত দেখাই নাই। ডেকা বয়সত এছিষ্টেণ্ট হেডমাষ্টৰ হৈ থাকোঁতেই আমি চাৰক প্ৰথমে পাইছিলোঁ। ডিচিপ্লিন ৰক্ষা কৰিবৰ কাৰণে স্কুলত ক'ত যে নিয়ম নুলিয়ালে, কিমান যে সোকা নেভাঙিলে,

কিমান যে ভিটেইন নকৰিবলে। এইবিলাক বিষয়ত চাৰে হেডমাষ্টৰৰ হাক-বচন প্ৰায়েই নুশুনিছিল। নিজে হেডমাষ্টৰ হোৱাৰ পাচতটো কথাই নাই। চাৰ স্কুলখনৰ কাৰণে আতঙ্ক স্বৰূপ হৈ উঠিছিল। কোনো ল'ৰাই বাৰান্দাত থিয় দি থাকিব নোৱাৰে। পলমকৈ আহিলেতো ছাত্ৰ হওক, শিক্ষক হওক কোনেও স্কুলত সোমাব নোৱাৰে; ফাইনেল বেল পৰাৰ লগে লগে ছুটীৰ ঘণ্টা নপৰালৈকে ধনীৰাম চকিদাৰে প্ৰকাণ্ড তলাটো লগাই থয়। মলিয়ন কাপোৰ পিন্ধি আহিলে, হোমৱৰ্ক কৰি নানিলে, কাৰোবাৰ গাত অজ্ঞাতে চিঞাহি পেলালে, লগৰ ল'ৰাৰ লগত কাজিয়া কৰিলে; পৰীক্ষাত চুৰ কৰিলে, অফিচলৈ মতাই নি একোডজনকৈ বেতৰ কোব খাবই লাগিব।

তথাপি যে ল'ৰাহঁতে উৎপাত বা দুষ্টামি নকৰাকৈ আছিল এনে নহয়। এই বিষয়ত আমাৰ দলটো বা ফাইলটো আছিল আটাইতকৈ চকুত লগা। আমাৰ ভিতৰত আকৌ চৰ্দাৰ আছিল পদ্মেশ্বৰ। সি স্কুলত থকা কালত চাৰক কম আহুকাল দিয়া নাছিল।

তেতিয়া নিশ্চয় চাৰৰ শাস্তি আৰু নিয়মবোৰ আমি ভাল পোৱা নাছিলোঁ। কিন্তু আজি সাংসাৰিক অভিজ্ঞতা হোৱাত, নিজৰো ল'ৰা-ছোৱালী স্কুললৈ যোৱাত ভাবি-চিন্তি দেখিছোঁ, চাৰে একো বেয়া কাম কৰা নাছিল। অন্যায় কামতো তেখেতে এটাও কৰা নাছিল। আমি মনত পেলাই চাইছোঁ, আমাৰ কোনো এজন অভিভাৱকেই চাৰৰ কামবোৰত এবাৰলৈকো আপত্তি বা প্ৰতিবাদ কৰা নাছিল।

মানুহ বা শিক্ষক হিচাপে চাৰক আমিও কোনো দিনে বেয়া পোৱা নাছিলোঁ। কাৰণ পঢ়া নোৱাৰিলে গালি পাৰিছিল বা কাণচেপা দিছিল যদিও চাৰে মৰম আৰু সহানুভূতিৰে বাৰে বাৰে বুজাই দিবলৈ কেতিয়াও বেয়া নেপাইছিল। আমাৰ বেচ্চক নাইনৰ পৰাই দেওবাৰে দেওবাৰে ঘৰলৈ মাতি নি অঙ্ক আৰু ইংৰাজী শিকাইছিল। মোৰ মনত আছে, এদিন গধূলি চাৰে দেউতাক কিবা কাৰণত বিচাৰি আমাৰ ঘৰলৈ গৈছিল। মই তেতিয়া পঢ়াৰ টেবুলত। "চাওঁ কি পঢ়িছ" বুলি তেখেতে মোৰ ওচৰতে বহিল। ইংৰাজী গ্ৰামাৰ অলপ ধৰি, "ডেফোডিল" কবিতাটো আকৌ এবাৰ বুজাই দি, মই নোৱাৰা অঙ্ক এটা কৰিবলৈ ধৰিলে। কিন্তু উত্তৰ নোলায়হে নোলায়। সেইটো কৰি দিওঁতে পাতোতে, কৰোঁতে বা কিতাপৰ উত্তৰতে কিবা ভুল আছে নেকি কেউ দিশৰ পৰা চাওঁতে চাওঁতে ইমান পলম হৈ গ'ল

যে শেষত মা আৰু দেউতায়ো উচাঁপিচাই আলেঙে আলেঙে আহি চাই যাবলৈ ধৰিলে। মাৰ চিন্তা মোৰ ভোক লাগিব পাৰে, দেউতাৰ চিন্তা তেওঁ নিজে খাবলৈ পোৱা নাই। শেষত যেনিবা অঙ্কটো কৰি দি চাৰ গ'লগৈ কাকো মাত নলগোৱাকৈয়ে। অকল মোৰ বুলি নহয়, পঢ়া-শুনাৰ বিষয়ত সকলোৰে কাৰণে চাৰৰ একে চিন্তা। এনে এজন মানুহক কোনে বেয়া বুলিব ?

কোনোবা সৰু ল'ৰা এটাই তামোলৰ বটাটো আনি চাৰৰ সন্মুখত ধৰিলেহি। আমি তেতিয়াও চাৰক লৈয়েই ব্যস্ত হৈ আছোঁ। মাজে মাজে বিয়ালৈ অহা মানুহকো সোধ-পোচ কৰিছোঁ। পদ্মেশ্বৰ তেতিয়াও ওলাই আহিব পৰা নাই। তামোল চাৰৰ বৰ প্ৰিয়। বটাটো কোচত লৈ দুখনমান তামোল একেলগে ভৰাই জেপৰ পৰা নিজৰ টেমাটো উলিয়াই তাৰ পৰা অসমীয়া ধপাত অকণমান লৈ বৰ আয়মেৰে খাবলৈ ধৰিলে। ধপাত আমাকো দিছিল, পিচে আমি এটায়ো নাখাওঁ। চাৰে মন্তব্য কৰিলে, "ধপাতেই যদি নেখালি তেন্তে কিহৰ তামোল খাব ?"

আমাৰ অনুমানত চাৰৰ তামোলখনত পাগ উঠোঁতেই হেমন্তই ভিতৰৰ পৰা আহি ক'লে, "চাৰে জলপান খাই ল'লেই ভাল আছিল নেকি ?"

"কেলেই খাম অ' এতিয়া ?" চাৰ গৰজি উঠিল: "এনে সুন্দৰ তামোলখন নষ্ট কৰি খাওঁ এতিয়া তোৰ জলপানটো ; নাখাওঁ যা—নিদিলেও নিদিৱ।"

মই কৃত্ৰিম ধমকৰ সুৰত হেমন্তক ক'লোঁ, "তোৰনো কি এনে সময় নোহোৱা হৈছে যে চাৰে এতিয়া আজৰি কৰি দিলেহে হয় ? যা চাৰৰ যেতিয়াই মন যাব তেতিয়াই খাব।"

চাৰে মোৰ ফালে চাই ক'লে, "অ' চাচোন চা, ইয়াৰ কাণ্ডটো চা। ই হেমন্ত এটা—এটা-এটা গাধা।"

মূৰ খজুৱাই খজুৱাই হেমন্তই ক'লে, "হয় চাৰ। আগতে কেৱল বোজা কঢ়িয়াইছিলোঁ। এতিয়া মানুহো কঢ়িয়াওঁ। মই ৰেলত কাম কৰোঁ।"

চাৰে আকৌ এবাৰ হো-হো কৰে হাঁহি হেমন্তৰ গাত চপৰিয়াই ক'লে, "নহয় যা। তোৰ বুদ্ধি এতিয়া খুলি গৈছে। আগতে পাওঁতে শিলৰ মাজত লুকাই থকা সোণৰ চেকুৰা আছিল।"

হেমন্তই ক'লে, "হয় চাৰ।"

চাৰে পদ্মেশ্বৰৰ খবৰ লৈ আছিল। সি কিবা পূজাৰ কামত ব্যস্ত হৈ

আছিল। মাতি দিম বুলি কৈছিলোঁ। চাৱে "নেলাগে, তাক কামখিনি শেষ কৰি ল'বলৈ দে" বুলি ক'লে।

বিয়ালৈ অহা মানুহবোৰ ভালেমানে চাৰৰ ওচৰলৈ আহি খা-খবৰ ল'লে। প্ৰায় সকলোৱে চিনি পায়। যি নেপায় তেওঁলোকে পৰিচয় লৈ শ্ৰদ্ধা জনাই গ'ল। চাৰ যে জনাজাত মানুহ এই বিষয়ে কোনো সন্দেহ নাই। চাৰে বক্তৃতা দিয়াৰ দৰে অনৰ্গল কথা কৈয়ে আছে। তাতে আমিও নানান কথা কৈ জোকাই আছোঁ। আমাৰ কথাত কৃত্ৰিম খং দেখুৱাই উষ্মা প্ৰকাশ কৰি চাৰে ডাঙৰকৈ কথা কৈ আছে। আমাৰ মাজত যে এটা মধুৰ সম্পৰ্ক আছে সেইটো সকলোৱে বুজিছে। বহুতেই অদৰকাৰতো বহি বহুত বহুত পৰলৈ আমাৰ আমোদত নীৰৱে ভাগ লৈছে।

অৱশেষত পদ্মেশ্বৰ ওলাই আহিল। সি গম পাইছিল যে চাৰ আহিছে। কিন্তু কাম পেলাই আহিব পৰা নাছিল। যেতিয়াই আজৰি পালে তেতিয়াই চাৰক বিচাৰি বাহিৰৰ ৰভাতল পালেহি। আহিয়েই সি 'চাৰ' বুলি হাউলি চাৰৰ ভৰিত ধৰি টপ কৰে সেৱা কৰিলে! চাৰ কথাত মচগুল হৈ আছিল। পদ্মেশ্বৰ যে আহিছে ক'বই নোৱাৰে। সি সেৱা কৰোঁতেহে চক খাই উঠাৰ দৰে "হেঃ :" বুলি কৈ পদ্মেশ্বৰক লক্ষ্য কৰিলে।

"এইয়া পদ্মেশ্বৰ!" চাৰে কৈ উঠিল : "অথনিৰ পৰা বহি আছোঁ, তোৰ দেখা-দেখিয়েই নাই।"

অপৰাধবোধত হাত দুখন মোহাৰি মোহাৰি পদ্মেশ্বৰে ক'লে, "বৰ লেঠা এটাত পৰি আছিলোঁ চাৰ, পুৰোহিতে উঠি আহিবই নিদিয়ে। আপুনিতো জানেই।"

তাৰ কথা শেষ নোহওঁতেই চাৰে ক'লে, "জানিছোঁ, জানিছোঁ অ', মই খবৰ লৈ আছোঁ। ইহঁতে মাজতে মাতি দিবই খুজিছিল, মইহে মানা কৰিলোঁ।"

এসময়ৰ স্কুলৰ দুৰ্দ্ধৰ্ষ ল'ৰা পদ্মেশ্বৰ আৰু আজিৰ কন্যাদায়গ্ৰস্ত পিতৃ পদ্মেশ্বৰক চাৰৰ সন্মুখত আমি মনতে বিজাই চালোঁ। স্কুলৰ স্বাস্থ্যৱান ছটফটীয়া ছাত্ৰ পদ্মেশ্বৰে ছাত্ৰজীৱনত উৎপাতেই কৰি গ'ল। আজি মেদবহুল, পেটুৱা, চুলিত পকধৰা পদ্মেশ্বৰে শুদা ভৰিৰে, চুৰিয়াৰ ওপৰত চেলেং কাপোৰ এখন পেলাই লৈ গহীন গম্ভীৰ হৈ চাৰৰ সন্মুখত সম্ভ্ৰমেৰে থিয় দিছেহি।

সি আকৌ বিনয়েৰে ক'লে, "আপুনি অহাত বৰ ভাল পালোঁ চাৰ।"

চাৰে আকৌ তাৰ কথাৰ ওপৰতে ক'লে, "এঃ ষা তই একো ভাল পোৱা নাই। ছোৱালীৰ বাপেকী হ'লিহি, চাৰে এতিয়াও গালি পাৰে, এতিয়াও দোষ ধৰে বুলি মই নহা হ'লেই ভাল পালিহেঁতেন।"

পদ্মেশ্বৰে প্ৰতিবাদ কৰিলে, "নহয় চাৰ, কেলৈ হ'ব, মই তেনেকৈ কেলৈ...."

মই গাজতে ক'লোঁ, "হয় চাৰ, ই পদ্মেশ্বৰৰ একো পৰিৱৰ্তন হোৱা নাই।"

চাৰে হো-হো কৰে হাঁহি ক'লে, "অ' এতিয়া ? এতিয়া ক কি কৰ ? বাৰু যা যা তই ভাল নোপোৱা হ'লেও মই তোৰ ছোৱালীৰ বিয়ালৈ আহিলোঁহেঁতেন। মাতিছ যেতিয়া, মনত পেলাইছ যেতিয়া নিশ্চয় আহিম। এতিয়া জলপানৰ দিহাটো কৰি দেচোন, ইহঁতে এটায়ো মোক খুওৱাৰ কথা ভবা নাই।"

আমি সকলোৱে এই মিছা অভিযোগৰ প্ৰতিবাদ কৰিলোঁ। এটা হৈ-চৈ লাগিল। নগেন আৰু হেমন্ত দৌৰি ভিতৰৰ পিনে গ'ল। উঠিব খোজা চাৰক পদ্মেশ্বৰে এনেয়ে সহায় কৰিলে। সি হুকুম দিলে, "এই, চাৰক ভিতৰত বেলেগ জাগাত টেবুল ঠিক কৰি দে।"

তাতো চাৰৰ আপত্তিঃ ক'লে, "বেলেগ জাগাত কেলৈ খাম অ' ? বাইজৰ পৰা আঁতৰাই ইস্পেচিয়েলী খুৱাই মোক বহুৱা তুলিব খুজিছ ? ই-স্ ! তহঁতৰ সঁচাই কোনো পৰিবৰ্তন হোৱা নাই। মোক কেনেকৈ দিগদাৰী কৰিব পাৰ তাৰ চিন্তাতে থাক।"

হাজৰাই মাত লগালে, "ইহঁতৰ অলপো কাণ্ডজ্ঞান নাই। ইস্পেচিয়েল টেবুল কৰি চাৰক বদনাম এটা দে আৰু।" চাৰে হাজৰাৰ ফালে চাই ক'লে, "অ' কাণ্ডজ্ঞানটো তোৰেই যি অলপ আছে। চাকৰি নকৰি দেউতাৰৰ ঘড়ীৰ দোকানখনতে লাগি ভাল উন্নতি কৰিছ। বাকী কেইটাইতো পাছ কৰিয়েই চাকৰিৰ পাচে পাচে গৈ বৰ ডাঙৰ মানুহ হ'ল।"

অভাৱ বিশেষ নেথাকিলেও আমি কেউটা সামান্য সামান্য চাকৰিয়াল।

চাৰে আন আন মানুহৰ লগতে জলপান খালে। আমি কেউটাই তেখেতৰ তদাৰক কৰিলোঁ। পদ্মেশ্বৰো উপস্থিত থাকিল। ইটোৰ পিচত সিটোকৈ বস্তু দিবলৈ চেষ্টা কৰি নগেন আৰু হেমন্তই আকৌ চাৰক ব্যতিব্যস্ত কৰিলে। হাজৰাই বিচনী মাৰিয়েই থাকিল। চাৰে খালে সামান্য, পাতত কিবা দিব খুজিলেই কয়, "অ'ই মিছাই দিগদাৰী নকৰিবি।"

চাৰে স্কুলত আমাৰ পৰা কম 'দিগদাৰী' পোৱা নাছিল। খঙত উগ্ৰমূৰ্তি ধৰি আমাক চাৰে প্ৰায়েই ক'ব লগা হৈছিল, "তহঁতেনো মোক কিমান দিগদাৰী কৰ হোঁ? হাত পাত।"

পদ্মেশ্বৰৰ নেতৃত্বত আমি বহুত উৎপাতেই স্কুলত কৰিছিলোঁ। এবাৰ মেটিনি চাবলৈ পলাইছিলোঁ। লেজাৰত ওলাই গৈ একে কোবেই চিনেমা হল পালোঁগৈ। বুদ্ধি আৰু প্ৰস্তাৱ আছিল পদ্মেশ্বৰৰ। হাজৰা ঘৰলৈ গৈছিল কাৰণে তাক এৰি গৈছিলোঁ। আমি কেউটা একেখন বেঞ্চতে বহোঁ। পদ্মেশ্বৰে ক্লাছৰ কেইটামান ল'ৰাক আন বেঞ্চৰ পৰা আহি আমাৰ বেঞ্চত বহি থাকিবলৈ বন্দৱস্ত কৰি আহিছিল। নহ'লে চাৰৰ চকুত খালী বেঞ্চখন নপৰাকৈ থকা টান। কিন্তু তথাপি ধৰা পৰিব লগা হ'ল। চিনেমা হলত হাজৰায়ো আমাক লগ ধৰিলেগৈ। স্কুলত আমাক বিচাৰি নেপাই বেল পৰাৰ আগে আগে সিও ওলাই আহিল। পদ্মেশ্বৰে খঙত ক'লে, "তই থাকিলে ধৰা নপৰিম বুলি ভাবিছিলোঁ। এতিয়া সিহঁতকিটা আমাৰ বেঞ্চত বহে নে নবহে কোনে জানে?" হাজৰাই উত্তৰ দিলে, "চাৰে ধৰি সুধিলে মই কি জবাব দিম? তাতকৈ একেলগে মৰাই ভাল।" পিচদিনা প্ৰথম ঘণ্টাতে আমাৰ ডাক পৰিল। কেনেকৈ চাৰে জানিলে আমি আজিও ক'ব নোৱাৰোঁ। বোধকৰো আমাৰ ফাইলটো স্কুলত অনুপস্থিত থকাটো লুকুৱাৰ পৰা কথাই নহয়! আমি প্ৰত্যেকেই প্ৰতি হাতত ছটাকৈ চাবৰ পূৰ্ণহতীয়া কোব খালোঁ। তাৰ পিচত গোটেই দিনটো বেঞ্চৰ ওপৰত থিয় হৈ থাকিলোঁ! তদুপৰি ঘৰলৈকো ৰিপ'ৰ্ট যোৱাত গধূলি আকৌ গালি। বেজাৰতে দু'দিনমান আমি স্কুললৈ নোযোৱাকৈ থাকিলোঁ। স্কুললৈ অহাৰ দৰে ঘৰৰ পৰা আহি ক'ৰবাত থাকোঁগৈ। যেতিয়া আকৌ স্কুললৈ গ'লোঁ—নগ'লে নিস্তাৰ নাই বুলিও জানিছিলোঁ—তেতিয়া চাৰে আমাৰ ক্লাছত সোমাই চিধাই সুধিলে, "ক'লৈ যোৱা হৈছিল মহাপুৰুষসকলৰ?" আমি ভয়তে তলমূৰকৈ থিয় হৈ থাকিলোঁ। ক্লাছটো নিস্তব্ধ। চাৰে আকৌ সুধিলে। এইবাৰ পদ্মেশ্বৰে উত্তৰ দিলে, "হাতত বিষ উঠি আছিল। স্কুলত একো কাম কৰিব নোৱাৰিম বুলি অহা নাছিলোঁ।" সেই অৱস্থাতো আমাৰ হাঁহি উঠি যাব খুজিছিল। কথমপিহে নহহাঁকৈ থাকিলোঁ। আচৰিত কথা, চাৰে আৰু বিশেষ একো শাস্তি নিদিলে। মাত্ৰ ক'লে, "বিষবোৰ ভালকৈ ভাল কৰি লোৱাহঁক। আকৌ বিযোৱাৰ লাগিব। আজি স্কুল ছুটীৰ পিচত এঘণ্টা থাকি কেউজনে ফ্ৰেন্সলেচনৰ কাম কৰিব

লাগিব।” উল্লেখযোগ্য যে ডিটেইন হৈ থকা সময়খিনিত কোনো শাস্তিৰ পৰিবৰ্তে চাৰে পৰম আন্তৰিকতাৰেই আমাক প্ৰেসলেচন শিকাইছিল।

আন এবাৰ বছৰেকীয়া পৰীক্ষাত পদ্মেশ্বৰে হলৰ ভিতৰতে বিকট শব্দ কৰা ফটকা এটা ফুটাই দি হুলস্থুলৰ সৃষ্টি কৰে। পৰীক্ষা পিচুৱাই দিবলৈ সকলো ল'ৰাই হেডমাষ্টৰক ধৰিছিল। চাৰে বেত লৈ আমাক আটাইকে গৰু খেদা দিলে। পৰীক্ষা পিচুওৱা আন্দোলনৰ নেতা আছিল পদ্মেশ্বৰ। কিন্তু আচলতে ফটকাটো কোনে ফুটুৱালে কোনেও ঠিক ধৰিব নোৱাৰিলে। শব্দ উঠাৰ লগে লগে সকলোটি ফাঁকি ছিটিকা দিলে। প্ৰশ্ন বিলোৱা হৈছিলেই। সেই বাবে এবেলাৰ পৰীক্ষা বাতিল হৈ গ'ল। সকলোৰে চকু গ'ল পদ্মেশ্বৰলৈ। বহুতে তাৰ নামো ক'লে। কিন্তু চাৰে একো প্ৰমাণ উলিয়াব নোৱাৰিলে। সিও সৈ নেকাঢ়িলে। ফলত সি শাস্তি পাব লগা নহ'ল।

এনেকুৱা উদাহৰণ বহুত দিব পাৰি। চাৰে ডিচিপ্লিন ৰক্ষা কৰিবলৈ যিমানেই কঠোৰ ব্যৱস্থা অৱলম্বন কৰে সিমানেই পদ্মেশ্বৰে চেষ্টা কৰে সেইবোৰ ভঙ্গ কৰিবলৈ। ক'তবাৰ চাৰে তাক স্কুলৰ পৰা বাহিৰ কৰি দিম বুলি কৈছে, কিন্তু চাৰৰ নিচিনা খঙাল মানুহজনেও সিমান ডাঙৰ শাস্তি শেষত দিব নোৱাৰিছিল। কাৰণ দুষ্টালিৰ লগে লগে পদ্মেশ্বৰৰ বহুত গুণো আছিল। সি আছিল স্কুল টিমৰ বেষ্ট ফুটবলাৰ, টুৰ্ণামেণ্টতো দুই এটা পুৰস্কাৰ সি বছৰি আনিবই। এবাৰ এজন নতুন অভিভাৱকে পুতেকক বেতোৱা বাবে চাৰক বৰ অপমান কৰিলে; চাৰে মানুহজনক বাহিৰ কৰি দিলে; কিন্তু "আমাৰ চাৰক এনেকুৱা কৰে" বুলি পদ্মেশ্বৰে ভদ্ৰলোকৰ জীৱন এনেধৰণে দুৰ্ব্বিষহ কৰি তুলিলে যে শেহত চাৰেই গৈ তাক ৰিবত কৰিব লগা হ'লগৈ। আনহাতে পাছ কৰিব পৰাকৈ যথেষ্ট বুদ্ধি বৃত্তি থকা বাবেও পদ্মেশ্বৰক শিক্ষকসকলে মৰম কৰিছিল।

জলপান খোৱাৰ পিচত আমি চাৰক ভিতৰলৈ লৈ গ'লোঁ। তেখেতে নিজেও কইনা চাব খুজিলে। পদ্মেশ্বৰে ক'লে, "হয় চাৰ, মিনুক আপুনি আশীৰ্ব্বাদ কৰি যাবই লাগিব।"

তেতিয়া ভিতৰ পিনে মানুহৰ বেছ সমাগম হৈছিল। কাৰণ ৰাতিও হৈ আহিছিল। আমি চাৰিওপিনে চকু দিব লগা হৈছিল। তথাপি এটায়ো আমি চাৰৰ লগ নেৰিলোঁ। চাৰক ভিতৰপিনে বাৰান্দাত বহুৱাই দিলোঁ। পদ্মেশ্বৰে পাট কাপোৰ পিন্ধা কইনা মিনুক ভিতৰৰ পৰা লৈ আহিলগৈ।

দেখিবলৈ তাই ইমান যে ধুনীয়া হৈছিল। চাৰ থিয় হ'ল। পদ্মেশ্বৰে জীয়েকক ক'লে, "মা চাৰক সেৱা কৰ।" তাই আঠু কাঢ়ি চাৰক সেৱা কৰিলে। চাৰে তাইক তুলি ধৰিলে।

পদ্মেশ্বৰে ক'লে, "তাই একো নেজানে চাৰ। নিচেই সৰু হৈ আছে।

চাৰে হঠাৎ জেপৰ পৰা নতুন সোণৰ আঙঠি এটা উলিয়াই মিনুক পিন্ধাই পিন্ধাই ক'লে, "মাক-বাপেকৰ মনত ল'ৰা-ছোৱালী সদায়েই সৰু হৈ থাকে অ'। মই জানো তহঁতক তাহানিথনৰ দৰেই দেখি থকা নাই ?"

আমি বাকী কিটাই মুগ্ধ হৈ চাই থাকিলোঁ; পদ্মেশ্বৰৰ বাহিৰে আমাৰ কাৰো ডাঙৰ ছোৱালী নাই। সেইবাবে তাৰ কেনে লাগিছিল কেৱল অনুমানহে কৰিব পাৰিছিলোঁ।

মনত আনন্দ লাগিছিল যদিও পদ্মেশ্বৰে বিনয় দেখুৱাই ক'লে, "সেইটো নোহোৱা হ'লেও হ'লহেঁতেন চাৰ। আপোনাৰ আশীৰ্ব্বাদেই যথেষ্ট।"

চাৰে উত্তৰ দিলে, "নহয় অ', যোৰহাটত বিয়া এখন খাবলৈ যোৱাৰ কথা আছিল—সম্পৰ্কীয় নাতি ছোৱালী এজনীৰ। ঘৰতে সোণ আছিল—বাইদেউৰে মাকৰ ঘৰৰ পৰা অনা—ঘৰততো আৰু ছোৱালী নাই—চাৰিওজনীকে উলিয়াই দিলোঁ—হঠাৎ তোৰ ছোৱালীৰ বিয়াৰ কথা শুনিলোঁ। লৰালৰিকৈ সেই সোণকে লৈ ফাইন আৰ্ট জুৱেলাৰীলৈ গ'লোঁ— তই তাতেই অলঙ্কাৰ কৰাইছ নহয় ?—জোখটোও পাই গ'লোঁ। এই আৰু ! ৰ' মা"—

চাৰে ইতিমধ্যে আমাক আকৌ অবাক কৰি দি জেপৰ পৰা কাগজেৰে নুৰিওৱা সৰু টোপোলা এটা উলিয়াই আনিলে। সেইটো মিনুৰ হাতত দি ক'লে, "ইয়াত তিনিগজ আদ্দি আছে মা—প্ৰফেচৰক দিবি—কবি চাৰৰ আশীৰ্ব্বাদ।" তাই হাত পাতি লৈ লাজতে তলমূৰ কৰিলে। পদ্মেশ্বৰৰ জোঁৱায়েক কলেজৰ লেকচাৰাৰ।

ছলছলীয়া চকুৰে পদ্মেশ্বৰে জীয়েকক লাহে লাহে ধৰি ভিতৰলৈ লৈ গ'ল। আমি চাৰক আকৌ বহিবলৈ দিলোঁ। হেমন্তই প্ৰস্তাৱ দিলে, "চাৰে একেবাৰে বিয়া চাই যাব।" পদ্মেশ্বৰ ওলাই আহিছিল। সি ক'লে, "হয় চাৰ, বিয়াখন চায়েই যাওক।"

চাৰে ক'লে, "অ' ময়ো ভাবিছোঁ, ইমান পৰে তহঁতে মোক থাকিবলৈ কোৱা নাই কিয় ? কিমান দেৰি হ'ব ?" আমি বেছ বুজিলোঁ যে চাৰ ইমান পৰে বিয়াৰ ফুৰ্ত্তিৰ মাজত সোমাই পৰিছে।

পদ্মেশ্বৰে ক'লে, "খুব সোনকালেই হ'ব চাৰ। আৰু এঘণ্টামানতে দৰা অহাৰ কথা। আমি বাৰ বজাৰ ভিতৰতে চৰ শেষ কৰি পেলাব খুজিছোঁ।"

চাৰে ক'লে, "বাৰু হ'ব। নগেন, মোৰ চাইকেলখন চাই আহগৈচোন।"

নগেন দৌৰি ওলাই গ'ল। কিন্তু ক্ষন্তেকৰ ভিতৰতে ফোঁপাই-জোপাই আহি সি ক'লে, "চাৰ, চাৰ চাইকেলখন দেখোন থোৱা ঠাইত নাই। কোনোবাই নিলেই নেকি!"

"কি ক'লি?" বুলি ৰুদ্ৰমূৰ্ত্তি ধৰি চাৰ বহাৰ পৰা উঠিল। মই জোৰ কৰি চাৰক বহুৱাই দি ক'লোঁ যে চাইকেল হেৰাব নোৱাৰে, আমি বিচাৰি দিম। হেমন্তই ক'লে, "আপুনি ভয় নকৰিব চাৰ। চোৰে নিছে যদি তাৰ জ্ঞান বাহিৰ কৰি দিম। পদ্মেশ্বৰে তাৰ আগৰ মূৰ্ত্তি ধৰিব দৰকাৰ হ'লে।"

"অ'ই!" চাৰে পোন্দোৱাকৈ হেমন্তৰ ফালে চাই ক'লে, "সেইবোৰ কৰিবিতো তহঁতক মই—মই ঠিক কৰি দিম। আজিৰ দিনত ইয়াত এটা কেলেঙ্কাৰি কৰিলে মই শুদাই নেৰোঁ কিন্তু।"

মই ৰবকৈ ভয় খোৱা যেন দেখুৱালোঁ। নগেনে ক'লে, "হয় চাৰ, তেনেকুৱা কৰিলে বিয়া ঘৰত অমঙ্গল কৰাহে হ'ব।"

"খবৰদাৰ!" চাৰে আমাক সতৰ্ক কৰি দি ক'লে, "আজি ইয়াত অমঙ্গলৰ নাম নল'বি। ভালকৈ বিচাৰি চা। হেৰায় যদি হেৰাওক চাইকেল, মই আজিৰ পৰা খোজ কাঢ়িয়েই ফুৰিম।"

কিন্তু চাৰৰ খোজ কাঢ়ি ফুৰাৰ বা আমাৰ ইমান চিন্তা কৰাৰ কোনো কাৰণ নাছিল। অলপ পিচতে হাজৰা ক'ৰবাৰ পৰা ওলালহি। সি যে নোহোৱা হৈছিল আমি লক্ষ্যাই কৰা নাছিলোঁ। অৱশ্যে গোটেই দিনটো আমি বিয়াঘৰত লাগি থাকিব লগা হোৱাত কোন কেতিয়া ঘৰৰ পৰা আহিলগৈ কোনেও মন কৰা নাছিলোঁ। হাজৰাই আহি সমস্যাটো বুজি লৈ হাঁহি মাৰি ক'লে, চাৰ মই আপোনাক নোকোৱাকৈয়ে চাইকেলখন নি আপোনাৰ ঘৰত থৈ আহিলোঁগৈ। ভাবিলোঁ, বিয়াঘৰৰ যি কোনো এখন গাড়ীৰেই আপোনাক ঘৰত থৈ আহিমগৈ। ৰাতিখন কিয় আপুনি কষ্ট কৰিব লাগিছে? ঘৰতো বাইদেউক খবৰটো দি আহিলোঁ।"

চাৰে মন্তব্য কৰিলে, "ভাল হল দে, নাজানি উপকাৰেই কৰিলি। মই

বিয়া চাইহে যাম, বহুত বাতি হ'ব। পিচে মোৰ ভুল হোৱা নাই—তোৰ কিছু কাণ্ডজ্ঞান আছে। নে কি কৱ তহঁতে ?"

আমি হাঁহিলোঁ। নগেনে মুৰ খজুৱাই খজুৱাই যোগ দিলে, "হয় চাৰ, হাজৰাই কোনোদিন আমাৰ দৰে কাণ্ড কৰি নেপালে—আমাৰ ফাইলটোৰ ভিতৰত সিয়েই আটাইতকৈ ভয়াতুৰ আছিল—সেইবাবে তাৰ কিছু জ্ঞানেই হ'ল।"

চাৰে ক'লে, "বাবু হৈছে যা। এতিয়া কামত লাগগৈ। মোৰ ওচৰত বটা এটা থৈ যাবলৈ ক।"

বিয়াৰ কাম লাহে লাহে আগুৱাবলৈ ধৰিলে। আমি একোটাই চাৰৰ খবৰ কৰি থাকিলোঁ। পদ্মেশ্বৰৰ ঘৈণীয়েকে নানান কামৰ মাজতো মাজে মাজে আহি "একাপ চাহ খাব নেকি" সুধি গ'ল। কিন্তু তামোলৰ বাহিৰে চাৰে একোকে নেখালে। মানুহৰ খুব ভিৰ হৈছিল ; প্ৰায় এঘণ্টামান আমাৰ তৰ্ণি নাছিল। সিও সময়ত কমি আহিল। কিন্তু স্বস্তিৰ নিশ্বাস পেলাওঁতেই দৰা আহি পালে। আকৌ হৈ-চৈ লৰা-ধপৰা আৰম্ভ হৈ গ'ল। এইবাৰ চাৰে উঠি গৈ নিজৰ অজ্ঞাতেই কাম পৰিচালনা কৰিবলৈ ধৰিলে। চেন্নীয়া ল'ৰাহ'তক ডবিয়াই ক'লে, "অ'ই ! চকুত চাউল নেমাৰিবি, গাত মাৰ।" আমাক ক'লে, "ভিতৰৰ ভাত মানুহ বহাৰ দিহা কৰগৈ।" পানী তুলিবলৈ যোৱা আইসকলক মানুহ ঠেলি ঠেলি নিজে বাট উলিয়াই দিলে। নগেন আৰু হাজৰাক পঠিয়াই দিলে দৰাঘৰীয়া মানুহৰ ভাত-পানী ৰন্ধাৰ তদাৰক কৰিবলৈ।

বিয়াৰ আনুষ্ঠানিক কাম আৰম্ভ হ'ল। পদ্মেশ্বৰে হোমৰ গুৰিলৈ যোৱাৰ আগতে চাৰক আকৌ এবাৰ সেৱা কৰি তাৰ ওচৰতে বহিবলৈ অনুৰোধ কৰিলে। তাৰ পাচফালে গৈ চাৰ বহিল। কিন্তু তাৰ পৰাও আমালৈ আঙুলি, চকুৰ ঠাৰ আদিৰে ইংগিত কৰি কৰি দৰাঘৰীয়া সকলক জলপান খুৱাবলৈ নিৰ্দ্দেশ দি থাকিল। আনকি জলপান খাই আহি কোনে তামোল পোৱা নাই তাৰ প্ৰতিও চাৰৰ চকু নোযোৱাকৈ নেথাকিল। এই কঠোৰ নিয়মানুৱৰ্ত্তী শিক্ষকজনৰ নিৰ্ভুল নিখুঁত তদাৰকতা দেখি আমি অবাক। চাৰ নথকা হ'লে আমাৰ বহুত দোষ বৈ গ'লহেঁতেন নেকি ভাবিবলৈ ধৰিলোঁ।

এসময়ত বিয়াৰ কাম শেষ হ'ল। কইনাক আকৌ ভিতৰলৈ নিয়া হ'ল।

সকলোৱে মুগ্ধ হৈ বিয়া চাই আছিল। কিন্তু হোমৰ গুৰিৰ পৰা উঠি আহোঁতে হঠাৎ পদ্মেশ্বৰৰ চকুত পানী দেখি আমাৰ মনবোৰো সেমেকি উঠিল। কান্দোন লুকুৱাবলৈ অলপো চেষ্টা নকৰি পাটৰ চাদৰখনেৰে চকু দুটা ঢাকি ধৰি ফেকুৰি উঠি সি ক'লে, "চাৰ !"

চাৰে তাক গাত ধৰি ভিতৰলৈ লৈ গ'ল। আমি কেউটাও গ'লোঁ। একেবাৰে ভিতৰলৈ নগৈ কাষৰে কোঠাটোত বৈ পদ্মেশ্বৰে হুকহুকাই কান্দিবলৈ ধৰিলে। চাৰে দুহাতেৰে তাক ধৰি ধমকৰ সুৰত ক'বলৈ ধৰিলে, "অ'ই পদ্মেশ্বৰ ! তোৰ হৈছে কি ? তই কেলৈ কান্দিছ ?"

পদ্মেশ্বৰে উভতি চাৰক সাৱটি ধৰিলে। চাৰেও তাক পৰম বান্ধৱৰ দৰে গৰা মাৰি ধৰিলে। সি উচুপি উচুপি ক'বলৈ ধৰিলে, "তাই বৰ সৰু ছোৱালী চাৰ। তাই একোকে নেজানে। আৰু ·· আৰু এজাউৰী সশব্দ কান্দোন ওলাই আহিল। চাৰেও ওঁঠ দুটা কামুৰি ধৰিলে। পদ্মেশ্বৰৰ পিঠিত মৰমেৰে হাত বুলাই বুলাই চাৰে থোকাথুকি মাতেৰে ক'লে, "মই এজনী এজনীকৈ চাৰিজনী ছোৱালী উলিয়াই দিছোঁ পদ্মেশ্বৰ ! এবাৰ মোৰ কথা ভাবি চা। তোৰ মিনু আজিৰ পৰা ডাঙৰ হ'ল।"

আমাৰ চকুবোৰো ভৰি আহিছিল। কিন্তু আমি একো নকৈ মাত্ৰ সেই অপূৰ্ব দৃশ্যটো চাই থাকিলোঁ।

# আইতা নাচনী

ৰাসে পেহীয়ে অৱশেষত দিবাকৰক ক'লে, "তই এতিয়া যা বোপাই। মই গাটো তিয়াই আহোঁ। গধূলি হ'লেই বুলিব লাগে। তাই আজি আৰু নাহিবই হবলা। তই মিছামিছি বহি থাকিব নেলাগে। ঘৰতো চাগে তোক ইমানপৰে নেদেখি কিবা ভাবিছে।"

দিবাকৰে বুজিলে যে ইয়াৰ পিচত আৰু বহি থাকিব নোৱাৰি। আবেলি তিনিবজা মানবে পৰা সি মাত লগোৱাৰ ছলেৰে সোমাই পদুমক চাকৰি এটাৰ খবৰ দিওঁ বুলি বৈ বৈ গধূলি কৰি পেলালে। খবৰটো হৈছে, ধৰ্মপুৰৰ স্কুলখনত মাষ্টৰণী কাম এটা খালী হৈছে বুলি দিবাকৰে শুনিছে। এইটলৈকে পঢ়ি ঘৰতে বহি থকা পদুমে পালে তেনেকুৱা কাম এটা কৰি আইতাকক সহায় কৰিব খোজে। খবৰটো সঁচানে মিছা দিবাকৰে নেজানে। অহকাণে-পহকাণে শুনিয়েই খবৰ দিবলৈ আহিছিল। আচল উদ্দেশ্য পদুমৰ ওচৰলৈ আহিবলৈ হাততে পোৱা এই সুবিধাটো লোৱা।

ৰাসে পেহীয়ে অৱশ্যে জানে ; গাভৰু নাতিনীয়েকক লগ ধৰিবলৈ এইদৰে নানান কাৰণ উলিয়াই অকল দিবাকৰেই নাহে। হেমধৰ ড্ৰাইভাৰ, সতাই মণ্ডল, কুঞ্জনাথ চোৰ ইত্যাদি এপাল উৰুলিপুঙা-পদুলিশুঙা, কাম-বন নোহোৱা দিবাকৰৰ দৰেই বুঢ়ীৰ তালৈ ঘনাই আহি থাকে।

অলপ মেহেঙা-মেহেঙ কৰি থাকি দিবাকৰ আমন জিমনকৈ গ'লগৈ। পুৰণা খেৰী ঘৰটোৰ দুৱাৰ মুখৰপৰা বুঢ়ীয়ে গধূলিৰ কুৰ'লীৰ পোহৰত মন-মনকৈ আঁতৰি গৈ থকা দিবাকৰৰ ফালে চাই থাকি হুমুনিয়াহ এটা চাৰিলে : এই ডেকালবাহ'তকনো কি দোষ দিবা ? পদুমজনীৰ যিটোহে ৰূপ! এপাহ টিকটিক কৰে অকলে ফুলি থকা ডাঙৰ জবা ফুলৰ দৰে খাওঁ খাওঁ হৈ আহিব ধৰিছে। গেবেকনিত জানো এইজনী কি পদুম ফুলিবলৈ পালে। বগী—এতিয়া বাঙীয়েই হৈছে, নাকে মুখে গঢ়িত, হাত ভৰি লোহোৰা-লোহোৰ যদিও বৰ শকত নহয়, ওখ-পাখ ; পিন্ধা কাপোৰ ফিন্দ খুৱাই বুকুৱে ওপনাই লৰচৰ কৰি যেতিয়া খোজ কাঢ়ে তেতিয়া যেন তাইৰ পৰা কিবা এসোপা ছিটিকি ছিটিকি পৰে। ৰাসেশ্বৰীৰ ভয়েই লাগি থাকে ক'ৰবাত কেতিয়াবা কিবা অঘটন ঘটি যায় বুলি! পদুম তেনেকৈ ৰাসে

পেহীৰ তেজমঙহৰ একো নহয়। দদায়েকৰ ডাঙৰ ল'ৰা ভায়েকৰহে নাতি-নীয়েক। ভায়েকে একেজনী ছোৱালী এৰি থৈ গৈছিল। এদিন পদুমৰ মাকো আন এটালৈ গ'লগৈ। বুঢ়ীয়েই ছোৱালীজনীক তুলি তালি ইমান জনী কৰিলে। ৰাসেশ্বৰীৰ নিজৰ বিয়া-বাৰু নহ'লেই।

পদুম পিচে অলপ পিচতে আন্ধাৰে মুন্ধাৰে ওলালহি। ৰাসে পেহীয়ে গাটো তিয়াই আহিছিল মাত্র। টিনৰ ছুটকেছটো লৈ নাতিনীয়েকক ওলোৱাহি দেখি ভয় খাই গ'ল। কেনেকৈ আহিল? কাৰ লগত আহিল? পদুমে পীৰা এখনত বহি আঁচলেৰে ঘাম মচি মচি ক'লে, "মই আহিম বুলি কৈছিলোঁ নহয়? ৰজনীহ'তে থাক বুলি ধৰিছিল। মই কিন্তু নাচ বাছত গুচি আহিলোঁ। বজাৰত বাছতে মণ্ডলক লগ পাই গ'লোঁ। এইছোৱা একেলগেই আহিলোঁ।"

বুঢ়ীৰ বুকুখন চিৰিংকৈ গ'ল। সতাই মণ্ডল মতলবী মানুহ। সংসাৰী মানুহ যদিও বাব ঠাই ফুৰি বাব কথা শিকা সতাই মণ্ডলে পদুমৰ আসৈ পাবলৈ চেষ্টা কৰিয়ে আছে—"টকী চাবলৈ যাওঁ ব'ল" বুলি মাজে মাজে কৈয়ে থাকে। ৰাসে পেহীয়ে গতিকে খবৰ ল'লে তাই সতাইৰ লগত দোকানে-চোকানে সোমাইছিল নেকি? আন ক'ৰবালৈ সি লগ ধৰি নিছিল নেকি? মটৰত সি তাইৰ ওচৰত বহিছিলনে আঁতৰত? গাঁও সোমাইও সি লগে লগে আহিছিল নেকি?

পদুমে বুজিলে আইতাকৰ দুশ্চিন্তা কোনখিনিত। সেইবাবে যথাযথ উত্তৰ দি বুঢ়ীৰ মনৰ সংশয় দূৰ কৰিবলৈ চেষ্টা কৰিলে। তাই ক'লে যে তাই বাছৰ পৰা নমাই নাছিল। বজাৰত মণ্ডল বাছত উঠি তাইৰ পিচফালে বহি খা-খবৰহে লৈছিল—"কিবা খাবি নেকি?" বুলি সুধিছিল, কিন্তু তাই নগ'ল। বাছ এই পিনে গাৱঁৰ মুৰেদিয়ে যায়, গতিকে এইখিনি আহিবলৈ একো ভয় নাই, তথাপি মণ্ডলে চাইকেল নমাই তাইৰ লগ লয়হি মানে তাই মাইকণহ'তৰ চোতালেদি বেগা-বেগীকৈ ঘৰলৈ গুচি আহিল।

বুঢ়ীয়ে স্বস্তিৰ নিশ্বাস পেলাই নাতিনীয়েকক মুখ-হাত ধুই ল'বলৈ কৈ ভাত বান্ধিবলৈ কাৰবাৰ কৰিলে। আচল কথাটো নোসোধা দেখি পদুমে নিজেই ক'বলৈ ধৰিলে, বজাৰ পাৰ হৈ দহ মাইল মান গ'লে এলেকৰ পেলেক ৰজনীকান্ত ককায়েকৰ গাওঁ। ৰজনীকান্ত গাঁৱৰ মুখিমাল মানুহ। ক'ৰবাত কিবা কৰি দিব পাৰে নেকি খবৰ ল'বলৈ গৈছিল। পিচে নাই, ৰজনীয়ে

বিশেষ একো আশা দিব নোৱাৰিলে। সেইপিনে স্কুল বা প্ৰজেক্ট ক'তো তেনে কাম খালী নাই।

তাৰ পিচত অলপ বৈ পদুমে ক'লে "প্ৰসন্ন দাদাকো লগ পালোঁ। তেওঁ হ'লে কৈছে যেনে তেনে কিবা এটা কৰি দিবই।"

সিটো কোঠাৰ গাতে লাগি থকা পাকঘৰৰ দুৱাৰ ডলিৰ পৰা পাৰ্চলি কুটি থকা আইতাকে উচাপ খাই উঠাৰ দৰে অলপ ডাঙৰকৈয়ে প্ৰশ্ন কৰি পঠিয়ালে, "কোনে বুলি ক'লি ?"

প্ৰথমে মিচিককৈ হাঁহি ল'লে। তাৰ পিচত বিমান পাৰে সহজভাবে ক'বলৈ চেষ্টা কৰিলে, "সেই যে প্ৰসন্ন দাদা, আমাৰ ঘৰলৈ যে দিবাকৰৰ লগত আহিছিল।—মোলৈ দেখোন চিঠিও লিখিছিল। পাহৰিলিয়েইনে ?

পদুমে সিটো কোঠালৈ গৈ কাপোৰ সলাবলৈ ধৰিলে। বুঢ়ীয়ে ভোৰভোৰাবলৈ ধৰিছিল, "কোনে কাক কি কৰি দিব ? যালৈকে তালৈকে চিঠি লিখি থাকিলেই কোনোবাই কিবা কৰি দিবনে ? মতা মানুহ নথকা ঘৰ, সহায় সাৰথি নাই—ভালকৈ চকু মেলি চাই ফুৰিব লাগে।"

পদুমে সলোৱা চাদৰখন থুৰ্তৰিবে ধৰি ভাল ব্লাউজটো খুলিবলৈ ধৰিছিল। মাৰ্কিন কাপোৰেৰে ঘৰতে কৰি লোৱা বডিচ্‌টোৰ ওপৰত এবাৰ চকু ফুৰাই চাই আইতাকলৈ এনেয়ে এবাৰ উলটি চালে আৰু একো নোকোৱাকৈ ছিট কাপোৰৰ আন এটা ব্লাউজ লেজু ডালৰ পৰা টানমাৰি আনি পিন্ধিবলৈ ধৰিলে। প্ৰসন্নকে আদি কৰি কাবোবালৈ কাবোবালৈ চিঠি লিখে বুলি আইতাকৰ খং। প্ৰসন্ন ৰজনীকান্তহঁতৰ গাৱঁৰ ল'ৰা। প্ৰজেক্টৰ অফিচত কেৰাণী কাম কৰে। যেয়েই নহওক, পদুমৰ ওচৰ চাপিব খোজা কোনো মতলবী মানুহকে বুঢ়ীয়ে দেখিব নোৱাৰে। দিবাকৰৰতো একো কামেই নাই, মেট্ৰিক ফেল মাৰি ডেধাৰ মাটি-সম্পত্তি থকা ঘৰৰ ভাত খাই টলৌ টলৌকৈ ঘূৰি ফুৰে। কিন্তু প্ৰসন্ন, সতাই মণ্ডল, হেমধৰ ভ্ৰাইভাৰ ধন-পইচা থকা বিলাককো প্ৰশ্ৰয় নিদিয়ে। ইহঁতৰ কোনোবা এটা আহিলে বুঢ়ীয়ে নাতিনীয়েকক অকলে কেতিয়াও নেৰে। যেন সৰুৰে পৰা কষ্ট কৰি ডাঙৰ দীঘল কৰা বাবে ছোৱালীজনীৰ ওপৰত অকল তেওঁৰহে অধিকাৰ।

আইতাকৰ খং বঢ়াবলৈ ইচ্ছা নকৰি পদুমে ভৰি হাত ধুবলৈ বাহিৰলৈ ওলাই গ'ল। বজাৰৰ পৰা আহিলে গাও'খন ফুট গধূলিতে বৰ নিজম পৰা যেন লাগে। আজি ঘোপ মৰা আন্ধাৰো। ওচৰত তেনেকৈ ঘৰো নাই।

গছ-গছনিয়েও এনেই আন্ধাৰ কৰি থয়। তথাপি চোতালৰ কেৰাহিটোত থোৱা পানীৰে ভৰি ধুই ধুই পদুমে দুৰৰ দুই এটা ঘৰত চাকি-বন্তি, মাত-কথাৰ উমান পালে। ঢেকীৰ শব্দ আৰু ডেকা ল'ৰাৰ কিৰীলিও কাণত পৰিলহি।

লেমটো লৈ বুঢ়ী ওলাই আহিল। "তইনো বাৰু আন্ধাৰে মুন্ধাৰে ওলাই আহিব পাৰনে?"

পদুমে এমুখ পানী দীঘলীয়াকৈ দূৰলৈ মাৰি পঠিয়াই ক'লে, "একো নহয় যা। মই কিবা আন্ধাৰত নোলাওঁ নেকি? এতিয়াইচোন ভিতৰলৈ গ'লোহেঁতেন।"

জগনাথনৰ সিপাৰে মতা মানুহৰ গল-খেকাৰি শুনা গ'ল। বাঁহৰ জপনাখন কোনোবাই চোঁচোঁৰাই খুলিছে। বাসে পেহীয়ে লেমটো চকুৰ ওচৰলৈকে দাঙি লৈ সেইপিনে চাবলৈ চেষ্টা কৰিলে।

"মই হে বাসে পেহী।

হেমধৰ। বোধহয় মাবোৱাৰী বাবুৰ লৰী চলাই উলটি আহিছে। ঘৰ পোৱাগৈয়ে নাই। সি এনেকৈ প্ৰায়েই সোমাই যায়। ল'ৰাটো এনেয়ে ভাল। বুঢ়ীক বজাৰৰ পৰা ইটো সিটো আনি দিয়ে। পদুমকতো দিয়েই। মাত্ৰ আহিলে বাতি এপৰলৈকে বহি থাকিব খোজে। সেইখিনিতে লেঠা।

মলিয়নলংপেণ্ট, হাৱায়ান পিন্ধা, ব'দে-কপ্টেই ক'লা পৰা হেমধৰ ড্ৰাইভাৰক ভিতৰলৈ নি বহিবলৈ দিবলৈ বুঢ়ী বাধ্য হ'ল। সি পীৰা এখনতে বহি পদুমলৈ চাই হাঁহিলে। তায়ো হাঁহিলে। হেমধৰে মিঠাইৰ টোপোলাটো আগবঢ়াই দিলে। এনেকুৱা এটা টোপোলা প্ৰায়েই আহে। গতিকে চাহ এটোপা দিবলগীয়া হয়। আজিও দিব লগা হ'ল। বুঢ়ীয়ে বটাটো লৈ হেমধৰৰ লগত বহি নীতিনীয়েকক ক'লে চাহ কৰি আনিবলৈ আৰু ভাতৰ পিনেও চকু ৰাখিবলৈ।

হেমধৰ দেখাত নিজৰ্দ্দ প্ৰকৃতিৰ। কিন্তু ভিতৰি তাৰ বুধি আছে বুলি গাৱঁৰ সকলোৱে কয়। নহ'লে বজাৰলৈ অহা-যোৱা কৰি কৰিয়েই সি মটৰ চলাবলৈ শিকিলে কেনেকৈ? তাৰ ঘৰখনো আজি কালি পোহৰ হৈ আহিছে— সি টিনপাতৰ ঘৰ এটা আৰম্ভ কৰিছেই। কোনোবাই খুজিবলৈ গ'লে কিন্তু পইচা নাই বুলি কয়—টিনৰ বা কাঠৰ ধাৰ মাৰিবলৈ আছেই, নাইবা যোৱা বেলি গৰু কিনোঁতে কম কষ্ট কৰিবৰ লগা হ'ল জানো, এনেকৈ কৈ থয়। মিঠাইৰ টোপোলা আনি, চাহ-পানীৰ খোলা পাতিও সি জানো

বুধিৰেই চিনাকি দিয়া নাই? এই বুলি কুঞ্জনাথে এদিন দিবাকৰৰ আগত কৈছিল।

চাহ হয়া মানে হেমধৰে বাসে পেহীৰ সংসাৰৰ খা-খবৰ ল'লে। খাজনা-ভাজনা দি থকা হৈছে নহয়? আধিৰ ধান পোৱাত কিবা অসুবিধা হৈছে নেকি? এই বোলি আহুধান বেচি দিবই পৰা হ'ব হ'বলা; মাবোৱাৰী বাবুক ক'ব নেকি? দামৰ কাৰণে একো ভয় নাই, সি আছে।

এইবিলাক কথাৰ কাৰণে হেমধৰৰ নিচিনা ডেকা ল'ৰা বুঢ়ীক লাগে। যদিও পদুমৰ কাৰণে আহে তথাপি এই অহাতে বাসেশ্বৰীয়ে হেমধৰৰ হতুৱাই কাম কৰাই লয়। বুঢ়ীৰ পৈত্ৰিক মাটি-বাৰী আছে। তাৰ আৰ্জনেৰেই ঘৰ চলেঁ কোনোমতে। দুই এপদ বস্তু আনি দিয়াৰ উপৰি হেমধৰে বুঢ়ীৰ ধান বজাৰত বেচি দিয়ে। গতিকে বুঢ়ীয়ে হেমধৰক অলপ বেলেগ চকুৰে চায়।

চাই খাই থাকোঁতে কুঞ্জনাথ চোৰ আহি ওলাল। ক্ষীণ, বেজীমুৰা কুঞ্জনাথে সাধাৰণতে তলমূৰে ওপৰ নকৰে। জপৰা চুলি কোচাৰে সি মানুহৰ আগত চুচুক-চামাকেই কৰি থাকে। পদুমৰ চকুলৈ কিয়, সি তাইৰ গাৰ চালখন-লৈকে বেছিপৰ চাই থাকিব নোৱাৰে। হেমধৰক সুন্দৰকৈ বহি চাহ খাই থকা দেখি সি বাসে পেহীক মাত লগাই সোমাই আহিও উলটি যাবই খুজিছিল। পিচে হেমধৰেই মাত লগাই বখালে, "কি অ' তই হ'বলা ঘৰৰ পৰা ওলালিয়েই?" অৰ্থাৎ কুঞ্জনাথ চোৰৰ বৃত্তিত লাগিবৰ সময় হলেই? কুঞ্জনাথে বেৰৰ ফালে চাই থাকি উৰ্চপিচাবলৈ চাঁবিলে। পদুমে পুতোতে পীৰা এডোখৰ আনি দি ক'লে, "বহা।" ৰক্ষা পৰি সি বহিল। বুঢ়ী গহীন হ'ল। পদুমলৈ খঙেৰে চালে।

কুঞ্জনাথক বাসেশ্বৰীয়েও মনে মনে ঘিণ কৰে। কিন্তু দেখুৱাই একো নকয়। কাৰণ সি চোৰে কৌতিয়াবা বুঢ়ীবো বাৰী লুবুকি পকা পকা তামোলগাল পাৰি নি বেচি দিবগৈ পাৰে। আকৌ টানে আপদে বুঢ়ীক কেতিয়াবা কুঞ্জনাথৰো সহায় লাগে। "হেৰ কুঞ্জ বজাৰৰ পিনে যাব নেকি?" বুলি বাটেদি চুচুক-চামাককৈ গৈ থকা কুঞ্জনাথক ৰাসে বুঢ়ীয়ে চোতালৰ পৰা মাত লগালে তাৰ আন কাম থাকিলেও পৰম উৎসাহত আগবাঢ়ি আহি ক'ব, "অ' যাওঁ, কিবা লাগিব নেকি?" পদুমে কিবা অনুৰোধ কৰিলেতো কথাই নাই, "ৰঙা ডিয়েমচি এনেছা আনি দিবা, পইচা লৈ যোৱা" বুলি তাই পইচা আনিবলৈ ভিতৰলৈ গ'লেই কুঞ্জনাথে "এ নেলাগে নেলাগে মোৰ পইচা আছে"

বুলি বেগা-বেগীকৈ খোজ পেলাই পদুলি মুখ পাবগৈ। বুঢ়ীৰ আৰু এটা ভয় আছে; পথাৰ আৰু বাৰী লুৰুকাৰ উপৰি বজাৰতো সিন্ধি দিয়া পোলাকটা বুলি কুঞ্জৰ নাম আছে। মানুহটো কাইটীয়া হ'লেও গাত হেনো ভতৰা গৰুৰ বল আছে। কোনোবা দিনা ৰাতি বেৰ কাটি সোমাইহি যদি? কি ঠিক, মুখত সোপা দি পদুমক লৈ···বুঢ়ীক ঘৈয়াই থৈ যাবও পাৰে।

বুঢ়ীয়ে সুধিলে, "তামোল খাবা নেকি?"

সি বিপৰীত ফালে চাই ক'লে "দিয়ক এখন।"

পাক ঘৰৰ পৰা পদুমে চিঞৰি কৈ পঠিয়ালে "মই কুঞ্জলৈ চাহ বাকিছোঁ আইতা।" পদুমৰ মাত শুনি সি ইফালে সিফালে চাবলৈ ধৰিলে।

তাৰ গতি বিধিলৈ লক্ষ্য কৰি থকা হেমধৰে লাহেকৈ সুধিলে, "আজি তোৰ ডিউটী নাই নেকি?"

"ককাইদেৱে কিযে কয় আৰু!" এই বুলি কুঞ্জনাথে আকৌ উচঁপিচাব ধৰিলে। বুঢ়ী আৰু হেমধৰে পৰস্পৰলৈ চাই মিচিক মাচাককৈ হাঁহিবলৈ ধৰাত তাৰ অৱস্থা আৰু কাহিল হৈ পৰিল। এনে সময়তে পদুমে চাহ মিঠাই আনি কুঞ্জনাথৰ আগত মাটিতে থ'লত যেনিবা সি ৰক্ষা পৰিল। সি তলমুৰকৈ চাহ খাবলৈ ধৰিলে। হেমধৰে পদুম আৰু বুঢ়ীৰ লগত কথা পাতিবলৈ ধৰিলে।

যাবৰ সময়ত হেমধৰে কুঞ্জনাথকো লৈ গ'ল। সি যাব নুখুজিছিল। কৈছিল তাৰ অন্য এফালে কিবা কাম আছে। কিন্তু ড্ৰাইভাৰে "থ থ এই ৰাতিখন তোৰ কি কাম থাকিব আমাৰ জনা আছে" বুলি ডাবি ধমকি দি জোৰকৰি চোৰক উলিয়াই লৈ গ'ল।

বাহিৰখনত কিবা থাকিলনেকি চাই লৈ দুৱাৰত ডাং দিবলৈ ওলাই ৰাসে পেহীয়ে ভোৰভোৰাবলৈ ধৰিলেঃ পদুলিশুঙা সোপাই আহিবলৈ নেৰে, আমাৰ নাটেচৰীৰো নাচোন-বাগোন নুগুচে। চোৰকো চাহ খুৱাব লাগে! কোনোবা দিনা কিবা অঘটন ঘটক, পাবি মজা পালি।

ঘৰ অ'তাবলৈ লৈ পদুমে মিচিককৈ হাঁহি পেলালে। বুঢ়ীয়ে যবলৈ অহা সকলোকে পদুলিশুঙা বুলি কয়, গালি পাৰে—কিন্তু মুখৰ আগত হ'লে ভালদৰেই সোধ-পোছ কৰে। কাৰণ কাক কেতিয়া কি কামত লাগে একো ঠিক নাই। পদুমে কেতিয়াবা তাইক বেয়াকৈ কোনোবাই জোকালে খণ্ডতে কিবা কিবি কৈ দিয়ে; তেতিয়াও বুঢ়ীয়ে কথাটো পাতলাই দিবলৈ চেষ্টা

কৰে, যাতে সিহঁতক কোনেও বেয়া পাই নেযায়। কিন্তু অকল এই কাৰণতেই তাই এতিয়া হঁহা নাই। কুঞ্জনাথৰ প্ৰতি কৃতজ্ঞ হোৱাৰ তাইৰ আৰু কাৰণ আছে। সি তাইক বাসে পেহীৰ বিষয়ে নজনা বহুত কথা কৈছে।

মাত্ৰ এসপ্তাহ মান আগৰ কথা। সেইদিনা ৰাসেশ্বৰী ৰাতিপুৱা এফালে ওলাই গৈছিল। পদুম অকলে ঘৰত আছিল। কুঞ্জনাথ ক'ৰবাৰ পৰা ওলালহি। তাই অনুমান কৰিলে সি নিশ্চয় ৰাতি ওলোৱা নাছিল, গতিকে শুই মেলি আহিছে, নহ'লে নিশাচৰে এপৰলৈকে শুয়েই থাকিলহেঁতেন। নাইবা পুৱতি নিশা মনে মনে কাৰোবাৰ বাৰী লুৰুকি নি বজাৰত বেচি মেলিহে উভটি আহিছে। যি হওক, এই বিষয়ে একো নকৈ তাই তাক বাহিৰতে দুৱাৰ মুখত বহিবলৈ দিলে যাতে বুঢ়ী হঠাৎ আহি ওলালেও তাক বাহিৰতে দেখেহি। কথাটোৰ গম ধৰিব পাৰি চোৰে সুধিছিল, 'মই আহিলে তুমি বেয়া পোৱা নেকি পদুম ?"

সিটো কোঠাত থকা পদুমে সেইদিনাও মিচিক্‌কৰে হাঁহি পেলাইছিল। কাৰণ কুঞ্জনাথৰ কথাখিনি থিয়েটাৰৰ বচন যেন লাগিছিল। সি যেন এই নিৰ্জান পৰিবেশৰ সুযোগ লৈ কথাষাৰ সজাই পৰাই মোলায়েমকৈ ক'বলৈ চেষ্টা কৰিছিল।

হাঁহি সামৰি তাই উত্তৰ দিছিল, "কিয় বেয়া পাম ? মানুহৰ ঘৰলৈ মানুহ আহিলেনো বেয়া পাব লাগেনে ?" ইয়াৰ অৰ্থ যিয়েই নহওক, কুঞ্জনাথৰ বোধকৰো থিয়েটাৰৰ উম্মা চৰি গ'ল তাকে শুনি, কাৰণ সি চূণ একণ খোজাৰ ছল কৰি উঠি ভিতৰ পালেগৈ। চূণ খুজিলে। কিন্তু সি ঠাইতে থিয় হৈ চকুহাল ঘনাই উঠোৱা-নমোৱা কৰি সমুখত বৈ থকা গাভৰু ছোৱালী জনীৰ প্ৰতি অঙ্গৰ ওপৰত চুলুং চাৱনি বুলাই যাব ধৰিলে। চূণৰ ভুৰুকাটো হাতত লৈ পদুমো ঠাইতে বৈ থাকিল। তাইৰ বুকু অলপ কঁপি উঠিল। কিন্তু তাই ভয় খোৱা যেন নেদেখুৱালে।

হঠাৎ কুঞ্জনাথ থৰ থৰ কৰে কঁপি থকা হাত দুখনেৰে পদুমৰ হাত এখনত ধৰিলে। তাৰ পিচত কন্দনামুৱা হৈ ক'লে, "মই তোমাৰ হাতত অলপ সময় ধৰি থাকোঁ দেই ?" এইবুলি সি পদুমৰ অনুমতিলৈ বাট নেচাই তাইৰ হাতখন লিৰিকি-বিদাৰি পিটিকি থাকিবলৈ ধৰিলে। তাৰ অৱস্থা দেখি তাৰ প্ৰতি পুতৌত তাইৰ অন্তৰখন ভৰি গ'ল। গতিকে তাই অলৰ অচৰ হৈ কিছু সময় বৈ

থাকিল। কিন্তু সেইদৰে বেছি সময় বৈ থাকিব নোৱাৰি। কোন সময় বুঢ়ী ওলাইহি ক'ব নোৱাৰি। সেই কাৰণে পদুমে অলপ সময় কুঞ্জনাথক হাতখন ছুই থাকিবলৈ দি ক'লে, "বাৰু এতিয়া যোৱা আগৰ ঠাইত বহাগৈ। আইতাই আহি দেখিলে খং কৰিব।"

কুঞ্জনাথ খপ-জপকৈ ওলাই আহিল। সি গোটেই মানুহটো ৰঙা পৰি গৈছিল। কপালত ঘাম বিৰিঙি ওলাইছিল। দুবাৰমান সেপ গিলি ল'ব লগাও হৈছিল। তথাপি মনৰ তৃপ্তি তাৰ চকু মুখত স্পষ্ট হৈ উঠিছিল। বাহিৰলৈ আহি আকৌ দুৱাৰ মুখত বহি সি সেই কাৰণেই অলপ তাচ্ছিল্যৰ সুৰত ক'লে, "আইতাই কি কৰিব? বুঢ়ীৰ কথা আমাৰ সকলো জনা আছে।"

সেই সময়তে কুঞ্জনাথে ৰাসেশ্বৰীৰ অতীত কীৰ্ত্তিৰ কাহিনী কৈছিল।

সেইদৰে কোৱাত স্বাভাৱিকতে আইতাকৰ বিষয়ে জানিবলৈ পদুমৰ পৰম ঔৎসুক্য জাগি উঠিছিল। গতিকে তাই কুঞ্জনাথৰ ওচৰলৈ আহি ভিতৰ পিনে বহি লৈছিল আৰু তাৰ পৰা সেই কাহিনী বৰ আগ্ৰহেৰে শুনিছিল ঃ

গাভৰু কালত ৰাসেশ্বৰী অকলেই বাস কৰি ফুৰা বিধৰ আছিল। গাঁৱত বুঢ়া-মেথাই এতিয়াও মনত পেলাব পাৰে যে দেখিবলৈ শুনিবলৈ ভাল নোহোৱা ৰাসেশ্বৰীয়ে কিন্তু যৌৱন আৰু ভৰুণ গাটোকে সম্বল কৰি বেছ ৰাজত্ব কৰিছিল। বনবনাই ফুৰা, বিহুত নচা, অকলে অকলে গাঁও ফুৰি ফুৰা, ডেকা ল'ৰাহঁতৰ লগত চিঞৰ বাখৰ হাঁহি খিকিন্দালি কৰি সময় কটোৱা—এইবোৰৰ কাৰণে ৰাসেশ্বৰী গাঁওখনৰে আতঙ্ক স্বৰূপ হৈ পৰিছিল। কাৰণ কাৰ ঘৰৰ গাভৰু ছোৱালী বাসেশ্বৰীৰ লগত পৰি অবাটে যায় কি ঠিক? তেওঁৰ চৰিত্ৰ সম্বন্ধেও বহুতে বহুত কথা কৈছিল। কাৰণ মাজে সময়ে একো ৰাতি তেওঁ ক'ত কটাইছিলগৈ কোনেও ক'ব নোৱাৰিছিল।

বহুতে হেনো তাইক অসময়ত বৰ বেয়া ঠাইত বৰ বেয়া অৱস্থাতো নিজ চকুৰে দেখিছিল।

আৰু কিমান যে চিঠি নাহিছিল বাসেশ্বৰীলৈ! আৰু ক'ৰ ক'ৰ পৰা যে নাহিছিল! কাৰ কাৰ পৰা যে নাহিছিল! তেতিয়াৰ দিনত সতাই মণ্ডলৰ নিচিনা পেন্দুকণা ল'ৰাহঁতৰ এটা চখেই আছিল বাদাম গুটি কিনি খাবলৈ পাতি-পইচা এটাৰ বিনিময়ত ৰাসেশ্বৰীৰ চিঠি অনা-নিয়া কৰি দিয়াত।

তথাপি বোধহয় ৰাসেশ্বৰীৰ এদিন কাৰোবাৰ লগত বিয়া হৈ গ'লহেঁতেন।

কিয়নো দেখিবলৈ বেয়া ছোৱালীবো এদিন বিয়া হয়। চেহেৰাৰে নোৱাৰি যৌৱনেৰে তেওঁ কাৰোবাক ফান্দত পেলাব নিশ্চয় পাৰিলেহেঁতেন। নাইবা কোনোবা বৰলাত চাপি হ'লেও এখন সংসাৰৰ অধিকাৰিণী হ'লহেঁতেন। কিন্তু তেওঁৰ নিজৰ ভুলৰ কাৰণে একো এটা নহ'লগৈ। ৰাসেশ্বৰী এদিন বজাৰৰ পাঞ্জাৱী মিস্ত্ৰি এটাৰ লগত পলাই গ'ল। পাঞ্জাৱী মিস্ত্ৰিৰ লগত তেওঁ কেনেকৈ যে সম্বন্ধ স্থাপন কৰিছিল কোনেও ভাবি উলিয়াব নোৱাৰিলে। পাঞ্জাৱীটোৱে বজাৰত থাকি বাঢ়ৈৰ কাম কৰিছিল। ৰব ডেকা মানুহ নহয়। তাৰ দেশত হেনো ল'ৰা-তিৰোতা আছিলেই। এইবোৰ কথা পিচতহে ওলাইছে। বহুতে সন্দেহ কৰে যে সতাই মণ্ডলৰ পিতাকেই বন্দবস্তটো কৰি দিছিল। তেওঁও মণ্ডল আছিল। কাঠৰ ফ্ৰেমেৰে টিনপাতৰ ঘৰটো বুঢ়া মণ্ডলেই সজাইছিল। কাঠৰ দুৱাৰ খিৰিকী বজাৰত কৰাই আনিছিল পাঞ্জাৱী মিস্ত্ৰিৰ হতুৱাই। নিশ্চয় বুঢ়া মণ্ডলেই ৰাসেশ্বৰীক পাঞ্জাৱীৰ লগ লগাই দিছিল।

কিন্তু নিটিকিল। এসপ্তাহৰ পিচত ঘৰৰ ছোৱালী ঘৰলৈ উলটি আহিল। পঞ্জাৱীয়ে বোলে ঠগিলে। কাৰণ সি ৰাসেশ্বৰীক বিয়া কৰাব খোজা নাছিল, কেৱল ৰাখিবহে খুজিছিল। এই কথাত কিন্তু ৰাসেশ্বৰী কোনো মতেই মান্তি নহ'ল। গতিকে তেওঁ এদিন মনে মনে পঞ্জাৱীটোৰ ওচৰৰ পৰা পলাই আহিল। পাঞ্জাৱীটো কোনিবা গ'লগৈ। মাৰ খোৱাৰ ভয়তে আৰু বজাৰলৈ নাহিল।

গতিকে ৰাসেশ্বৰীৰ বিয়া হোৱাৰ আশা চিৰদিনলৈ নোহোৱা হৈ গ'ল। এই ঘটনাৰ পিচৰ পৰা ৰাসেশ্বৰী কিছু সাৱধান হ'ল। আগৰদৰে আৰু উৎপাত কৰি নুফুৰা হ'ল। দিন যোৱাৰ লগে লগে মানুহেও তেওঁৰ আগৰ কথাবিলাক পাহৰি যাবলৈ ধৰিলে। এনেকি এসময়ত মানুহজনীকে পাহৰি পেলালে। ৰাসেশ্বৰী গাঁৱতে থাকি গ'ল। বয়স হ'ল। সৰু ল'ৰা-ছোৱালীবোৰ ডাঙৰ হ'ল। সিহঁতৰো বিয়া হ'বলৈ ধৰিলে! ৰাসেশ্বৰী এদিন ৰাসেপেহী হৈ পৰিল।

বুঢ়ীৰ মনটো আৰু মুকলি নহ'ল। সেইবাবে শুবৰ পৰলৈকে নাতি-নীয়েকৰ লগত বৰ বেছি আৰু কথা নহ'ল। দুয়ো দুয়োফালে মুখ কৰি কাঠৰ চালপীৰা খনত পৰি থাকিল। বুঢ়ী বেৰৰ দাঁতিত, পদুম ইফালে। ভৰি-পথানৰ ওচৰত থকা অকণমানি খিৰিকীখন পুৰণা তক্তা এচলাৰে দিনে-

ৰাতিয়ে বন্ধ কৰি থোৱা হয়। নুমাই যোৱা লেমটো আৰু টিপচাকিগছ বিছনাৰ ওচৰতে মাটিত থয়। দৰকাৰ হ'লেই বুঢ়ীয়ে জুইবাঁহটো উলিয়াই পদুমক দিয়ে।

কৃষ্ণপক্ষৰ জোন ওলাইছিল। সেইবাবে লেমচাকি নুমুৱাৰ কিছুপৰ পিচত ভিতৰখন অলপ পোহৰ পোহৰ লাগিল। মুধেদি বা জলঙাইদি জোনাক অলপ সৰকি আহি কেতিয়াবা গালে-মুখে পৰিবহিও পাৰে। গাওঁখনত তেনেকৈ হাই-উৰুমি আৰু একো শুনা নেযায়। কুকুৰৰ ভুকভুকনিহে দূৰৰ পৰা মাজে মাজে ভাঁহি আহে।

লৰ-চৰ নকৰাকৈ পৰি থাকিবলৈ ৰাসেপেহীয়ে বহুত চেষ্টা কৰিও পৰা নাছিল। টোপনি নাহেহে নাহে। কিন্তু টোপনি আহক আহক কৰি থাকিলে সি বেছি নহাহে হয়। সেই বাবে বুঢ়ীয়ে দুবাৰো কাতি সলাবলগীয়া হ'ল। হুমুনিয়াহ একোটাক চেপি চেপি এৰি দিবলৈ চেষ্টা কৰিলে যাতে উশাহ-নিশাহৰ শব্দ যেন শুনি।

পদুমে সকলো গম পাইছিল যদিও তাকে ভাবি থাকিবলৈ তাইৰ মন আৰু সময় নাছিল। তাই নিজৰ চিন্তাতে ব্যস্ত। আজি কথা এটা ক'বই লাগিব। নহ'লে হয়তো কোৱাই নহ'ব। ইমান দিনে ক'বলৈ ভয় কৰি আছিল আৰু নিশ্চয় ক'ব পৰাও নাছিল। সিদিনা কুঞ্জনাথে আইতাকৰ কথাবোৰ ক'বৰে পৰা পদুমৰ ভয় ভালেখিনি ভাগিল ( কমি গ'ল )। আজি ফুৰিবলৈ গৈ ইটো কথাৰ বিষয়েও নিশ্চিত হ'ব পাৰিলে। গতিকে আজি নোকোৱাৰ আৰু কোনো অৰ্থ নাই।

"আইতা!" অৱশেষত পদুমে আৰম্ভ কৰিলে। তাই অলপ ৰ'ল। বুঢ়ীৰ সাৰ-সুৰ নাই, ওপৰ-মুৰকৈ পৰি আছে, চকু দুটা জোৰ কৰি মুদি আছে। "কাইলৈ প্ৰসন্ন ককাইদেউ আমাৰ ইয়ালৈ আহিব। তোক ক'বলৈ কৈ পঠিয়াইছে। কাইলৈ দুপৰীয়া আহিব।"

তথাপি বুঢ়ীয়ে একো সঁহাৰি নিদিলে। কিন্তু চকু দুটা আপোনা আপুনি ডাঙৰকৈ মেল খাই গ'ল। সেই মুহূৰ্ত্তে পদুমে বাগৰ সলাই আইতাকৰ ফালে চোৱা হ'লে বুঢ়ীৰ সেই আচৰিত হৈ পৰা ভাবটো দেখি খিল-খিলাই হাঁহি পেলালেহেঁতেন। কিন্তু প্ৰসন্নৰ কথা ক'বৰ সময়ত তাই কোনো-মতেই এই ফালে ঘূৰি চাব নোৱাৰিলে।

"তই টোপনি গ'লি নেকি?" পদুমে অলপ চৰা সুৰত ক'লে, "মই কি কৈছো শুনিছ নে নাই?"

"কিয় আহিব খুজিছে প্ৰসন্ন ইয়ালৈ কাইলৈ ?" বুঢ়ীয়ে এইবাৰ শব্দবোৰ এটা এটাকৈ কোনো মতে সুধিলে। বৰ অনিচ্ছাতহে যেন কৈছে, এনে শুনা গ'ল।

"মোৰ কথা ক'বলৈ আহিব। মানে তোক সুধিবলৈ আহিব। মই আহি-বলৈ কৈ আহিছোঁ।"

বুঢ়ীয়ে একো মন্তব্য নকৰিলে। মাত্ৰ প্ৰসন্ন বোলা ডেকা ল'ৰাটোৰ চেহেৰাটো মনত পেলাবলৈ চেষ্টা কৰিলে।

"তেওঁলোকৰ ঘৰত হেনো মত আছে। মানে ল'ৰাৰ কথাৰ ওপৰত আপত্তি নকৰেঁ।"

ল'ৰাটো বৰ বেয়া নহয়। হৃষ্ট-পুষ্ট। হাঁহি মুখীয়া। প্ৰজেক্টৰ অফিচত চাকৰি কৰে। ভাবি থাকোঁতে বুঢ়ীৰ চকু দুটা লাহে লাহে সেমেকি আহিবলৈ ধৰিলে। তথাপি মুখৰ পৰা মাত নোলাল।

"তেওঁ তোৰ কথাও কৈছে। কৈছে যে তয়ো ইয়াত থাকিব নেলাগে। ইয়াৰ মাটিখিনি বেচি তোকো তালৈকে লৈ যাব—তাতে নতুনকৈ মাটি কিনিব।"

ৰাসেশ্বৰী বুঢ়ীৰ চকুৰেদি সৰসৰকৈ পানী বৈ আহিল। তেওঁ ভবাতকৈ কথাবোৰ বহুত বেলেগ হৈ গ'ল। কুঞ্জনাথক চাহ দিয়া কাৰণে তেওঁৰ খং উঠি আছিল। কুঞ্জনাথ চোৰৰ নিচিনা হীন প্ৰাণীকো আদৰ সাদৰ কৰিব লাগেনে, এই ভাবি নাতিনীয়েকৰ ভৱিষ্যৎ আন্ধাৰ দেখি তেওঁৰ বুকুখন গুজৰি গুমৰি আছিল। তেওঁলোকৰ ঘৰলৈ অহা কোনো এটাকে অৱশ্যে তেওঁ সহ্য কৰিব নোৱাৰে। তাতোকৈ অসহ্য পদুমে সকলোকে মাতবোল, সোধ-পোছ কৰিব কিয় ? কিন্তু প্ৰসন্নই বিয়াৰ প্ৰস্তাৱ দিবলৈ অহাটো সম্পূৰ্ণ বেলেগ।

আইতাকে একো নমতা দেখি পদুমে হঠাৎ ঘূৰি চালে। অলপ আগতে পোহৰতে সোতোৰা পৰা গাল দুখনেদি বৈ গৈ থকা বুঢ়ীৰ চকুপানীবোৰ তাইৰ চকুত স্পষ্টকৈ পৰিল। আইতাকে কি কাৰণে কান্দিছে পদুমে ঠিক ধৰিব নোৱাৰিলে। কিন্তু ধৰি ল'লে যে নাতিনীয়েক গুচি যাব বুলি বেজাৰতে কান্দিছে। আজি কেবাদিনো আইতাকক মনতে তাচ্ছিল্য কৰি অহা কাৰণে অনুশোচনা হোৱাত পদুমে বুঢ়ীক "আইতা" বুলি সাৱটি ধৰিলে।

## বুদ্ধদেৱ

"আপুনি সুখীনে ?"—হটঙা মাৰ্কিন চিপাহী জনে সেইদিনা মোক পোনে পোনেই সুধিছিল।

ধেমালি কৰিছে বুলি ভাবি ময়ো নভবা-নিচিন্তাকৈ টপৰাই উত্তৰ দিছিলোঁ, "হয় মই সুখী"। এই বুলি হাঁহি মই তেওঁৰ চকুত কোঁচ খোৱা চকু দুটালৈ চাইছিলোঁ। একেই মিলিটাৰী দিন, অননুভূতপূৰ্ব এটা গতিশীলতাই এনেয়ে মোৰ গা-মন ৰঞ্জিত কৰি তুলিছিল ; তাতে ইংৰাজীত কথা ক'ব পাৰি আমোদো পাইছিলোঁ।

মোৰ উত্তৰৰ একো প্ৰত্যুত্তৰ নিদিয়া দেখি মুখৰ আগলৈ আহিয়েই গৈছিল যে সোধো আপুনি সুখী নহয় নেকি ? কিন্তু মোলৈ একেথৰে চাই থকা তেওঁৰ সেই নিস্তেজ চকু হালিত চকু পৰাত একো ক'ব নোৱাৰিলোঁ। তেওঁ ইমান কৰুণভাৱে মোলৈ কিয় চাই আছিল বুজিব নোৱাৰিলোঁ। আৰু দুটা নিস্তেজ চকুত ইমান বেজাৰ ফুটি উঠা মই তাৰ আগতে দেখা নাছিলোঁ। মই চকু নমাই লৈছিলোঁ।

মই তেতিয়া মিলিটেৰী এৰ'দ্ৰোম এখনত কাম কৰিছিলোঁ। কোৱাৰ্টাৰ মাষ্টাৰ্ছ ছাপ্লাই বিভাগত। চিপাহী আৰু অফিচাৰ সকলৰ মূৰৰ ষ্টীল হেলমেটৰ পৰা ভৰিৰ মোজা জোৰলৈকে সাজ-সজ্জা বিলাই দিব লাগে। কোঢ়া-মুঠীয়া নিয়ন্ত্ৰণ ব্যৱস্থা প্ৰৱৰ্ত্তন নোহোৱালৈকে গেঞ্জি, আণ্ডাৰওৱেৰ, ছিল্কৰ মসৃন মোজা আমাৰ ভাগতো পৰিছিল, মানে আমি ভাৰতীয় কৰ্ম্মচাৰী সকলেও এনে সৰু-সুৰা বস্তু সৰকাইছিলোঁ। চিপাহীহঁতৰো দুই এজনে আমাক খাৰ্টনি ধৰিছিল, বেয়া বা পুৰণি নোহোৱাকৈয়ে দুই এপদ বস্তু সলাই দিবলৈ। পিচলৈ অৱশ্যে আমাৰ অত্যাচাৰত কৰ্তৃপক্ষ বেঁকা হৈ উঠিল।

সেইদিনা সেই হটঙা মাৰ্কিন চিপাহীজনেও নতুন কামিজ এটা বিচাৰি আহিছিল ; আগতে হেনো ফটা কামিজ এটা দি গৈছিল। তেওঁৰ কাৰ্ডখন উলিয়াই চালোঁ, হয়, এটা কামিজ পাব লাগে। কিন্তু তেওঁৰ জোখৰ কামিজহে নোলাল ; মানুহজন অস্বাভাৱিক ভাৱেই শকত আৱত। [ পিচত তেওঁৰ ডিঙিৰ জোখটোৰ কথা কওঁতে আমাৰ লগত কাম কৰা আন এজন মাৰ্কিন চিপাহীয়ে কৈ উঠিছিল, "হে ঈশ্বৰ ! ই মানুহ নহয়, এটা গাহৰিহে।" ]

পিচৰ সপ্তাহত আকৌ খবৰ কৰিবলৈ কৈ তেওঁক বিদায় দিছিলোঁ। কাৰ্ডখনৰ তাৰিখটো চাই বুজিছিলোঁ যে তেওঁ কাগজটো বিচাৰিবৰ ইতিমধ্যেই তিনি সপ্তাহমান হৈ গ'ল। কিন্তু তথাপি একো ওজৰ-আপত্তি বা উচ্চ-বাচ্য নকৰি তেওঁ গুচি গৈছিল। মাত্র যাবৰ সময়তহে কাগজটোৰ লগত সম্বন্ধ নথকা কথা এষাৰ কৈ গৈছিল, "যি মানুহে নিজকে সুখী বুলি ক'ব পাৰে সেই মানুহ আনৰ ঈৰ্ষাৰ পাত্ৰ।"

তেওঁৰ কথাত মই আৰু বিশেষ মূল্য দিয়া নাছিলোঁ। কাম আৰু সংসাৰৰ মাজত বুৰ গৈ সহজে পাহৰিও গৈছিলোঁ। কিন্তু তেওঁৰ কথা মনত ৰাখিবলৈ ক্রমে ক্রমে মই বাধ্য হৈছিলোঁ।

মানুহজন ছ-ফুট চাৰি ইঞ্চিমান ওখ। গলধনটো প্রকাণ্ড। চুলিবোৰ চুটি চুটি, দুই এডালত পকো ধৰিছিল। বয়স ৩৭। ৩৮ বছৰ হ'ব। নাকটো ডাঙৰ, পোন, জোঙা। হাতৰ আঙুলিবোৰ ঠৰঙা, ডাঙৰ ডাঙৰ, ছাইন পোষ্টৰ দৰে মুকলি হৈ থাকে। কংকালৰ চিন নায়েই বুলিব লাগে, পেটি মৰা পেণ্টটো নাইৰ তললৈ গৈ কথমপিহে খহি নপৰাকৈ থাকে। কাপোৰ-কানিৰ তেনেকৈ লাগ-বান্ধ নাই, জধলাই বুলিব পাৰি; ধোবাই ধোৱা কাপোৰ এসাজ পিন্ধিলে প্রথম দিনাহে অলপ মুকলি দেখি; পিচ দিনাৰ পৰা আকৌ জধলা হৈ পৰিব। প্রাইভেটৰ চিন থকা খাকী টুপীটো তেল-চিকটি লগা। সেইটো সলাবলৈ নাহে।

কেৱাদিনো লগ পোৱাৰ পিচত কাৰ্ডখনত দেখা নামটো মোৰ মনত ৰ'লগৈঃ 'ছেমুৱেল জাৰিগা'—লগৰ মানুহে ছেম বুলি মাতে। কিন্তু জোকাবলৈ চেষ্টা নকৰিলেহে তেওঁক ছেম বুলি মাতে, নহ'লে সাধাৰণতে "দি বুদ্ধ" বুলিলেহে ছেমুৱেল জাৰিগাক বুজায়। কাৰণ তেওঁ মিলিটেৰীত থাকিও সংসাৰ বিৰাগী ধৰণৰ মানুহ। সৈনিকৰ হৈ-চৈৰ মাজত তেওঁ কোনো দিন নাছিল। লগৰীয়াৰ সৈতে বজাৰে বজাৰে ঘূৰে, কিন্তু তথাপি উদাস হৈ নিমাতে থাকিব। কেম্পত খেল-ধেমালি হয়, মেল-আড্ডা বহে, ছেম এচুকত বহি থাকে। তেওঁৰ এই নিঃসঙ্গতা সকলোৰে চকুত পৰে, কিন্তু কোনেও মন নকৰে; কোনোবাই যদি মন কৰেও তেন্তে বুদ্ধদেৱৰ শান্ত-সৌম্য-সমাহিত মূৰ্ত্তিটোৰ দৰে বহুৱাই দিয়ে।

এইবোৰ কথা মই আমাৰ লগত কাম কৰা ৰাল্টাৰ বাৰ্লী নামৰ নিগ্রো কৰ্পোৰেল জনৰ মুখে শুনিছিলোঁ। ৰাল্টাৰ ছেমৰ সম্পূৰ্ণ বিপৰীত—সদাহাস্য,

ছটফটীয়া, ফিটফাট আৰু বৰ কথাচহকী। আমেৰিকান হিচাপে বৰ ওখ-পাখ আৰু শকত-আৱত নহয়, মুখখন অৱশ্যে মৰম লগা। বালীৰ মুখত কথা, হাঁহি, গান যি কোনো এবিধ লাগিয়ে থাকে। গুদামৰ ভিতৰতে কেতিয়াবা কেতিয়াবা তেওঁৰ শ্বেতকায় বন্ধু এজনক ধৰি বলৰুম ডেন্স কৰিবলৈ লাগি যায়। নিজৰ ঘৰৰ কথা কেতিয়াও নকয়, কিন্তু দেশত কেইজনী ছোৱালীৰ মূৰ খাই থৈছে তাৰ লেখ দিবলৈ বৰ ভাল পায়। অৱাইচ মাতৰ বাহিৰে আমাৰ দেশৰ আন একো কথা শিকিবৰ আগ্ৰহ মই ৱাল্টাৰৰ দেখা নাছিলোঁ। মুঠতে সাধাৰণ মাৰ্কিন চিপাহী এজনৰ ধাৰণা ৱাল্টাৰৰ গাত থাপ খাই পৰে।

এই ৱাল্টাৰৰ পৰাই জানিব পাৰিছিলোঁ যে তেওঁলোক দুয়ো কেণ্টুকীৰ একেখন চহৰৰ মানুহ। "বাডী" নহ'লেও পৰস্পৰে পৰস্পৰক ভালদৰেই চিনি পায়। ৱাল্টাৰ যি প্ৰকৃতিৰ ডেকা, ছেম তেওঁৰ অন্তৰঙ্গ বন্ধু নোহোৱাই স্বাভাৱিক। ৱাল্টাৰেই কৈছিল, ছেমুৱেলৰ হেনো ল'ৰা-ছোৱালী সাতটা। মিলিটেৰীত নাম ভৰ্ত্তি কৰাৰ আগতে গেৰেজ এটাত সামান্য মেকানিকৰ কাম কৰিছিল। সংসাৰত উন্নতি কৰিবলৈ যত্ন কৰাতকৈ বোলে দুখ-বেজাৰ কৰি থকাটোৱেই ছেমৰ স্বভাৱ। গতিকে কষ্টে-মষ্টে চলা ডাঙৰ সংসাৰখনত ঘৈণীয়েকৰ খেচখেচনি খাওঁতেই যায়। বেচেৰা নিৰ্জ্জু মানুহ, কেতিয়াও কাঁজিয়া-পেচাল নকৰে, ঘৈণীয়েকে খং কৰিলে মাত্ৰ গোমোথা মাৰি বহি থাকে। ৱাল্টাৰৰ ভাষাত, "ৰাতি ছেমক আলিবাটত লগ পালেই বুজিব লাগিব যে ঘৰত মিছেছ টৰ্ণেডো-তুলা হৈ আছে।"

ৱাল্টাৰেই কৈছিল যে ছেমুৱেলৰ পৰিবাৰ চহৰখনত জাল্লিপী নামে জনাজাত। গিৰিয়েকতকৈ ভালেখিনি চাপৰ, লিৰ্চপিচীয়া মানুহজনী। ল'ৰা-ছোৱালী হৈ হৈ এতিয়া হাড়ে-ছালেহে আছেগৈ। অতিপাত খং-চোকা তিৰোতা মিছেছ জাৰিগা। জীয়ৰীকালৰ নাম বেটী। বিয়াখন হৈছিল বেটীৰ চেষ্টাতে, "নহ'লে আমাৰ বুদ্ধদেৱ সংসাৰী হোৱা বিধৰ মানুহ নাছিল," ৱাল্টাৰৰ ধাৰণা। ছেমৰ বিশাল বুকুৰ মাজত অগাধ প্ৰেম আৰু প্ৰকাণ্ড অৱয়ৱটোৰ মাজত অপাৰ পৌৰুষ বেটীয়ে বিচাৰিছিল। সেই দুটাৰ অভাৱ হয়তো ছেমৰ মাজত নাছিল, কিন্তু বেটীয়ে যি ধৰণে আৰু যি পৰিমাণে বিচাৰিছিল সেই অনুপাতে নেপালে; কাৰণ সেই দুটা বস্তু থাকিলেও স্বভাৱৰ 'দোষত' তাক দিব পৰা মন ছেমৰ নাছিল। ফলত বেটী নিৰাশ

হৈছিল। তথাপি নিজে মনে-খনা পৃথিৱী পুতি পেলাব নোৱাৰি তাতে সন্তুষ্ট হ'বলৈ যত্ন কৰিলে। কিন্তু সন্তুষ্ট হোৱা আৰু সন্তুষ্ট হ'বলৈ চেষ্টা কৰা দুটা বেলেগ কথা। নৈৰাশ্যৰ পৰা ওপজা ক্ষোভ ক্ৰমাৎ বাঢ়ি গ'ল বাৰ্দ্ধক্য, সংসাৰৰ বাৰ্দ্ধক্য অভাৱৰ ফল স্বৰূপে। মানুহজনী আছিল বেচ কৰ্ম্মপটু, কোনো দুখ ভাগৰলৈ ভ্ৰূক্ষেপ নকৰি গা-খাঁটি, মাথিৰ মূৰৰ ঘিউ কাঢ়ি কাঢ়ি ঘৰখন চলায়। কিন্তু তেওঁ ক্ৰমাৎ খিংখিঙীয়াও হৈ আহিল বেছি। গতিকে স্বভাৱতে অসুখী ছেমুৱেলৰ অশান্তিও বাঢ়ি আহিল।

এইবোৰ কথা শুনি ছেমুৱেল জাৰিগালৈ মই অলপ বেলেগ চকুৰে চোৱা হ'লোঁ। অলপ সহানুভূতিও হ'ল। বেচেৰাই মনৰ শান্তি বিচাৰি পোৱা নাই ; গতিকে লগৰ চিপাহীহঁতে জোকাই-মেলি থকাটো বৰ ঠিক হোৱা নাই। নিতান্ত নিৰ্জ্জু ভাল মানুহ কাৰণেহে সকলো অত্যাচাৰ সহি থাকে। তেতিয়াৰ পৰা মই ছেমুৱেলক লগ পালেই ভালদৰে নানান কথা পাতিবলৈ ধৰা হ'লোঁ। ·গা কেনে সোধোঁ, ঘৰৰ খা-খবৰ পাইছেনে নাই, ভাৰতখন কেনেকুৱা লাগিছে, এইবোৰ সোধোঁ। তেওঁ বৰ ভদ্ৰভাৱে উত্তৰ দিয়ে, কয় যে আমাৰ দেশখন এখন বৰ ডাঙৰ দেশ। বহু মনীষীৰ এইখন জন্মভূমি, পল ব্ৰাণ্টন আৰু স্বামী যোগানন্দৰ কিতাপত আজিও ভাৰতৰ আধ্যাত্মিক উৎকৰ্ষৰ চৰ্চ্চা হোৱাৰ কথা কয় [ মই আক' এইবোৰ কিতাপৰ নামকে শুনা নাই, সেইবাবে গা বচাই হুঁ-হাঁ কৰি যাওঁ ]।

এদিন আবেলি ছেমুৱেল হঠাৎ মোৰ ঘৰ ওলালহি। সেইদিনা ঘৰোৱাহি কামত মই ছুটী লৈ আছিলোঁ। আবেলি আজৰি হৈ এবছৰীয়া ছোৱালীজনী কোলাত নচুৱাই নচুৱাই পদুলিতে বৈ আছিলোঁ। বাটৰ সমুখৰ আলিবাটটোৰেদি অন্যান্য বাটৰুৱাৰ সৈতে মাজে মাজে বিদেশী সৈনিক দুই-চাৰিজনকো গৈ থকা দেখিছিলোঁ। এবাৰ তাৰে এজন হঠাৎ বৈ গ'ল আৰু মোৰ ফালে বৰকৈ চাবলৈ ধৰিলে। মোৰো অলপ কৌতূহল হৈছিল, অলপ ভয়ো খাইছিলোঁ যেতিয়া চিপাহীজন মোৰ ফালে আগুৱাই আহিল। কিন্তু ওচৰ পালত ছেমুৱেল বুলি চিনি পাই আশ্বস্ত হ'লোঁ।

তেওঁ বেছ উৎফুল্ল হৈয়েই মোক মাত লগাই ক'লে যে ট্ৰাকত উঠি এজাক চিপাহী দুৰৰ এঠাইত কাম কৰিবলৈ গৈছিল। উলটি আহোঁতে সময় থকা বাবে ঠাই চাবৰ মনেৰে তাৰে কিছুমানে বাটত নামি গ'ল। "আপনি ইয়াত থাকে বুলি

ক'বই পৰা নাছিলোঁ।" এইবুলি তেওঁ মোৰ ছোৱালীজনীৰ লগত নানান অঙ্গ-ভঙ্গী কৰি ধেমালি কৰিবলৈ ধৰিলে।

আধা ভদ্রতাৰ খাতিৰত, আধা আগ্রহেৰে মই ছেমুৱেলক মোৰ ঘৰলৈ মাতি লৈ গ'লোঁ। মিলিটেৰীৰ লগত হলি-গলি কৰিবলৈ ভয়ো লাগে। ওচৰ চুবুৰীয়ায়ো ভাল চকুৰে নেচায়। তাতে মোৰ ঘৰটোও বৰ ভাল বিধৰ নহয়, ভিতৰত আচবাবৰ নামত যি কেইডোখৰ কাঠ আছে দেখুৱাবলৈকে লাজ লাগে। ছেমুৱেল চহকী দেশৰ চাহাব মানুহ; কি আদব-কায়দাৰে বা থাকে কোনে জানে। গতিকে অলপ সঙ্কোচো হৈছিল। কিন্তু তেওঁৰ কথাবোৰ জনাৰ পৰা তেওঁৰ প্ৰতি মোৰ মনত অলপ বেলেগ ভাব হৈছিল। তেওঁক সহানুভূতি দেখুৱাবলৈ পালে মই ভালেই পাইছিলোঁ।

ছেমুৱেলক বহিবলৈ দি মই ভিতৰত খবৰ দিলোঁগৈ যে আমেৰিকান চিপাহী এজন আহিছে, শুদা চাহকে একাপ খুৱাব লাগে। চাহ লৈ পৰিবাৰক ওলাই আহিবলৈ ক'লোঁ। তেওঁ মান্তি হ'ব নোখোজে কোনোমতে। শেষত যেতিয়া ক'লোঁ যে তেওঁ ওলাই নাহিলে মোৰ সন্মানেই নৰয়; তেতিয়াহে ঘামি-জামি ক'লে—"মই কিন্তু চাহ কাপ দিয়েই পলাম।" ছোৱালীজনী কাৰোবাৰ হাতত দি মই ওলাই আহি ছেমুৱেলৰ লগত কথা পাতিবলৈ ধৰিলোঁ। ক'লোঁ যে মোৰ সামান্য ঘৰ। মিলিটেৰীৰ কামত সোমোৱাৰ আগতে মই নিচেই কম দৰমহাৰ চাকৰি এটা কৰিছিলোঁ, আমাৰ ঠাইডোখৰ নগৰো নহয়, সেইবাবে কষ্টে-মষ্টে কোনোমতে চলি যায় ইত্যাদি [ নক'লোঁ যে মই আগতে ত্ৰিশ টকা দৰমহাত আলি মহৰি কাম কৰিছিলোঁ, গাৱঁৰ নিচিনা সুবিধা থকা বাবে আমি এতিয়াও খেতি-বাতি কৰি খাওঁ। মিলিটেৰী চাকৰিত মাহে এশ বিশ টকাকৈ পাই মোৰ উপাৰ্জ্জন ভালেই হৈছে, মিলিটেৰীৰ সৈতে আওপকীয়া দুই-এটা কাৰবাৰ কৰিও দুই পইচা আৰ্জ্জিছোঁ ]। মোৰ লঘিমা দেখি ছেমুৱেলেও নম্ৰভাৱে ক'লে যে তেওঁয়ে সাধাৰণ অৱস্থাৰ মানুহ। দেশত কোনোমতেহে পেট প্ৰবৰ্তাইছিল, যুদ্ধৰ পিচতো সেই একে অৱস্থাই কিজানি হ'বগৈ; মোৰতো অৱস্থা ভালেই দেখিছে, আহল বহল মাটি এডৰাত নিজৰ ঘৰ আছে, আৰু নো কি লাগিছে?

চুবুৰীৰ মানুহে আঁতৰৰ পৰা বৰ কৌতূহলেৰে ছেমুৱেলক চাই চাই গৈছিল। ল'ৰা-ছোৱালীহঁতেতো খিৰিকীয়েদিয়েই ভুমুকি মাৰি চাইছিল। মই লাজ পাইছিলোঁ। ছেমুৱেলক কৈছিলোঁ তেওঁ যেন বেয়া নাপায়, বিদেশী

অতিথি এজনৰ ওচৰত সিহঁতৰ এই আচৰণ বৰ ঠিক হোৱা নাই। উত্তৰত তেওঁ কৈ উঠিছিল, "সেইটো কি কথা ? ইয়াত বেয়া পাবৰ কি আছে ? এইটো স্বাভাৱিক কথা। আপুনি মোৰ ঘৰলৈ গ'লে আমাৰ ল'ৰা-ছোৱালীয়ে বেঁৰি নধৰিবনে ?"

চাহ লৈ পৰিবাৰ ওলাই আহিল। তেওঁক দেখিয়েই ছেমুৰেল বহাৰ পৰা উঠিল। মই চিনাকি কৰি দি ক'লোঁ যে দুখৰ বিষয় তেওঁ ইংৰাজী নেজানে। ছেমুৰেলে কষ্ট কৰি হাত দুখন বুকুৰ ওপৰলৈ নি ক'লে, "নমস্তে!" চাহ আৰু কাপপ্লেট অনা ডাঙৰ কাঁহীখন টেবুলত থৈ আমাৰ তেওঁ তেতিয়া ৰঙা পৰিছিল। বেচেৰী, বয়সো তেতিয়া বৰ কম আছিল। ইফালে মই পেন্দোৱাকৈ চায়েই আছোঁ ক'ৰবাত কিজানি ভুল কৰিয়েই পেলায়। ছেমুৰেলে নমস্কাৰ দিয়াৰ লগে লগে তেওঁ মোৰ চকুলৈ চাই—বোধকৰো মোৰ চকুৰ ইংগিত বুজি পাই—তেওঁৰ হাত দুখন দাঙি প্ৰতি-নমস্কাৰ জনালে। [মোৰ বন্ধু-বান্ধৱক প্ৰথমবাৰ লগ পালেই নমস্কাৰ দিবলৈ তেওঁক অৱশ্যে কেতিয়াবাই শিকাই থোৱা হৈছিল।] তাৰ পিচত তেওঁ "আপোনালোকে চাহ খাওক" বুলি কৈ হাঁহি মাৰি আলহীৰ পিনে চাই ভিতৰ সোমাই গ'ল।

তেওঁ কি কৈ গ'ল মই বুজাই দিয়াত ছেমুৰেলে বৰ আমোদ পালে। তাৰ পিচত আমি চাহ খাবলৈ ধৰিলোঁ। দুখন প্লেটত নাৰিকলৰ লাড়ু আৰু অলপ অলপ নিমখীয়া কাজুবাদাম দিয়া হৈছিল। তাকে চোবাই চোবাই আমি চাহ খাইছিলোঁ আৰু কথা পাতিছিলোঁ। মই সুধিছিলোঁ, ইয়াত ল'ৰা-ছোৱালী দেখি তেওঁৰ কিজানি নিজৰ লৰা-ছোৱালীলৈ খুব মনত পৰে ?

তেওঁ উত্তৰ দিছিল, "মনত পৰে। কিন্তু কেতিয়াবা বিতৃষ্ণাও লাগে। মোৰ ল'ৰা-ছোৱালী সাতটা।" "জানোঁ। আপোনাৰ কথা বালীয়ে কৈছে।"

"কৈছেনে ?" তেওঁ যেন আতঙ্কিত হৈ উঠিল ঃ "কি কৈছে ?"

তৎক্ষণাৎ সাৱধান হৈ ক'লোঁ, "কৈছে যে আপোনালোকৰ মনে-চিতে মিলা বিয়া সফল হৈছে, সংসাৰত কিছু কিছু আহুকাল থাকিলেও আপোনালোকে একো আপত্তি নকৰি চলি যায় আৰু ল'ৰা-ছোৱালীক মৰম কৰে, এইবোৰ আৰু!"

ছেমুৰেলে স্বস্তিৰ নিশ্বাস পেলালে। কিন্তু তলমূৰকৈ থাকি অলপ সময়লৈ কিবা চিন্তাত মগ্ন হ'ল। তাৰ পিচত চাহ কাপ শেষ কৰি তেওঁ ক'লে, "বুজিছে সঁচা কথা ক'বলৈ হ'লে মই ইমানবোৰ ল'ৰা-ছোৱালী কাহানিও বিচৰা

নাছিলো। জঞ্জালনো বাৰু কোনে ভাল পায়? কিন্তু বেটীৰ মতে চলিবলৈ গৈহে এনে অৱস্থা হৈছে—বেটী মোৰ স্ত্ৰীৰ নাম। তাকে নকৰা হ'লেই মিছামিছি কাঁজিয়া আৰু অশান্তিৰ সৃষ্টি হ'লহেঁতেন।

উৎসাহ দিবলৈকে মই কৈছিলোঁ, "এৰা, এৰাধৰাকৈ মিলা-প্ৰীতিৰে থকাই ভাল।" তেওঁক একো নমতা দেখি ময়েই আকৌ যোগ দিছিলোঁ, "তথাপি বিচৰা নাছিল বুলি জানো হোৱা ল'ৰা-ছোৱালী কেইটাক আপুনি ভাল নোপোৱাকৈ থাকিব পাৰিব?"

তেওঁ ক'লে, "চাওক, মোৰ মনৰ ভাব আপোনাক ঠিক বুজাব নোৱাৰিম। মোৰ ল'ৰা-ছোৱালী কেইটাক মই নিশ্চয় ভালপাওঁ, সিহঁতৰ কাৰণে মই কষ্ট কৰিবলৈকো ভালপাওঁ। কিন্তু কেতিয়াবা মই সিহঁতৰ প্ৰতি ভালপোৱা, বেয়াপোৱা একোকে অনুভৱ নকৰা হওঁ। মোৰ নহৈ সিহঁততো আনৰো হ'ব পাৰিলেহেঁতেন। মই যেনেকৈ মোৰ আই বোপাইৰ কথা পাহৰি গৈছোঁ সিহঁতেও মোৰ কথা এদিন পাহৰি যাব। তেন্তে আমি পিতৃ সন্তান হৈ কি লাভ হ'ল? তদুপৰি মই এদিন মৰি যাম, বেটীও মৰিব, ল'ৰা-ছোৱালীও মৰিব। কাৰো একো চিন নেথাকিব। তেন্তে সংসাৰ কৰি কি লাভ?"

মোৰ মনত পৰিছিল ছেমুৱেলক বুদ্ধদেৱ বুলি জোকোৱাৰ কথা। কিন্তু কথাখিনি তেওঁ ইমান ঐকান্তিকভাৱে কৈছিল যে সেই সময়ত তেওঁক জোকাই ধেমালি কৰিবৰ মন নগ'ল। মাত্ৰ ক'লোঁ, "এইবোৰ তত্ত্ব কথা মই বৰকৈ বুজি নেপাওঁ। আপুনি যে মিছা কৈছে এনে নহয়। আপুনি ঠিকেই কৈছে। কিন্তু তাৰ উত্তৰ দিব পৰা ক্ষমতা মোৰ নাই।"

ছেমুৱেলে হাঁহি ক'লে, "এইবোৰ ভাবি ভাবি ময়ো পাৰ পোৱা নাই। ভাবো কাৰণে মানুহে মোক 'দি বুদ্ধ' বুলি পেংলাই কৰে। ভাবি পাৰ নেপালেও মই মুৰ ঘমাওঁ, আপুনি নঘমায়, আপুনি ক'ব পাৰে যে আপুনি সুখী, মই ক'ব নোৱাৰোঁ। আমাৰ মাজত সেয়ে পাৰ্থক্য।"

তেওঁ বৈ গ'ল। মইও ক'বলৈ একো বিচাৰি নেপালোঁ। অলপ পিচত তেৱেঁই সুধিলে, "আপুনিতো মোক কেতিয়াও সোধা নাই মই কিয় মিলিটাৰীত সোমাই যুদ্ধলৈ আহিলোঁ?"

অলপ ভাবি তেওঁক ভালৰি বোলাবলৈকে ক'লোঁ, "মিত্ৰ পক্ষই যি কাৰণে যুঁজিছে—জাপান আৰু জাৰ্মানীৰ গৰাহৰ পৰা মানৱ জাতিক ৰক্ষা কৰিবৰ কাৰণে।"

ছেমুৱেলে আকৌ হাঁহিলে। "সেইটো হয়, কিন্তু মোৰ ক্ষেত্ৰত সেইটো অৰ্দ্ধ-সত্য। ফ্ৰণ্টলৈ নহাকৈও মই থাকিব পাৰিলোঁহেঁতেন। কিন্তু আহিলোঁ। আপোনাৰ আগত নকৈ কি, মই এটা বিৰক্ত মানুহ; সংসাৰত থাকি মই অলপো সুখী নহওঁ; যন্ত্ৰৰ দৰে কাম কৰি যাওঁ, কিন্তু কামবোৰৰ একো অৰ্থ বিচাৰি নেপাওঁ। য'লৈকে যাওঁ দুখ পাওঁ। বেটীক গ্ৰহণ নকৰিলোঁহেঁতেন, কিন্তু বেচেৰীয়ে বেয়া পাব বুলিয়েই বিয়াত সম্মতি দিলোঁ। তাৰ পৰা মোৰ দুখ বাঢ়িলহে। এনেকুৱা অশান্তিৰ সময়তে প্ৰাচ্যৰ নানান কথা, আপোনালোকৰ দেশৰ কথা মাজে মাজে পঢ়ি মই সকাহ পাইছিলোঁ। পল ব্ৰাণ্টনৰ কথা মই আপোনাক কৈছোঁৱেই। প্ৰাচ্যই মোক আহ্বান কৰি আছিল। যুদ্ধই সেই সুবিধা দিলে। অহাৰে পৰা ইয়াৰ মানুহক বুজিবলৈ যত্ন কৰিছোঁ।"

মই সুধিলোঁ, "কিবা ৰহস্য ভেদ কৰিব পাৰিছেগৈনে?" "নাই পৰা। সহজ নহয়। কিন্তু ৰহস্যৰ সন্ধান পোৱা যেন লাগে। এই দেশৰ মানুহৰ জীৱন ৰচনা পদ্ধতি আমাৰ পৰা বেলেগ। তাতেই কিবা এটা আছে যেন লাগে।"

সেই দিনা তেনেকুৱা কথা বহু পৰলৈ কৈ গধূলি আন্ধাৰ হোৱা সময়ত ছেমুৱেল গ'লগৈ। যাওঁতে মোৰ স্ত্ৰীক আকৌ মাত লগাই গ'ল আৰু আমাৰ ঘৰলৈ আহি বৰ ভাল পালে বুলি আৰু আমাৰ কথা মিছেছ জাবিগালৈ লিখিব বুলি কৈ গ'ল। ছেমুৱেলৰ মাজত সেই দিনা মই এটা নতুন মানুহ আৱিষ্কাৰ কৰিলোঁ, যদিও সম্পূৰ্ণৰূপে হৃদয়ঙ্গম কৰিব পৰা নাছিলোঁ। ইমান ডাঙৰ ডাঙৰ কথা ভবা মানুহটোলৈ মোৰ শ্ৰদ্ধা উপজিল।

তাৰ পাচত লগ পালেই আমি আন্তৰিকতাৰে কথা পাতোঁ। দুয়ো বন্ধু হৈ উঠিলোঁ। পৰস্পৰে পৰস্পৰৰ ঘৰৰ খা-খবৰ লোৱা হ'লোঁ। এদিন ছেমুৱেলে মোক সুধিছিল, মই উপন্যাস-চুপন্যাস পঢ়োঁ নেকি বুলি। মই ফাঁকি দিছিলোঁ, দুই-এখন পঢ়োঁ কেতিয়াবা। কিবা কিবি কেবাখনৰো কথা সুধিছিল, মই এখনো পঢ়া নাছিলোঁ। তেওঁ পায় যদি বিচাৰি দিব বুলি আশ্বাস দিলে। এদিন জেমচ্ হিল্টনৰ "লষ্ট হৰাইজন" (হেৰোৱা দিগন্ত") খন আনি দিলেহি। দিয়াৰ পিচৰ পৰাই তেওঁ সুধিবলৈ ধৰিলে পঢ়িছোঁনে নাই। কেবা দিনলৈকে নাই পঢ়া বুলি কৈ কৈ লাজ পাই এদিন পঢ়িবলৈ আৰম্ভ কৰিলোঁ। পেছোৱাৰৰ পৰা বিমান এখনত কেইজনমান মানুহক তিব্বতৰ পিনে (এতিয়া ভালদৰে মনত নাই) পাহাৰৰ মাজৰ ছাংৰি-লা নামৰ এক অজ্ঞাত ঠাইলৈ

নিয়াৰ কথা আৰু তাত আমাৰ শান্তিৰ কথা উপলব্ধি কৰাৰ কথা পঢ়িলোঁ।

কিতাপখন পঢ়ি থাকোঁতেই এদিন শুনিলোঁ এদল সৈন্যৰ লগত ছেমুৱেল ব্ৰহ্ম নে চীনৰ সীমান্তলৈ গুচি গ'ল। যুদ্ধত শিবিৰৰ পৰা সৈনিক তেনেকৈ যায়েই, তাত আচৰিত হ'বলগীয়া একো নাই। কিন্তু বালীহঁতক কোৱা-কুই কৰা শুনিলোঁ, তেওঁ বোলে বিমানত উঠি এইদৰে ফ্ৰণ্টলৈ যাবলৈ স্বেচ্ছাই আগবাঢ়ি ওলাইছিল। মোৰ অনুমান হ'ল সেই গল্পৰ বিমান যাত্ৰাৰ দৰেই কোনো অজ্ঞাত ঠাইলৈ মনৰ শান্তি বিচাৰিহে ছেমুৱেল সেইদৰে গ'লগৈ।

মনটো অলপ বেয়া লাগিল। আমাৰ ফিল্ডখন খাচ ৰণক্ষেত্ৰৰ পৰা বহুত দূৰৈত, টোপৰ ধ্বনি য'ত কাচিৎহে শুনিবলৈ পোৱা যায়। বিভীষিকাতকৈ আমোদ-আহ্লাদকে আমি যুদ্ধৰ অৱদান বুলি ভাবিছিলোঁ। এনে অৱস্থাত লগৰে মানুহ এজন সীমান্তলৈ গুচি গ'লে দুখ লাগিবৰে কথা। তাতে আমাৰ গুদামলৈ মাজে সময়ে মৰা মানুহৰ বস্তু-বাহানি আহে, তেজ লগা কাপোৰ-কানি, স্ত্ৰী বা সন্তানৰ ফ'টো থকা মনিবেগ ইত্যাদি খুলি চাবলৈকে আমাৰ ভয় লাগে। ঈশ্বৰে নকৰক, ছেমুৱেলৰ বস্তুভৰা কিটবেগ এটা যদি কেতিয়াবা আহি যায়?

এবছৰ মানৰ পিচত যুদ্ধ শেষ হ'ল। সেই এবছৰ আমি ছেমুৱেলৰ একো খবৰ নাপাওঁ। জাৰ্ম্মানীয়ে আত্মসমৰ্পণ কৰোঁতেই সৈনিকহঁতৰ মনত আনন্দৰ সীমা নোহোৱা হৈছিল—গান-বাজনাৰে কেম্প অঞ্চলত সমদল যাত্ৰা কৰিছিল। জাপানৰ পৰাজয়ৰ পিচততো শিবিৰ সামৰি দিহাদিহি যাবলৈকে ওলাল। আমাৰ চাকৰিৰ মিয়াদো উকলি আহিল। মই চাকৰিৰ সন্ধানত ঘূৰিবলৈ ধৰিলোঁ। অৰ্ডিনেন্স ডিপো কিছুমান গঢ়ি উঠিছিল, সেইবোৰতে চেষ্টা কৰিলোঁ। এঠাইত এটা কাম পোৱাৰ আশাও হ'ল।

এদিন পুৰণি অফিচলৈ গ'লোঁ। যাবলৈ ওলোৱা সৈনিক দুই এজনক মাত লগাবলৈ গৈছিলোঁ। আমাৰ অফিচটো বন্ধ। এটা তম্বুৰ পৰা ওলাই অহা বালীয়ে ক'লে, "বন্ধুদেৱ ঘূৰি আহিল নহয়। সৌ এশ নং তম্বুতে আছে। আমি উলটি যাবলৈ ওলালোঁ।"

মই লৰালৰিকৈ এশ নং তামিঘৰটোলৈ গ'লোঁ। ছেমুৱেল অকলে উদং খাটিয়া এখনত বহি আছিল। মজিয়াত পৰি আছিল ওফোন্দা কিটবেগ, টিনৰ চুটকেছ, আন টালি-টোপোলা। মই যোৱাত, কোলাতে হাত দুখন পেলাই

বহি থকা ছেমুৱেলে মূৰ দাঙি চালে। মানুহটো আগতকৈ বহুত ক'লা পৰিল; চকুৰ চুকবোৰ বৰকৈ কোঁচ খাইছে; মনটো মৰা; কাপোৰ-কানিও মলিয়ন আৰু শোতমোচ খোৱা। তেল ঢুকাই অহা চাকি এটা হঠাৎ এবাৰ বোঁচকৈ জ্বলি উঠাৰ দৰে মোক দেখি তেওঁৰ চকু দুটা উজ্জলি উঠিল। বহাৰ পৰা উঠি তেওঁ হাত আগবঢ়াই দিলে। সেই হাত মই নিজৰ হাতত লৈ ক'লোঁ, "আপোনালোক যাবগৈ বুলি শুনি গুড়বাই দিবলৈ আহিলোঁ। আপোনাৰ কথা বাৰ্লীয়ে এই মাত্ৰ ক'লে।"

মোক আথে-বেথে খাটিয়াখনতে বহুৱাই ছেমুৱেলে ক'লে, "আপোনাক কেনেকৈ লগ পাম ভাবিয়েই আছিলোঁ। মই আজি ৰাতিপুৱা পালোঁহি। কাইলৈ ৰাতিপুৱা আমাৰ ইয়াৰ কেউটা স্কোৱাড্ৰন উঠি যাব লাগিব। আপোনাক লগ নোপোৱাকৈ যোৱা হ'লে মোৰ বৰ দুখ বৈ গ'লহেঁতেন।

মই ক'লোঁ, "স্বদেশলৈ, আপোনজনৰ ওচৰলৈ বহুত দিনৰ মূৰত যাবলৈ পাম বুলি আপোনালোক আটাইৰে বৰ আনন্দ লাগিছে নহয়নে?"

"সেইটো স্বাভাৱিক। মাত্ৰ মইহে বিশেষ একো উৎসাহ পোৱা নাই।" কিয় বুলি সুধিব খুজিছিলোঁ, কিন্তু তাৰ আগতেই তেওঁ মোক বহিবলৈ কৈ বাহিৰলৈ ওলাই গ'ল। অলপ পিচতে ক'ৰবাৰ পৰা দুটা কাগজৰ গিলাচত ফলৰ ৰস লৈ তেওঁ উলটি আহিল। ওচৰা-ওচৰিকৈ বহি আমি তাকে খাই খাই কথা পাতিবলৈ ধৰিলোঁ।

মই সুধিলোঁ, "আপুনি ইমান দিন ক'ত আছিল?"

ক্ষীণ হাঁহি এটা হাৰি তেও ক'লে, "নকব আৰু, একে ঠাইতে থকা নাছিলোঁ, নানান ঠাই ঘূৰি ফুৰিলোঁ। এবাৰ বাৰদিন মালয়ৰ হাবি এখনত আন দুজনৰ লগত লুকাই থাকিব লগা হৈছিল। ভাগ্যে জাপানীহঁতে নাপালে। তাৰ পিচত কোনো মতে উদ্ধাৰ পাই মই সুবিধা বুজি মঠে মঠে, পেগোডাই পেগোডাই ঘূৰি ফুৰিলোঁ। পিচে এই যুদ্ধৰ সময়ত প্ৰায় মঠকে শূন্য পালোঁ। সকলোৱেই হাবিত আশ্ৰয় লৈছেগৈ।"

মই ক'লোঁ, "আপুনি বৰ ক্ষীণালে। কিবা অসুখ হৈছিল নেকি?"

তেওঁ আকৌ ক্ষীণকৈ হাঁহিলেঃ "মেলেৰীয়া হৈছিল। কিন্তু বিশেষ একো নহয়। চেহেৰাটো চাগৈ আপুনি বেয়া দেখিছে। মই পিচে একো অনুভৱ নকৰোঁ।"

মানুহটোৰ মাজত কিবা এটা গভীৰ বেদনা আছিল যেন লাগিল। কিন্তু

কি মই ধৰিব নোৱাৰিলোঁ। একে আষাৰে সোধাও টান, তেওঁ নিজেও নকয়। পৰস্পৰৰ পৰা চিৰবিদায় গ্ৰহণ কৰি আমি বাহিৰলৈ ওলাই আহিলোঁ। তেওঁ মোক ঘাই বাটলৈকে আগবঢ়াই দিলে। এৰা-এৰি হ'বৰ সময়ত মই ক'লোঁ, "দেশলৈ গ'লে আপোনাৰ স্বাস্থ্যৰ উন্নতি হ'ব।"

ছেমুৱেলে ক'লে, আগতকৈ বেছি দুখ লৈহে মই দেশলৈ উলটিছোঁ। মনৰ সুখ নহ'লে স্বাস্থ্য ভাল নহয়। যোৱা বছৰ দক্ষিণ-পূব এছিয়ালৈ গৈ মই যি দেখিলোঁ, পৃথিৱীলৈ শান্তি ঘূৰি আহিবলৈ বহুত দিন লাগিব। যুদ্ধৰ আগতেও যদি মানুহৰ মুক্তিৰ কিবা আশা আছিল, এতিয়া সিও কমি গ'ল। এতিয়া ঘৰ আৰু চহৰ সাজোঁতেই মানুহৰ দিন যাব, তাকে কৰাত মানুহ ব্যস্ত হৈ থাকি থাকি বেয়া হৈ যাব। যুদ্ধই ভঙা পৃথিৱীত আজি বহু সজ-কামৰ প্ৰয়োজন। সিমান সজ কাম কৰাৰ ক্ষমতা মানুহৰ নাই, সিমান সজ কামৰ বাবে উপযুক্ত মানুহো নাই।"

মই নিৰৱে বিদায় লৈছিলোঁ। তেওঁ বহুদূৰলৈকে মোক চাই আছিল। তেওঁৰ মনৰ দুখ অলপ অলপ উপলব্ধি কৰা যেন লাগিছিল।

চৈধ্য বছৰমান পিচত সিদিনা মোৰ ডাঙৰ ছোৱালীজনীয়ে ভগৱান বুদ্ধৰ স্মৃতি সভা এখনত বুদ্ধদেৱৰ মহিমা বৰ্ণাই ৰচনা এখন পাঠ কৰিছিল। তাইৰ গৰ্ব্বিত পিতৃ হিচাপে ময়ো সভালৈ গৈছিলোঁ। কিন্তু সেইদিনা মোৰ বাবে বাৰে ছেমুৱেল জাৰিগালৈহে মনত পৰিছিল।

## বংশ ধ্বংসৰ ইতিবৃত্ত

বিৰাট বৰুৱা বংশত আজি ভাঙনে ধৰিছে। এই ভাঙন ক'ত কেতিয়া কেনেকৈ আৰম্ভ হ'ল তাকে ভাবি উলিয়াব নোৱাৰি ইন্দুমতী বৰুৱা বিমোৰত পৰিছে। বিৰাট বংশটোৰ আজি তেৰে'ই গুৰিয়াল। ইন্দুমতী বৰুৱানী বৰুৱা বালিকা বিদ্যালয়ৰ প্ৰধান শিক্ষয়িত্ৰী। পাঠশালা মহলাৰ পৰা প্ৰৱেশিকা মহলালৈকে থকা এই ছোৱালী স্কুলখনো বিৰাট আৰু ইয়াক দান কৰিছে বৰুৱা পৰিয়ালেই। কেবা বছৰো একেলেথাৰিয়ে প্ৰধান শিক্ষক বা প্ৰধান শিক্ষয়িত্ৰী বদলি হৈ থকা দেখি এটা স্থিৰতা আনিবৰ কাৰণে দেউতাকৰ পৰামৰ্শ মতে ইন্দুমতীয়েই স্কুলৰ ভাৰ গ্ৰহণ কৰিছিল। তেতিয়া তেওঁ বিধৱা হৈ ঘৰতে দুবছৰমান আছিলহি। উপযুক্ত শিক্ষা-দীক্ষা থকাত আৰু অলস জীৱনত ব্যস্ত থাকিব পৰাকৈ কাম এটা পোৱাত ইন্দুমতীয়ে স্কুলৰ কাম চলাবলৈ ভালেই পালে।

কিন্তু স্কুল পৰিচালনাৰ বিচিত্ৰ কামৰ উপৰি যে এদিন বিৰাট ঘৰখনৰো ভাৰ ল'ব লাগিব এই কথা তেওঁ ভবা নাছিল। হঠাৎ দেউতাকৰ মৃত্যু হোৱাত ঘৰৰ সকলো ভাৰ তেওঁৰ ওপৰতে পৰিল। পৰিল মানে, আন কোনো আগুৱাই নহাত ইন্দুমতী নিজেই আগুৱাই গ'ল। দেউতাক জীৱেশ্বৰ বৰুৱাই যে কেনেকৈ এই বংশটো পৰিচালনা কৰিছিল, কি কঠোৰ দক্ষতা প্ৰয়োগ কৰিছিল, তাক জীয়েকে ভাবি উলিয়াব নোৱাৰিলে। জটিল সমস্যা ইটোৰ পিচত সিটো উদ্ভৱ হৈ থকা দেখি দেখি তেওঁৰ একোবাৰ ভাব হয় যেন এই মহাভাৰ নোলোৱাই ভাল আছিল।

বৰদেউতাকৰ ডাঙৰ ল'ৰা নৰেনে কৈছে যে ইমান ডাঙৰ পৰিয়ালৰ হুলস্থুলৰ মাজত সি আৰু থাকিব নোৱাৰে। সি নিৰিবিলিত থাকিব খোজে। গতিকে সম্পত্তিৰ ভাগ হওক, তাৰ অংশ লৈ সি আঁতৰি যাব।

নৰেনৰ এই দাবীৰ কথা শুনি ইন্দুমতীৰ ভনীয়েক মালতীয়ে শহুৰেকৰ ঘৰৰ পৰা বায়েকলৈ লিখিছে, নতুন নিয়ম মতে ছোৱালীয়েও সম্পত্তিৰ ভাগ পায়; সম্পত্তি ভাগ হ'লে তায়ো পাব লাগিব।

কলিকতাৰ পৰা হীৰেনে জেঠায়েকলৈ লিখিছে যে আজি-কালি সকলো দিনেই খৰচ বাঢ়িছে। গতিকে আগৰ সমান পইচাৰে আৰু চলিব নোৱাৰি।

খৰচ বাঢ়িছেও সঁচা। বস্তু-বাহানিৰ দাম বাঢ়িছে। কামলাৰ হাজিৰা বাঢ়িছে। মানুহৰ সংখ্যা বাঢ়িছে। ইপিনে আয় কমি গৈছে। আগৰ দৰে ৰায়তৰ পৰা ধান পোৱা নাযায়। ঘৰৰ ভাড়া উলিওৱা টান হৈ পৰিছে। টেক্সৰ কোবত কাৰবাৰ চলোৱা টান হৈ পৰিছে। কাৰবাৰত কৰ্মচাৰীয়েও বৰকৈ ঠগিবলৈ লৈছে।

অৱস্থা এনে হ'বগৈ বুলি কোনে জানিছিল ? ইন্দুমতীয়ে কেতিয়াও ভাবিব পৰা নাছিল। দেউতাকেও নিশ্চয় ভবা নাছিল। বৰদেউতাক মহেশ্বৰ বৰুৱাইতো এনে হ'ব বুলি সপোনতো ভাবিব পৰা নাছিল। অথচ এই বিৰাট গুৰি আছিল তেৱেঁই। মহেশ্বৰ বৰুৱায়েই এই বংশৰ ভেঁটি শৃংখলা লগাই থৈ গৈছিল।

একোজন বীৰ পুৰুষে নিজ বাহুবল আৰু দক্ষতাৰ সহায়ত একোখন নতুন ৰাজ্য স্থাপন কৰাৰ দৰে মহেশ্বৰ বৰুৱায়ো অকলশৰে নিচেই সামান্য অৱস্থাৰ পৰা নিজৰ প্ৰতিভা আৰু বিচক্ষণতাৰ বলত এই বিৰাট বৰুৱা বংশৰ প্ৰতিষ্ঠা কৰিছিল, এই বংশত বৰ্তমানৰ বিৰাট সম্পত্তি গঢ়ি তুলিছিল। এখন সৰু দোকান, এটা সৰু কাৰবাৰ, অলপ অলপ মাটি-বাৰী, এইদৰেই তেওঁ জীৱন আৰম্ভ কৰিছিল। লাহে লাহে তাকেই বঢ়াই নি নি এতিয়াৰ অৱস্থা পোৱাইছিল। মাজ ভাগতে আহি ভায়েক জীৱেশ্বৰ বৰুৱায়ো ককায়েকৰ লগ লৈছিল। তেতিয়াৰে পৰা দুই ককায়েক ভায়েকে লগ-লাগি সা-সম্পত্তি বঢ়াই নিয়াত মিলিজুলি একাণ-পতীয়াকৈ লাগিছিল। তেওঁলোকৰ সামাজিক প্ৰতিষ্ঠা স্থানীয় বহুত মানুহে নিজ চকুৰে দেখিছে। এতিয়াও তেনে মানুহে মহেশ্বৰ-জীৱেশ্বৰৰ অভ্যুত্থানৰ কাহিনী প্ৰশংসাৰে ক'ব। প্ৰশংসাৰে এই কাৰণেই ক'ব যে ধন-সম্পত্তি পৰ্য্যাপ্ত পৰিমাণে হৈছে যদিও বৰুৱা ভ্ৰাতৃদ্বয় সদায়েই সমাজৰ আদৰ্শনীয় হৈ আহিছে। তেওঁলোকে অন্যায় পথ অৱলম্বন কৰা নাই। তেওঁলোকে নিজকে সমাজৰ পৰা কেতিয়াও বিচ্ছিন্ন কৰি ৰখা নাই। তেওঁলোকে সমাজক সন্মান কৰি চলিবলৈ নিজেও শিকিছে, ল'ৰা-ছোৱালীকো শিকাইছে। তেওঁলোকে এদিনলৈকে পৰস্পৰৰ ভিতৰত কাজিয়া-পেচাল কৰা নাই, বৰং মিলি-জুলি থাকি এটা শৃংখলাবোধ বংশটোলৈ আনি দিছে। মহেশ্বৰ বৰুৱাই চিৰদিন ঘৰখনক একত্ৰ কৰি ৰখাৰ ওপৰত গুৰুত্ব দি আহিছিল। সেয়ে আজিও এইখন ঘৰৰ পাগ একেটাই হৈ আছে ; মাত্ৰ চাহৰ খোলা প্ৰত্যেক

পৰিয়ালৰে বেলেগ। দুই ভাতৃৰ বহুতো ল'ৰা-ছোৱালী হ'ল। সেইবোৰৰো বিয়া-বাৰু হ'ল। গতিকে বহুত পৰিয়ালৰ সৃষ্টি হ'ল। ইন্দুমতী বৰুৱাৰ দৰে বিধৱায়ো আহি নিজ ল'ৰা-ছোৱালীৰে সৈতে ইয়াতে থাকিবলৈ ল'লে। খেলিমেলি, হুলস্থুল, হৈ-চৈ হৈ থকা সত্বেও সকলোৱে একেটা ঘৰতে আজিও আছে, একমাত্র মহেশ্বৰ বৰুৱাৰ বিধান মতেই, যি বিধানৰ জীৱেশ্বৰ বৰুৱায়ো পূৰ্ণ সমৰ্থন জনাইছিল।

শৃংখলাৰ এই বিধানলৈ কেতিয়া যে কেবোণ সোমাই গ'ল কোনেও তৰ্কৰ পৰা নাছিল। কিন্তু তাৰ প্ৰভাৱ যেতিয়া পৰিবলৈ ধৰিলে তেতিয়াহে যেন সকলোৱে অনুভৱ কৰিবলৈ ধৰিলে। এনেকৈ থাকিব নোৱাৰি, সকলোৰে প্ৰতি সমান বিচাৰ হোৱা নাই, অমুকে অমুকে কামত ইমানখিনি টকা কিয় খৰচ কৰিলে, ইত্যাদি আপত্তি, অভিযোগৰ অন্ত নোহোৱা হ'ল। অথচ মিলি-জুলি যে সকলো বিবাদ নিষ্পত্তি কৰি ল'ব পাৰি এই কথা কোনেও উপলব্ধি নকৰিলে আৰু যদি কোনোবাই কৰিছিলোঁ তাক ব্যক্ত নকৰিলে। এই কথাটোতে ইন্দুমতীৰ আটাইতকৈ বেছি বেজাৰ। তেওঁ একান্তই বিচাৰে ঘৰখন আগৰ দৰেই একত্ৰিত হৈ থাকক। বৰদেউতাক আৰু দেউতাকৰ দিনৰ দৰে শৃংখলাবদ্ধভাৱে চলক। ঘৰৰ কোনেও সেই পূৰণি শৃংখলা ভঙ্গ নকৰক। কিন্তু সেইটোহে হৈ উঠা তেওঁ দেখিবলৈ পোৱা নাই।

মহেশ্বৰ বৰুৱাই সজোৱা মূল ঘৰটোৰ চাৰিওফালে বহুত ঘৰ উঠিছে। নহ'লে পো-নাতিয়ে বিয়া-বাৰু কৰাই সৃষ্টি কৰা পৰিয়ালবোৰৰ থাকিবলৈ ঠাই নাই। প্ৰত্যেক পৰিয়ালৰে নিজৰ নিজৰ আৰ্জন আছে। কোনোৱে চাকৰি কৰে। কোনোৱে ঠিকা কৰে। কোনোৱে মাষ্টৰী কৰে। কোনোৱে সৰহীয়াকৈ মাটি লৈ দূৰত খেতি-বাতি কৰায়। কোনোৱে বাছ আৰু ঘাট চলায়। দুবেলা দুসাজ ভাতৰ কাৰণে ইন্দুমতীয়ে প্ৰতি পৰিয়ালৰ পৰা এটা নিৰ্দিষ্ট হাৰত মাহে মাহে টকা লয়। যিবিলাকে পঢ়ি আছে সিহঁতে একো দিব নালাগে। খেতিৰ চাউল আৰু কাৰবাৰৰ টকাৰে এইদৰে ঘৰখন ইন্দুমতীয়ে পৰিচালনা কৰে। আয়-ব্যয়ৰ তেওঁ হিচাপ ৰাখে। সম্পত্তিৰ তদাৰক নিজে নকৰিলেও ভায়েকহঁতক লগাই দিয়ে; কাছাৰীলৈ যাব লগা হ'লে উকীল নিয়োগ কৰে; ৰায়তে কিবা গণ্ডগোল কৰা দেখিলে ভায়েকহঁতক লৈ নিষ্পত্তি কৰিবলৈ যায়। প্ৰতিটো পৰিয়ালৰ বাকী নিজা আৰ্জনৰ ওপৰত হাত দিয়া নহয়। তেওঁলোকে

নিজ ইচ্ছা মতে খৰচ কৰিব পাৰে। বিশেষ গুৰুত্বপূৰ্ণ পৰিস্থিতিৰ উদ্ভৱ হ'লে অৱশ্যে উমৈহতীয়া পুঁজিৰ ধন ভঙা হয়। ইন্দুমতীৰ ছোৱালীজনীক আন আন ছোৱালীৰ সৈতে ভাৰত ভ্ৰমণলৈ পঠিয়াওঁতে লগা ধন তেনেকৈ দিয়া হৈছিল। নৰেনৰ ল'ৰা দুটাক জয়পুৰৰ পাব্লিক স্কুলত দিওঁতে প্ৰথমে এইদৰেই টকা দিয়া হৈছিল। ইন্দুমতীৰ ভায়েক ধীৰেনৰ ঘৈণীয়েক দুখীয়া পৰিয়ালৰ। তাৰ খুলশালীয়েক এটাৰ টি-বি হোৱাত তাৰ সহায় খোজাত সি উমৈহতীয়া পুঁজিৰ পৰাই টকা নিছিল।

নৰেনৰ ভায়েক হৰেনে কিতাপ এখন ছপা কৰিবলৈ অলপ টকা খুজি আছে, কিন্তু পোৱা নাই। হৰেনে এইবাবে প্ৰায়েই খণ্ডত দপ-দপনি তুলি থাকে।

ঘৰখনত বহুতৰে ধাৰণা যে নৰেনেই বেছি সুবিধা ভোগ কৰিছে। তাৰ ওজৰ-আপত্তিও বেছি আৰু সিয়েই মাজে মাজে অকলে থকাৰ কথা কৈ থাকে। নৰেনে কাছাৰীত চাকৰি কৰে। তাৰ ইণ্ডিঅ'ৰেণ্ডৰ ভাল বিজিনেছ আছে। সেইবাবেই দুটাকৈ ল'ৰাক পাব্লিক স্কুলত পঢ়ুৱাব পাৰিছে। বহুতৰে ধাৰণা যে নৰেনৰ শহুৰৰ ঘৰে তাক বেলেগে ঘৰ এটা সাজাই লৈ সম্পত্তিৰ অংশ লৈ আঁতৰি আহিবলৈ উচটাইছে। দেখা যায় যে নৰেনেও তাৰ আৰ্জন কম বুলি কৈ কৈ প্ৰায়েই টকা সৰকায়। সি কয় যে তাৰ ল'ৰা-ছোৱালীও সৰহ, ভালদৰে পোহপাল দিব নোৱাৰে। সেইবাবে সম্পত্তি ভাগ হৈ গ'লে সি কিবা এটা কাৰবাৰকে কৰিব পাৰিব।

ইন্দুমতীৰ অনুমান হয় যে নৰেনেৰ পৰাই ঘৰখনত ভাঙন আৰম্ভ হ'ব ধৰিছে। ল'ৰাৰ ভিতৰত সিয়েই ডাঙৰ। তাৰেই বিয়া আগতে হৈছিল। মূল ঘৰত থাকিবলৈ ঠাই নোহোৱা হোৱাত বাহিৰত তাকেই ঘৰ প্ৰথমে সাঁজি দিয়া হয়। তাৰ পাচতহে ধীৰেনহঁতৰ বাবে বেলেগে ঘৰ সজা হৈছে। এই যে মূল ঘৰৰ পৰা বিচ্ছিন্ন কৰি দিয়া হ'ল ইয়াৰ পৰাই ল'ৰাহঁতৰ মনবোৰো বহিৰ্মুখী হ'ল। সেই মনোভাবে লাহে লাহে ছোৱালীবোৰকো চুলেগৈ; নহ'লে মালতীয়ে সম্পত্তিৰ ভাগ খুজি চিঠি নিলিখিলেহেঁতেন।

নৰেনক দেখি ধীৰেনেও আজিকালি ঘনাই পইচা খুজিবলৈ আৰম্ভ কৰি দিছে। ধীৰেন ইন্দুমতীৰ নিজা ভায়েক। সি পি-ডব্লিউ-ডিৰ ঠিকা কৰে। বৰ বেছি লাভ নহয় বুলি কয়। তাতে দুখীয়া শহুৰেকৰ ঘৰখনকো সদায়েই সহায় কৰিব লাগে। আৰ্ণেষ্ট মনি দিবৰ সময়ত ধীৰেনৰ প্ৰায়েই টকাৰ নাটনি হয়। তেতিয়াই সি বায়েকৰ ওচৰত হাত পাতে। দুবাৰ

কেইবা হাজাৰকৈ টকা নিছেও। সেই টকাৰ গোটেইখিনি ঘূৰাই দিয়া নাই। দিম দিম বুলি টুটুৰাই আছে। বহুতৰে সন্দেহ যে ধীৰেনে সঁচা কথা নকয়। ঠিকাত লাভ নহৈ নাথাকে। নহ'লে গণ্ডাই গণ্ডাই ঠিকাদাৰ বৰ্ত্তি নাথাকিলহেঁতেন। বায়েকৰ পৰা টকা সৰকায়ো ধীৰেনে মজা মাৰিছে। সি নিশ্চয় বেঙ্কত টকা জমাইছে। তাৰ নিজা ভায়েক কিৰণ কলিকতাত পঢ়ি আছে। কিন্তু আজিলৈকে এটা পইচা ভায়েকক খৰচ বুলি ধীৰেনে দি পোৱা নাই। নৰেনে ঘৈণীয়েকৰ আগত কয়, "ই ধীৰেনটো বৰ কৃপণ। খুলশালীয়েকৰ চিকিৎসা নিজৰ পইচাৰেই কৰাব পাৰিলেহেঁতেন।"

কিৰণৰ নামত পাৰঘাট এটা ডাকি লোৱা হৈছে। সেইটোও ধীৰেনেই চলায়। তাৰ পৰা কি লাভ-লোকচান হৈছে কেৱল সিয়েই জানে। সময়ত সকলো হিচাব কিৰণক বুজাই দিব বুলি সি কৈ থাকে—ঘৰৰ টকাতো ঘূৰাই দিবই বোলে।

হৰেন শিক্ষক। এখন হাইস্কুলত কাম কৰে। তাৰ নামত বাছ এখন আছে। তদুপৰি তাৰ কথা মতেই ককায়েক-বায়েকহঁতে তাক আঁতৰত কেইপুৰামান ৰূপিত মাটি কিনি দিছে। তাত হৰেনে খেতি কৰায়। এইবিলাকৰ আৰ্জন তাৰ নিজা। সি বিয়া কৰোৱা নাই। কিন্তু হৰেন সাহিত্যিক মানুহ। সা-সম্পত্তিৰ পিনে বৰকৈ মন-কাণ নাই। ৰূপিত মাটিখিনি তাৰ কথামতেই কিনি দিয়া হৈছিল। সি বোলে সেই মাটিৰ জৰিয়তেই প্ৰকৃতিৰ সৈতে নিবিড় সম্পৰ্ক স্থাপন কৰিব। কিন্তু দুদিনতে দেখা গ'ল যে সাহিত্যৰ কামত সি ইমান ব্যস্ত হৈ থাকে যে পথাৰলৈ যাবলৈ সময়কে নাপায়। সেইবাবে আধিয়াৰৰ পৰা ধান পায় কম, কেতিয়াবা নাপায়েই; খেতিয়কে কয় যে ধান নহ'লেই, বানে মাৰিলে, গৰুৱে খালে ইত্যাদি। হৰেনেও খা-খবৰ নকৰি "বাৰু ঠিক আছে, পাচৰ বছৰ দিবা" বুলি কৈ থয়। বাছখনো নিজে নচলাই আন এজনক চলাবলৈ দিছে। সেইজনে নানা ফাকটি-ফুকুটা কৰি কৰি খৰচৰ উপৰি খৰচ দেখুৱায়, লোকচানৰ উপৰি লোকচান দেখুৱায়, ফলত মালিক হৰেনৰ হাতলৈ ধন আহে কম; দুৰ্ঘটনা হ'লেতো নিজে কাছাৰীত হাজিৰ হ'বগৈ লাগেই, উকীলো ধৰিব লাগে। হৰেনে খেতি-বাতি বা বেপাৰৰ ফালে একপ্ৰকাৰ পিঠি দিয়েই থাকে। পইচা-পাতিৰ কাৰণে বৰকৈ চিন্তাও নাই। মাষ্টৰীৰ পইচাৰেই তাৰ চলি যায়। খেতি আৰু বাছৰ পৰা অহা টকাবোৰ সি বেঙ্কত থৈ দিয়ে। পাৰিলে সময়ত এটা প্ৰেছ খোলাৰ ইচ্ছা আছে।

কবিতাৰ কিতাপ এখন ছপা কৰিবলৈ হৰেনৰ বৰ ইচ্ছা। এহেজাৰ মান টকা লাগে। কিন্তু সেই কেইটা টকাকে নৰেন বা ইন্দুমতীয়ে দিব খোজা নাই। টকাৰ কথা ক'লেই তেওঁলোকে কয় যে কিতাপৰ পৰা এনেয়েই লাভ নহয়, তাতে কবিতাৰ কিতাপ আৰু বিক্ৰী নহয়। পইচা কিটা পানীত পেলোৱাহে হ'ব। এই সমিধানত হৰেনে আঘাত পায়। কথাটো সি আন ধৰণে লয়। ইচ্ছা কৰিলে সি নিজৰ পইচাৰেই কিতাপখন অনায়াসে ছপাই পেলাব পাৰে। কিন্তু যি স্থলত উমৈহতীয়া পুঁজিৰ পৰা সকলোৰে দৰকাৰত ধন খৰচ কৰা হৈছে, সেই স্থলত তাৰ দৰকাৰত কিয় খৰচ কৰা নহ'ব? এইটো এটা নীতিৰ কথা।

হৰেনৰ কবিতা আৰু প্ৰবন্ধ-পাতি অসমৰ আলোচনীবিলাকত ওলাই থাকে। অৱশ্যে সি বৰ ওখ-থাপৰ কবি-সাহিত্যিক নহয়। সমালোচকে তাক সামান্য-ভাৱেহে লক্ষ্য কৰা দেখা যায়। তথাপি সাহিত্য ক্ষেত্ৰত তাৰ এটা পৰিচয় আছে। সেই পৰিচয়ক হৰেনে নিজে বৰ ওখ আসন দিয়ে। সেইবাবে সাহিত্য বিষয়ক সভা-সমিতি লৈ বেছি সময় ব্যস্ত হৈ থাকে।

ইন্দুমতীয়ে বুজে হৰেনে বেয়া পাইছে আৰু সেইটো ভাল কথা হোৱা নাই। সেইবাবে তেওঁ হৰেনক দুদিনমান অপেক্ষা কৰিবলৈ ক'লে, কিবা এটা কৰিব লাগিব। আচলতে তেওঁ জোৰা-ফোন্দা মাৰিবলৈ চেষ্টা কৰিলে।

ইন্দুমতীয়ে ভাবি পায় যে নৰেনক প্ৰশ্ৰয় দিবলৈ লোৱাৰ পৰাই ভুলৰ আৰম্ভ হৈছে। নৰেনক সুবিধা লোৱা দেখি বাকী সকলোৱে সুবিধা পাবলৈ বিচৰা হ'ল। মালতীক সম্পত্তিৰ ভাগ লাগে, ধীৰেনক টকা লাগে, হৰেনক টকা লাগে। সামূহিকভাৱে ঘৰখনৰ বিষয়ে চিন্তা কৰাতকৈ প্ৰত্যেকেই নিজে নিজৰ কথাহে চিন্তা কৰিবলৈ ধৰিলে। স্বাৰ্থটোহে আগ হ'ল, বংশটো পিচ পৰিল।

কিন্তু এই ভুল ইন্দুমতীৰ দেউতাকৰ দিনতে আৰম্ভ হৈছিল। জীৱেশ্বৰ বৰুৱায়েই নৰেনক প্ৰথমে প্ৰশ্ৰয় দিছিল। উপাৰ্জন কম বুলি তাক তেখেতেই আদিৰে পৰা টকা-পইচা দি মৰম কৰি আহিছিল। সকলোৰে প্ৰতি সমান নিয়মৰ মাজেদি চলা হ'লে নৰেনে সুবিধা ল'ব নোৱাৰিলেহেঁতেন। আনহাতে নৰেনৰ অভাৱ প্ৰকৃত নে ভুৱা সেইটো তেখেতে বিচাৰ কৰা নাছিল। নৰেনে যি কয় সেয়ে সঁচা বুলি তেখেতে সৰল মনেৰে বিশ্বাস কৰিছিল। সেইটো কৰা তেখেতৰ পক্ষে উচিত নাছিল। শৃঙ্খলা ৰক্ষাৰ কাৰণে কোনোৱাৰা

কঠোৰ আৰু নিষ্ঠুৰ হ'ব লাগে। ইন্দুমতীয়ে দেউতাকৰ পথকে কেৱল অনুসৰণ কৰি গৈছে। নতুন পন্থা একো উদ্ভাৱন কৰা নাই। তেওঁ নতুন পন্থাৰ আৱশ্যকো দেখা নাই। তেওঁৰ একমাত্ৰ চিন্তা কেনেকৈ এই ডাঙৰ ঘৰখন থানবান হৈ নোযোৱাকৈ ৰক্ষা পৰে। এই কামতে তেওঁ তেওঁৰ সমস্ত শক্তি প্ৰয়োগ কৰিছে।

কিন্তু হৰেনৰ পৰাই যে বংশটোৰ আটাইতকৈ ডাঙৰ বিপদ আহিব পাৰে এই কথা ইন্দুমতীয়ে কল্পনাও কৰা নাছিল।

বৰুৱা বংশ হিন্দুৰ ঘৰ। ঠিক গোড়া নহ'লেও সাধাৰণ হিন্দুৰ আচাৰ-নীতি মানি চলাই এই বংশৰ নিয়ম। সেইবাবে চিন্তাশূন্য অন্ধতাই এই বংশৰ ধাৰ্মিক অৱলম্বন। অন্য ধৰ্মৰ প্ৰতি এই বংশ প্ৰশংসনীয়ভাবেই সহনশীল। কিন্তু ধৰ্মান্তৰৰ নিচিনা সমস্যাৰ সন্মুখীন হ'ব পৰাকৈ মানসিক প্ৰস্তুতি এওঁলোকৰ নাই। সেই বাবেই হৰেনে যেতিয়া খৃষ্টান ছোৱালী এজনীক বিয়া কৰোৱাৰ ইচ্ছা প্ৰকাশ কৰিলে তেতিয়া গোটেই ঘৰখনে মূৰৰ ওপৰত এটা অদৃশ্য বিপদৰ উপস্থিতি অনুভৱ কৰিলে। সাংঘাতিক কিবা এটা হ'ব বুলি সকলোৱে ভয় কৰিবলৈ ধৰিলে।

নৰেনে ক'লে, "হ'ব নোৱাৰে। বিধৰ্মী ছোৱালী এজনীক আমি পিতা-পিতামহৰ ঘৰত সোমাবলৈ দিব নোৱাৰোঁ।

ধীৰেনে ক'লে, "এই বিয়া হ'বলৈ হ'লে সমাজে আমাক এঘৰীয়া কৰিব। সমাজ এৰি আমি থাকিম কেনেকৈ ?"

হৰেনে তৰ্ক জুৰিলে, "কিয়, খৃষ্টান ধৰ্ম, ধৰ্ম নহয় নেকি ? অকল হিন্দু ধৰ্মহে ধৰ্ম ? হিন্দু ধৰ্মত যি মূল সম্পদ আছে আন সকলো ধৰ্মতে সেইবোৰ আছে। নামটোৰ বাহিৰে পাৰ্থক্য একো নাই। ধৰ্মৰ নামত আপত্তি কিহৰ ?

ইন্দুমতীয়ে বুজাবলৈ চেষ্টা কৰিলে, "চোৱা হৰেন, আচলতে হিন্দু বুলিতো একেটা ধৰ্ম উলিয়াই দেখুৱাব নোৱাৰি। শৈৱ, বৈষ্ণৱ, শাক্ত, তান্ত্ৰিক আদি বহু ধৰ্ম পদ্ধতিৰ সমষ্টিয়েই হিন্দু ধৰ্ম। ই আচলতে এটা জীৱন পদ্ধতি, এটা সভ্যতা। তেনেকৈ খৃষ্টান ধৰ্মও এটা পৃথক জীৱন পদ্ধতি। একেখন দেশতে থাকিলেও ধৰ্মৰ কাৰণে জীৱন ধাৰণৰ পদ্ধতি বেলেগ হয়। একেখন ঘৰত দুটা জীৱন পদ্ধতিৰ সমন্বয় কেনেকৈ হ'ব ?"

হৰেনে উত্তৰ দিলে, "সমন্বয় সাধনেই আজি জগতৰ আদৰ্শ। তাৰ বাহিৰে মানুহৰ গত্যন্তৰ নাই। তোমালোকে যদি এই বাস্তৱ অৱস্থাক স্বীকাৰ নকৰা

তেনেহলে মোৰ ক'ব লগীয়া একো নাই। মই মোৰ মতেৰে যেনেকৈ পাৰোঁ চলিম।"

এই ঘটনাই স'চাকৈয়ে এটা চূড়ান্ত ৰূপ গ্ৰহণ কৰিলে। ঘৰখনৰ কাকো সৈমান কৰিব নোৱাৰি হৰেনে শেহ কথা জনাই দিলে যে সি বেলেগ হৈ যাব খোজে, তাৰ ভাগত পৰা সম্পত্তি যি হয় দি দিয়া হওক। সি বেলেগ ঠাইত ঘৰ কৰি থাকিব।

ইন্দুমতীকে আদি কৰি বাকীসকলে প্ৰশ্ন কৰিলে, সি কি কৰি খাব? কেৱল শিক্ষকতাৰেই চলিব পাৰিবনে? ঘৰ-সংসাৰ কৰি সেই আৰ্জনেৰে কেনেকৈ বৰ্ত্তিব? খেতি-বাতিৰ পৰাতো তাৰ বিশেষ লাভ একোৱেই নহয়।

হৰেনে সমিধান দিলে, "শিক্ষকতা কৰিও হাজাৰ বিজাৰ মানুহ জীয়াই আছে। ঘৰ-সংসাৰ কৰি বৰ্ত্তি থকাটো মোৰহে দায়িত্ব, তোমালোকে চিন্তা কৰিব নালাগে। মই প্ৰেছ এটা খোলাৰ কথা ভাবিছোঁ। সম্পত্তিৰ ভাগ পালে সেইটো নিশ্চয় কৰিব পাৰিম।"

ইন্দুমতীয়ে ক'লে, "প্ৰেছ খুলিবলৈ বাৰু আমিয়েই টকা দিওঁ। তুমি ঘৰ এৰি যাব নালাগে।"

হৰেনে জনালে যে সেইটো হ'ব নোৱাৰে। প্ৰেছ এটা খোলাটোৱেই তাৰ সমস্যা নহয়—"তাৰ কাৰণে পইচা তোমালোকে আগতেও দিব পাৰিলাহেঁতেন" —আচল কথা হৈছে ঘৰখনৰ আদৰ্শৰ লগত তাৰ আদৰ্শৰ মিল নাই। সি এটা মানুহ হিচাবে নিজৰ আশা-আকাঙ্খ্যা পূৰণ হোৱাকৈ জীয়াই থাকিব খোজে। সেইটো কৰিব পাৰিব সি বেলেগ ঠাইত স্বাধীনভাৱে থাকিব পাৰিলেহে।

ইন্দুমতীয়ে প্ৰস্তাৱ দিলে, "আমাৰে এটা ভাড়াঘৰত তুমি নহ'লে থাকিবলৈ লোৱা—ওচৰতে থাকা। খোৱা-বোৱাও ইয়াতে কৰিবা। তথাপি ঘৰ এৰি যাব নালাগে।"

হৰেনে অলপ উষ্মাৰে ক'লে যে সেইটোকে ধৰি থাকিব নালাগে। সি সকলো সম্পৰ্কক ছিঙি পেলাব খোজে। আদৰ্শ নিমিলাৰ কথাটো বাকী বিলাকে উপলব্ধিকে কৰিব পৰা নাই। বেলেগ হৈ গ'লেহে পিছলৈ ভালে থাকিব। আপোন মানুহ আঁতৰ হৈ থাকিলেহে টানটো বৈ যায়।

ইন্দুমতীয়ে হুমুনিয়াহ পেলালে। হৰেনক আৰু কোনোমতেই ধৰি ৰাখিব নোৱাৰি। সি যাম বুলি আকোৰগোজকৈয়ে লাগিছে। গ'ল, বোধহয় বংশটোৰ ভাঙন এইদৰেই আৰম্ভ হ'ল, ইয়াক আৰু ৰক্ষা কৰিব নোৱাৰি।

বাড়নী পানীয়ে এটা সৰু ফাঁট মেলাই দিছে, সি ক্ৰমে ক্ৰমে ডাঙৰ হৈ যাব, ধ্বংসৰ পানী সেই ফিনেদি সোমাই যাব। তাক কোনেও ৰোধ কৰিব নোৱাৰে।

এনেকৈ বহুতো ঘৰ ভাগিছে, বহুতো বংশ ধ্বংস হৈ গৈছে। ইয়াত বিচিত্ৰতা একো নাই। ইন্দুমতীৰ বেদনা এই বাবেই যে তেওঁৰ দিনতে এনেটো হ'ব লগীয়া হ'ল। বদনামৰ ভাগী তেৱেঁই হ'ব লগীয়া হ'ল। মহেশ্বৰ বৰুৱাই অহোপুৰুষাৰ্থ কৰি যিখন ঘৰ তিল তিলকৈ গঢ়ি তুলিছিল আৰু জীৱেশ্বৰ বৰুৱাই যিখন ঘৰ আপ্ৰাণ চেষ্টা কৰি ৰক্ষা কৰিছিল, সেইখন ঘৰ হয়তো ধ্বংস হৈ যাব তেওঁৰ দিনতে। মানুহে ক'ব এইটো তেওঁৰ ব্যক্তিগত অক্ষমতাৰ কাৰণেই হ'বলৈ পাইছে। কিন্তু তেওঁ কি কৰিব? সকলোৱে যদি নিজৰ কথাহে চিন্তা কৰে, আনৰ কথা, সমূহৰ কথা অকণো চিন্তা নকৰে, তেন্তে তেওঁ অকলে কি কৰিব পাৰে? তেওঁতো মহেশ্বৰ বৰুৱা আৰু জীৱেশ্বৰ বৰুৱাৰ আদৰ্শ বজাই ৰাখিয়েই ঘৰখনক মিলাই জুলাই একত্ৰিত কৰি ৰাখিবলৈ যত্ন কৰি আহিছে। বাকীবিলাকে মানিব নুখুজিলে তেওঁৰ কি উপায় আছে?

তথাপি ইন্দুমতীয়ে শেহ চেষ্টা কৰি চালে। তেওঁ হৰেনক ক'লে "বৰদেউতা, দেউতাহঁতে সম্পত্তিৰ কোনো উইল কৰি থৈ যোৱা নাই। সেইবাবে আইনত ইয়াৰ উত্তৰাধিকাৰী এতিয়াও নিৰ্ণয় হোৱা নাই। আমাৰ বংশৰ নীতিমতে আমি মাত্ৰ এক হৈ আছোঁ। এইটোৱেই চলি থকাৰ একমাত্ৰ উপায়। কোনোবা এজন বেলেগ হৈ যোৱাৰো গতিকে দেখাত কোনো পথ নাই।"

ইয়াৰ উত্তৰতো হৰেনে ক'লে, "বেছ, আমি সকলোৱে লগ লাগি সমিল-মিলেৰে এটা উপায় উলিয়াই লওঁ। আইন মতে উত্তৰাধিকাৰী নিৰ্ণয় কৰি হ'লেও আমি কোনে কি পাওঁ থিৰ কৰি ল'ব পাৰোঁ। তাকেই কৰা হওক।"

আৰু কোনো উপায় নাই। হৰেনক কোনো মতেই ঘূৰাব নোৱাৰি। ইন্দুমতীয়ে মনে মনে পৰাজয় স্বীকাৰ কৰিলে।

ঘৰৰ বাকীসকলেও ঘটনাৰ গতিলৈ চোকা দৃষ্টি ৰাখি আছিল। ইন্দু-মতীয়ে বুজোৱা আৰু হৰেনে সকলো যুক্তি খণ্ডন কৰি যোৱাটো আৰু অৱশেষত ইন্দুমতী নিৰৱ হৈ যোৱাটো সকলোৱে লক্ষ্য কৰি আছিল। তেওঁলোকে বুজিলে যে হৰেনক আৰু ইন্দুমতীয়ে ৰাখিব নোৱাৰে। এইবাৰ হৰেন ঘৰৰ পৰা ওলাই যাবই। এইবাৰ সম্পত্তিৰ ভাগ হ'বই। গতিকে নৰেন-ধীৰেনেও এদিন ইন্দুমতীক ক'লে যে সম্পত্তি যদি ভাগ হ'বই লাগে তেন্তে

সকলোৰে ক্ষেত্ৰত হ'ব লাগিব। চিৰদিনৰ কাৰণেই নিষ্পত্তি কৰি পেলাব লাগে।

ইন্দুমতীৰ খং উঠি গ'ল। তেওঁ কৈ পেলালে, "তোমালোক স্বাৰ্থপৰ, অত্যন্ত স্বাৰ্থপৰ। কেৱল নিজৰটোহে ভাবা, সকলোৰে কাৰণে অকণো নাভাবা। ঘৰখন ধৰি ৰাখিবলৈ মই কি নিজৰ কাৰণেহে চেষ্টা কৰিছোঁ? ইমান কষ্ট কৰাৰ পৰা মোৰ ব্যক্তিগত লাভ কি?"

নৰেন, ধীৰেন আদিয়ে কিছু সময় একো নামাতিলে। তাৰ পাচত নৰেনে লাহেকৈ ক'লে, "এই ঘৰখন যদি এটা উমৈহতীয়া সম্পত্তিয়েই হয় তেন্তে আমাৰো কিবা ক'বৰ অধিকাৰ নাই নেকি? অকল হৰেনেইহে ক'ব পাৰেনেকি?"

ধীৰেনেও যোগ দিলে, "বাইদেউ, আমি নিতান্ত স্বাৰ্থত লাগি এইবোৰ কোৱা নাই। আমি নীতিত ধৰিহে কৈছোঁ। সকলোৰে সমান বিচাৰ পোৱা উচিত।"

ইন্দুমতীৰ খং তেতিয়াও পৰা নাছিল। তেওঁ ফোঁপাই ফোঁপাই ক'লে, "মানুহৰ মঙ্গল বিচৰাতকৈ তোমালোকে নিজৰ নিজৰ অধিকাৰ লৈহে বেছি ব্যস্ত হৈছা। ইয়াৰ পৰিণাম কাৰো কাৰণেই ভাল হ'ব নোৱাৰে।"

এইবিলাক ঘৰুৱা গণ্ডগোলৰ কথা কেনেবাকৈ জানিব পাৰি মালতীও এদিন গিৰিয়েকৰ ঘৰৰ পৰা অকলে আহি ওলাল। তেওঁ গম-গতি লৈ ধৰিব পাৰিলে যে হৰেনে খৃষ্টান ছোৱালী এজনী বিয়া কৰাব খোজোতেই সকলো আৰম্ভ হৈছে। তেওঁ হৰেনক ক'লে, "তোমাৰ অলপ লাজ-চৰম আৰু কাণ্ডজ্ঞান থকা উচিত আছিল। এনে এটা নাভূত-নাশ্ৰুত কাণ্ড কৰি তুমি আমাৰ বংশৰ মুখ উলিয়াব নোৱাৰা অৱস্থা কৰিবলৈ ওলাইছা। ছিঃ! আজিকালি শিক্ষিত ডেকা মানুহ বিলাকৰ যে কি হৈছে ঈশ্বৰেহে জানে।"

কঠোৰ স্বৰত হৰেনে ক'লে, "মালতী বাইদেউ, তোমাৰ পৰা বুধি পৰামৰ্শ ল'বলৈ মই প্ৰস্তুত নহওঁ। তিৰোতা মানুহবোৰ পৰস্পৰ বিৰোধিতাৰ প্ৰতীক বুলিয়েই মই ভাবোঁ। তোমাৰ আজি ঘৰ-সংসাৰ হৈছে দেখি সমাজৰ নৈতিকতা, ধৰ্মৰ নৈতিকতা আদিৰ বিষয়ে ক'বলৈ সুবিধা পাইছা। এই খৃষ্টান ছোৱালী-জনীৰ নিচিনা অৱস্থাত পৰা হ'লে তুমিয়েই বিদ্ৰোহৰ নিচান তুলিলাহেঁতেন, নৈতিকতাৰ কথা উৰুৱাই দিলাহেঁতেন।"

মুখচোকা মালতীয়ে ওভতাই ধৰিলে, "তুমিনো কি কৰিছা? এই ছোৱালী-জনীক বিয়া কৰাবলৈ ওলাই তুমিওতো বিদ্ৰোহৰ নিচানেই তুলিছা, হয়নে নহয়?"

"নহয়", হৰেনে সমান জোৰেৰে ক'লে, "কিন্তু তুমি সিমানবোৰ কথা বুজিব নোৱাৰা, সেইটো ক্ষমতা তোমাৰ নাই। তিৰোতা মানুহ সাধাৰণতে মোটা বুদ্ধিৰ হয়। তথাপি আচল কথাটো তোমাক কওঁ শুনা। এইখন ঘৰৰ লগত থাকিলে মই মোৰ ইচ্ছা-আকাঙ্ক্ষা মতে জীৱন যাপন কৰিব নোৱাৰোঁ। ভিতৰৰ পৰা বহুত বাধা-বিঘিনি আহি পৰে। তাৰ উদাহৰণ লাগিলে মই তোমাক সময়ত বহুত দিম। সেই কাৰণেই মই আঁতৰি যাব খুজিছোঁ।"

হৰেনৰ মূৰ্তি দেখি মালতীয়ে নামাতিলে। ভায়েকৰ মাজৰ এইকুৰা জুই তেওঁ ইয়াৰ আগতে কাহানিও দেখা নাছিল। ইন্দুমতীয়েও দেখা নাছিল। ইন্দুমতীৰ ইচ্ছা আছিল মালতীয়ে হৰেনক এবাৰ বুজাই চায়। মনে মনে কৈছিলোঁ ভনীয়েকক। কিন্তু মালতীৰ পক্ষে সেইটো সম্ভৱ নহ'ল।

আচলতে মালতীয়ে গিৰিয়েকৰ ঘৰৰ পৰা দেউতাকৰ ঘৰখন শৃংখলা লগাবলৈ অহাও নাছিল। আহিছিল নিজৰ চিন্তা লৈহে। সম্পত্তিৰ ভাগ হ'লে যাতে তেৱোঁ নিজৰ এটা অংশ পায় তাৰ চেষ্টা কৰিবলৈহে আহিছিল। মালতীৰ উদ্দেশ্য সকলোৱে বুজি পাইছিল। কাৰণ তেওঁ মনৰ ভাব সাধাৰণতে লুকুৱাই ৰাখিব নাজানে। তথাপি এই গোলমালৰ সময়ত কোনেও সেই কথা ফুটাই কোৱা নাছিল।

হৰেনে আইন সম্পৰ্কীয় ব্যৱস্থা নিজে ঠিক কৰি আনিলে। পৰিয়ালৰ বহুদিনীয়া উকীলজনৰ লগত আলোচনা কৰি সম্পত্তিৰ হিচাব আৰু ভাগ বটোৱাৰা সম্পৰ্কে সকলো কাকত-পত্ৰ ঠিক কৰিবলৈ আৰু সেই অনুযায়ী বিভাজন কৰাই দিবলৈ তেওঁক অনুৰোধ কৰিলে। ইন্দুমতী, ধীৰেন, নৰেন আদিকো এইবিলাক কথা জনাই থাকিল। অকল হৰেনৰ ইচ্ছামতে এই কাম হয়তো সম্ভৱ নহ'লহেঁতেন। কিন্তু ভিতৰি ভিতৰি ধীৰেন, নৰেন, মালতী-হঁতৰো ইয়াত সমৰ্থন থকাত এই কামত কমহে বিৰোধিতা আহিল। গতিকে প্ৰায় নিৰ্বিঘ্নেই হৰেনে কাম কৰি যাবলৈ ধৰিলে।

সম্পত্তিকলৈ এই সিদ্ধান্তই হৈছে যে সম্পত্তিৰ বিভাজন হ'লেও কেৱল হৰেনহে বিচ্ছিন্ন হৈ যাব। বাকীসকল এতিয়া আগৰ ঠাইতে থাকিব। অৰ্থাৎ পুৰণি ঘৰটোতে থাকিব। তাৰ দ্বাৰা বংশটোৰ সম্পূৰ্ণ ভাঙন নোহোৱাকৈ থাকিব।

এদিন ৰাতি সকলোৱে বহি ভাত খাইছিল আৰু তেতিয়াই এই ব্যৱস্থাৰ কথা ওলাইছিল। নৰেনহঁতে ক'লে যে বৰ্তমান এই ঘৰতে থাকিবলৈ সিহঁতৰ আপত্তি নাই। দৰাচলতে সিহঁতৰ ঘৰখন ভাগি যোৱাটো বিচৰাও নাই।

হৰেনৰ দৰে সিহঁতে আঁতৰি যাব খোজা নাই। কিন্তু সিহঁতে বিচাৰিছে যাতে বিভাজনৰ সময়ত কাৰো প্ৰতি অবিচাৰ কৰা নহয়। অৱশ্যে সম্পত্তি ভাগ হৈ গ'লে কাৰো বিপক্ষে কাৰো একো ক'বলগীয়া নাথাকিব।

মালতীয়ে মাত লগালে, "ইমানখিনিকে হৰেনেও বুজি আমাৰে এটা ঘৰত থাকি যোৱা হ'লে বাহিৰৰ পৰা মানুহে বোধহয় একো ক'ব নোৱাৰিলে-হেঁতেন।"

হৰেনে হাঁহি ক'লে, "এটা ভাড়াঘৰ তোমাৰ নামতে লিখি দিবলৈ মই উকীলক ক'ম। তুমি সুখেৰে তাতে থাকিবা। মই আগতেই কৈছোঁ যে তুমি মোৰ মনৰ কথা বুজি নোপোৱা। কিয় নোপোৱা জানানে? তাৰ এটা কাৰণ এয়ে যে তুমিও বৰুৱা বংশক ৰক্ষা কৰিবৰ মনেৰে দৌৰি অহা নাই, আহিছা তোমাৰ প্ৰাপ্য অংশফেৰা কেনেবাকৈ হেৰাই যায় বুলি। নিজৰ চিন্তাতে যি মানুহ অতিশয় ব্যস্ত সেই মানুহে ডাঙৰ সমস্যা কি, আনৰ কোনো কথাকে বুজিব নোৱাৰে।" মালতীয়ে তলমূৰ কৰিলে।

পুৰুষ কেইজন এজন এজনকৈ উঠি গ'ল। ইন্দুমতী আৰু মালতীহে মাত্ৰ ভাতৰ পাতত বহি থাকিল। খোৱা তেওঁলোকৰো হৈছিল। কিন্তু হৰেনৰ শেহৰ কথা কেইটাই পৰিৱেশটো বৰ বেয়া কৰি পেলালে। অপৰাধ ধৰা পৰিলে হোৱাৰ দৰে মালতীয়ে পোনে পোনে বায়েকৰ চকুলৈ চাব নোৱাৰা হ'ল। ইন্দুমতীয়ে চকু দুটা ডাঙৰ ডাঙৰকৈ মেলি ভনীয়েকৰ ফালে চাই থাকিল। এবাৰ ভয়ে ভয়ে মালতীয়ে চকু তুলি চাওঁতে চকুৰে চকুৰে পৰিল। তেওঁ আকৌ তলমূৰ কৰিলে। এটা হুমুনিয়াহ পেলাই ইন্দুমতীয়ে ক'লে, "হৰেনেই ঠিক কথা কৈছে। তাৰ পৰাই দেখাত ধ্বংস আৰম্ভ হৈছে যদিও আচলতে সেইটো নহয়। ধ্বংস বাকী সকলোৰে মনত কেতিয়াবাৰে পৰা আৰম্ভ হৈছে। হৰেনক আমি বুজা নাই বুলি কৈছোঁ। আচলতে মই বাকী-বোৰকহে বুজা নাই।"

# চিয়াম চমান

বিশ্বেশ্বৰ বৰা ডাঙৰীয়াৰ ভতিজাক ৰামেশ্বৰ বৰাই খঙেৰে ক'লে, "সি ক'লেই হ'ল নেকি ? কালি ৰাতিৰে পৰা চকুৰ টিপ নমৰাকৈ ৰখি আছোঁ— আগৰ কেইৰাতিও শোৱাই নাই বুলিব লাগে—এতিয়া আকৌ লাটচাহাবৰ পুতেকৰ কাৰণে আবেলিলৈকে ৰ'ব লাগে ! নহ'ব।" শেষৰ 'নহ'বটো ভেকাহি মৰাৰ দৰে কৰ্কশ হৈয়ে ওলাল।

ৰামেশ্বৰে ঘৈণীয়েক পদ্মাক অসংখ্য মানুহৰ মাজত বিচাৰি উলিয়াই ক'লে, "শুনা, তুমি খুৰীৰ ওচৰৰ পৰা এখোজো লৰচৰ নকৰিবা। খুৰীৰ মনৰ অৱস্থা কেনেকুৱা হ'ব পাৰে তুমি নিশ্চয় বুজিব পাৰিছা। দুদিনমানলৈ আমাৰ কষ্ট হ'ব। হওক। আমাৰ বাহিৰে আৰু খুৰীৰ কোন আছে ?"

ভিতৰফালে ভালেমান তিৰোতা মানুহ আৰু গাভৰু ছোৱালী। সৰু ল'ৰা-ছোৱালীবোৰেও বাহিৰ-ভিতৰ কৰি পিলপিলাই ফুৰিছিল।

এগৰাকী হোজা ধৰণৰ বুঢ়ীয়ে কলাগিলে, "বোপায়ে ঠিকেই কৈছে। তাৰ বাহিৰে এতিয়া বুজ্নিণীৰ কোনো নাই।"

আন কোনেও একো মন্তব্য নকৰিলে যদিও বুঢ়ীতকৈ চালাক-চতুৰ যেন লগা আৰু পৰিপাটি সাজ-সজ্জাৰ দুজনীমান বোৱাৰতী তিৰোতাই খুব লাহে লাহে মন-নমনকৈ মূৰ দুপিয়ালে। গাভৰু কেইজনীতো নিমাত-নিতাল, নিথৰ হৈয়ে থাকিল, যেন একো শুনাই নাই।

ৰামেশ্বৰ বৰাই তিৰোতা মানুহৰ জুমটোৰ পৰা ক্ষন্তেকতে ওলাই আহিবৰ সময়ত ঘৈণীয়েক পদ্মাক একাষৰীয়াকৈ মাতি নি ফুচফুচাই ক'লে, "সিহঁতক ইয়াত অকলে নেৰিবা। আজি ওলাইছোঁহি মাত্ৰ—আহিয়ে গোটেইখন খদমদম লগাই দিব খুজিছে।"

পদ্মাই চকুৰ পচাৰতে বাকীবিলাককলৈ এবাৰ চাই ল'লে। বাকী বিলাকেও যেন তেওঁলোকৰ গোপন কথাখিনি শুনিবলৈহে কাণ পাতি বৈ আছিল।

নৰেশ বৰুৱা অলপ ক্ষুণ্ণ আৰু হতাশ হৈছিল। কিন্তু ধৈৰ্য্য ধৰি তেওঁ নিৰৱ হৈ বৰ বেজাৰ কৰি থকাৰ দৰে প্ৰকাণ্ড ঘৰটোৰ বাহিৰতে থিয় হৈ থাকিল। তেওঁৰ স্ত্ৰী নমিতাই ছোৱালীজনীৰ সৈতে মোমায়েক বিশ্বেশ্বৰ বৰাৰ মৃতদেহটো চাইছেগৈ। গাঁৱৰ নগৰৰ বহুত মানুহেও বোৰি-কুৰি বৰা

ডাঙৰীয়াক চাই লৈছে। ফুলে ফুলে উপচি পৰিছে। ধূপৰ ধোঁৱা আৰু গোন্ধে আহল-বহল কোঠোটো আৱৰি থৈছে।

গাড়ীখনে দিগদাৰি নিদিয়া হ'লে নৰেশ্বৰ বৰুৱা অকলে হ'লেও কালি ৰাতিয়ে আহি ওলালহেঁতেন। খবৰটো ৰাতি দহবজাতে পাইছিল। কিন্তু এই বিশ মাইল বাটনো গাড়ীখন নোহোৱাকৈ কেনেকৈ আহে? গতিকে ৰাতিৰ ভিতৰতে গাড়ী ভাল কৰিবলৈ চিনাকি মেকানিক এজনক লগাই দিছিল। বৰুৱাৰ ডাঙৰ ল'ৰা মনীশ চিলঙৰ পৰা আহি পোৱাৰ কথা আছে। আহিলেই আবেলি পঠাই দিবলৈ ঘৰত নিৰ্দেশ দি আহিছে। মনীশ অহালৈকে বাট চাবলৈ তেওঁ কৈছিল। ৰামেশ্বৰ বৰাৰ তাতে আপত্তি।

নৰেশ বৰুৱাই চিন্তা কৰিবলৈ ধৰিলে কি উপায়েৰে বৰ্তমান পৰিস্থিতিৰ পৰা উদ্ধাৰ পাব পাৰি। তেওঁ বিশ্বেশ্বৰ বৰাৰ ভাগিনীয়েক। ৰামেশ্বৰ বৰা ভতিজাক। ভাগিন-ভতিজা উভয়েই স্বৰ্গীয়া বৰা ডাঙৰীয়াৰ মৰমৰ আছিল। দুয়োকে জীৱনত তেখেতে কম মৰম আৰু সহায় কৰা নাই। তেখেতৰ নিজৰ কোনো ল'ৰা-ছোৱালী নাই। অথচ অগাধ সা-সম্পত্তি। আগতে মৌজা চলাইছিল। গাঁৱত বহুত মাটি-বাৰী। টাউনতো ঘৰ-মাটি আছে। ঠিকাৰ কাৰবাৰ কৰি বহুত টকা ঘটিছে। মানুহজনৰ এটা ডাঙৰ গুণ, গাঁও এৰি যোৱা নাই। আন এটা ডাঙৰ গুণ, নিজৰ ল'ৰা-ছোৱালী নাই বুলি হা-হুতাশ নাকাঢ়ি আনৰ মাজতে নিজক বিলাই দিছে। ভতিজাক ৰামেশ্বৰক একপ্ৰকাৰ তেখেতেই মানুহ কৰিছে: ঠিকাৰ কামত সুমাই দিছে, নিজে ছোৱালী চাই পদুমাৰ সৈতে বিয়া পাতি দিছে, ধুনীয়া ঘৰ-দুৱাৰ কৰাই দিছে। ভাগিনীয়েক নৰেশ বৰুৱাক অৱশ্যে তেনেকৈ সহায় কৰিবৰ প্ৰয়োজন নাছিল; তথাপি বৰুৱাৰ কাঠৰ কাৰবাৰত বহু সময়তে বহুত বহুত পইচা দি সহায় কৰি আহিছে, বৰুৱাৰ ডাঙৰজনী ছোৱালীক তুলি লোৱাৰ দৰে লৈ ভালকৈ পঢ়াই-শুনাই আনি এই বছৰতে এই গাঁৱৰ ঘৰতে ধুমধুপালকৈ বিয়া পাতি দিছে। মোমায়েকৰ নগৰৰ সম্পত্তিৰ তদাৰক নৰেশ বৰুৱাই কৰে।

বিশ্বেশ্বৰ বৰাৰ অগাধ সম্পত্তিৰ উত্তৰাধিকাৰী কোন হ'ব বিশেষ জল্পনা-কল্পনাৰ বিষয়। তেখেত ৰাজহুৱা কামবিলাকতো ওতঃপ্ৰোতভাৱে জড়িত আছিল। তেখেতৰ দান-বৰঙণিৰ লেখ উলিওৱা টান। এখন গান্ধীৰ নামত আৰু এখন শঙ্কৰদেৱৰ নামত হাইস্কুল পাতি দিয়াটো জলজল পটপট হৈ আছে। গাঁও অঞ্চলৰতো কথাই নাই, চহৰ-নগৰতো সভাই-সমিতিয়ে

তেখেতে আগশাৰীত ঠাই পাই আহিছে। গতিকে ৰাইজৰ বহুতেই ভাবি আছিল যে নিঃসন্তান বৰা ডাঙৰীয়াই নিশ্চয় তেখেতৰ সকলো সম্পত্তি ৰাজহুৱা উদ্দেশ্যত দান দি উইল কৰি থৈ যাব। কিন্তু তেনেকুৱা কোনো কথাৰ গম এতিয়াও ওলোৱা নাই। তেখেতৰ পৰিবাৰ শ্ৰীমতী ৰুক্মিণী বৰা এতিয়াও আধা-আধি বেহুঁচ অৱস্থাতে পৰি আছে ; পদ্মাই ৰবজীয়েক নীলিমাক লৈ খুৰী-শাহুৱেকক কালি গধূলিৰ পৰা পৰিচৰ্য্যা কৰি আছে। ৰবানীও কম হুচিয়াৰ মহিলা নহয়। শুনা যায় ক্লাছ চেভেনলৈকে পঢ়িছিল, মানে স্বামীতকৈ শিক্ষা বিষয়ত মাত্ৰ দুশ্ৰেণীহে কম। তাতে স্বামীৰ লগত অ'ত-ত'ত ঘূৰি-পকি ফুৰি ৰবানী ভীষণ চালাক-চতুৰ হৈ উঠিছে। সংসাৰৰ আওভাও ভালদৰেই পায়। মহিলা অনুষ্ঠানবিলাকৰ নেতৃত্ব ৰবানীয়ে কৰিবই ; আই সকলেও তেখেতক নিবিচৰাকৈ থাকিব নোৱাৰে।

এতিয়া স্বামী স্বৰ্গী হোৱাত ৰবানীয়ে আগৰ দৰে ওলাই-সোমাই নুফুৰিবও পাৰে ! সা-সম্পত্তিখিনি বা কি কৰে কোনেও নাজানে। এই সময়ত মামীয়েকক লগ দিয়া বা পৰামৰ্শ দিয়াটো নৰেশ বৰুৱাৰ নিতান্তই দৰকাৰ। হাজাৰ হওক এজনী অৰ্দ্ধ শিক্ষিতা তিৰোতা মানুহেনো সা-সম্পত্তিৰ কথা কি বুজে ? মোমায়েকে এনেয়ে ভাগিনীয়েকৰ সৈতে ইমান আপোন সম্বন্ধ ৰখা নাছিল ; তেখেতে নিশ্চয় মনে মনে আশা কৰিছিল যে তেখেতৰ অবিহনত ভাগিনীয়েকেই মামীয়েকক সহায় কৰিব। পৰৰ মুৰত খাই ভটিয়া নাৱত যোৱা গোঁৱাৰ-গোবিন্দ ৰামেশ্বৰৰ ওপৰত তেখেতে আশাই বা কৰিব কেনেকৈ ? একেই শিক্ষা-দীক্ষা কম, তাতে দদায়েকে মানুহ কৰি তুলিবৰে পৰা ৰামেশ্বৰে গুৰু-গোসাঁই নমনা হৈছে। নৰেশ বৰুৱাক দেখিবই নোৱাৰে ; মানুহৰ আগত খুব বদনাম কৰে, কয়, "মাতালটোৱে দদাই-দেউৰ টাউনৰ ঘৰ-মাটিখিনি মাৰি মদ খাবলৈ জোপ লৈ আছে।"

নৰেশ বৰুৱাৰ নিজৰ ওপৰতো অলপ খং উঠিল। কালি ৰাতিয়েই টেক্সী এখনকে লৈ গুচি আহিব লাগিছিল। ঘৈণীয়েক নমিতাইহে ক'লে, "মনিও কাইলৈ আহি পোৱাৰ কথা, একেলগেই যাম।"

তিৰোতা যে তিৰোতাই, বাস্তৱ জগতখনৰ কথা একোকে নুবুজে। কালিয়েই আহিব পৰা হ'লে ৰামেশ্বৰে এনেকৈ দপদপাই কথা ক'ব পাৰিলেহেঁতেন ? সি কালিৰে পৰা লাগি থাকিল বুলিয়েই আজি গোটেইটো দদায়েকৰ বৰ-পুতেকটো হৈ পৰিল। দ্বিতীয়তে, বৰুৱাই ৰাতিপুৱাতে আগৰাতিৰ আধা

ঘটনাটো শেষ কৰি পেলোৱা কাৰণেও এতিয়া নিজকে ক্ষমা কৰিব পৰা নাই। তেওঁ হুচ হেৰোৱা নাই যদিও নিচাটো গম পাইছে। চেন্ট আৰু চিগাৰেট সত্ত্বেও জন্মৰ মানুহে গোন্ধটো ধৰিব পাৰিছে। কাৰণ দুই-একে তেওঁৰ ফালে পেন্দোৱাকৈ চাইছে আৰু দুই-একে নাকেই কোঁচাই পেলাইছে ; বেইমান, চব ৰামেশ্বৰৰ দলৰ !

ৰামেশ্বৰ ভীষণ ব্যস্ত। কোৰা চুৰিয়া পিন্ধি চাদৰ লৈ শুদা ভৰিৰে খোজ কাঢ়ি শৱযাত্ৰাৰ আয়োজন কৰাত লাগি গৈছে। পেটুৱা মনিবেগ এটা শুদা হাততে লৈ ফুৰিছে। য'ত যিমান পইচা লাগে বেগ খুলি দি দিছে। তেওঁ এনে কৰ্তৃত্বসুলভভাৱে কাম কৰাইছে যে সকলোৱে তেওঁকেই হৰ্তা-কৰ্তা বুলি ধৰি লৈছে, অন্ততঃ সাময়িকভাৱে। ৰামেশ্বৰ বৰাৰ একেবাৰে হক নোহোৱাও নহয়। কালি ৰাতি বিশ্বেশ্বৰ বৰাই শেষ নিশ্বাস পেলাবৰে পৰা তেওঁ তেওঁৰ পৰিয়ালটোৰে সৈতে নাখাই-নুশুই ইয়াতেই লাগি আছে। তাৰ আগৰে পৰা চাৰিদিনমানতো বেমাৰ বেঁচি হোৱাত সকলো ধৰণে খা-খবৰ লৈ আছিলেই। ইচ্ছা কৰিয়েই নৰেশ বৰুৱালৈ খবৰ পঠোৱা নাছিল। আচৰিত কথা যে বুঢ়ায়ো ভাগিনীয়েকক বিচৰা নাছিল। ৰামেশ্বৰৰ পক্ষে সেইটোও সন্তোষৰ বিষয়। তুলি লৈ বিয়া দিয়া নাতিনীয়েকক বুঢ়া-বুঢ়ীয়ে কম মৰম নকৰে। গতিকে ভাগিনীয়েকক বিচৰাই স্বাভাৱিক কথা হ'লহেঁতেন। বোধহয় বুঢ়াই মৰিম বুলি ভবা নাছিল। নাইবা মৰিবলৈ ইমান সোনকালে ইচ্ছা কৰা নাছিল। কালি ৰাতি ঘটনাৰ পাচত অৱশ্যে খবৰ নিদিয়াকৈ ৰামেশ্বৰ থাকিব নোৱাৰিলে। টাউনলৈ যোৱা গাড়ী এখন পাই মানুহ এটা পঠিয়াই দিলে। কিন্তু ৰাতি বাৰ বজালৈকে নৰেশ বৰুৱাৰ দেখাদেখি নাই কাৰণে ৰামেশ্বৰে ভালেই পাইছিল। ৰাতিৰ বাকীডোখৰো ভয় খাই আছিল ক'ৰবাত কেনেবাকৈ ওলায়হি বুলি। কিন্তু ৰাতিপুৱাৰ আগতে নহাত তেওঁ স্বস্তিৰ নিশ্চাস পেলাই দুগুণ উৎসাহেৰে কামত লাগি গ'ল। ইয়াৰ পাচত আৰু তেওঁক কৰ্তৃত্বৰ পৰা কোনে হটায় ?

নৰেশ বৰুৱা ঘপহ কৰে ভিতৰ সোমাই গ'ল। এইদৰে থাকিলে নহয়। কিবা এটা কৰিবই লাগিব। কিন্তু কি কৰিব, সোমাই যাওঁতেও তেওঁ ঠিক কৰিব পৰা নাছিল। নমিতাহঁত তেতিয়াও তাতে আছিল। মানুহবিলাকে বেৰি-কুৰি স্বৰ্গীয় বিশ্বেশ্বৰ বৰাৰ শেঁতা পৰা মুখখনৰ ফালে একেথৰে চাই আছিল। কিছুমান আহিছে, আন কিছুমান ওলাই গৈছে। বৰুৱায়ো

অলপ সময় বৈ মোমায়েকৰ মুখখনলৈ চাই থাকিল। হঠাৎ তেওঁৰ মগজুত বুদ্ধি খেলাই গ'ল। এটা উপায় তেওঁৰ পাই যোৱা যেন লাগিল। আগতে বহুবাৰ ইয়াত দেখা আদহীয়া মানুহ এজন ওচৰতে বেজাৰ মনেৰে থিয় হৈ আছিল। তেওঁৰ কান্ধত কঠিনভাৱে খামোচ মাৰি ধৰি বৰুৱাই ক'লে, "আপোনালোকে মানে, আমাৰ এটা ভুল হৈছে নহয়! মোমাইদেউ বৰ ধাৰ্মিক মানুহ আছিল। ঈশ্বৰৰ নাম তেখেতৰ মুখৰ পৰা নুগুচিছিলেই। কিন্তু ক'তা আপোনালোকে মানে, আমি তেখেতৰ শেষ যাত্ৰাৰ সময়তো দেখোন তেখেতক হৰিনাম শুনোৱাৰ একো ব্যৱস্থা কৰা নাই? ককাইদেউ! আপুনি যাওক, ভাল পুথি পঢ়িব পৰা কাবোবাক মাতি লৈ আহকগৈ, একাধ্যা কীৰ্তন বা ভাগৱতকে পঢ়কহি।"

আদহীয়া মানুহজনে কান্ধটোত বৰ দুখ পাই বেঁকা হৈ গৈছিল। প্ৰস্তাৱটো কৰি বৰুৱাই এৰি দিয়াতহে ৰক্ষা। বৰুৱাই কিবা প্ৰয়োজন হ'লে খৰচ কৰিবলৈ জেপৰ পৰা পাঁচ টকীয়া নোট এখন উলিয়াই হাতত গুজি দিয়াত মানুহজনে ক্ষন্তেকতে সকলো কষ্ট পাহৰি তৌতিয়াই ওলাই দৌৰ মাৰিলে।

নৰেশ বৰুৱা আৰু বৈ নাথাকিল। বিশ্বেশ্বৰ বৰাৰ ভৰি পথানৰ ফালে মানুহ-দুনুহ আঁতৰাই নমিতাৰ সৈতে লগ লাগি দুখন কম্বল বিচাৰি আনি পাৰিলে। কিন্তু পুথি পাঠতো ইমান সোনকালে নহয়! গতিকে বৰুৱাই ইফালে-সিফালে চাই এচুকে থকা শেলফ এটা দেখি দৌৰ মাৰি তালৈ গৈ জুমি চাই পৰম উৎসাহেৰে কিতাপ এখন টান মাৰি উলিয়াই আনিলে। "ইতিমধ্যে মই বাৰু মোমাইদেউৰ প্ৰিয় কবিতা এটাকে পঢ়োঁ। তেখেতে ৰবীন্দ্ৰনাথৰ 'মৰণ ৰে তুহু মম চিয়াম চমান' কবিতাটো খুব ভাল পাইছিল। তেখেতে সভাই সমিতিয়ে বক্তৃতা দিবলৈ গ'লেই মানুহক, বিশেষকৈ ল'ৰা-ছোৱালীক ধৰ্মৰ পিনে পিঠি নিদিবলৈ বাৰে বাৰে উপদেশ দিছিল। আৰু এই কবিতাটো যেতিয়াই তেতিয়াই মুখস্থ গাই দিছিল। ইয়াত ঈশ্বৰৰে কথা কৈছে।" এইবুলি তেওঁ 'চিয়াম চমান' কবিতাটো অনেক চেষ্টা কৰি বিচাৰিবলৈ ধৰিলে। শেষত যেনিবা ওচৰতে থকা শিক্ষক এজনে বিচাৰি দিয়াত বৰুৱাই পৰম উৎসাহেৰে কম্বলৰ ওপৰত আঁঠু কাঢ়ি কবিতাটো পঢ়ি যাবলৈ ধৰিলে। পঢ়ি পঢ়ি তেওঁ ইমান গদ গদ হৈ পৰিল যেন জীৱনত আজিহে কবিতাটোৰ মৰ্ম উপলব্ধি কৰিব পাৰিছে, কাৰণ তেওঁৰ চকুৰ পানী

ওলাই অহাৰে উপক্ৰম হ'ল।

কিন্তু কবিতা পাঠে বেছি সময় নল'লে। ইপিনে আদহীয়া মানুহজন উলটি আহিও পোৱা নাই। পাঠক বিচাৰি ফুৰোঁতে অলপ পলম হ'বও পাৰে অৱশ্যে। কিন্তু ধৈৰ্য্য হেৰুৱালে নচলিব। বুধি খুলিছে যেতিয়া তাক কামত খটাবই লাগিব। গতিকে মানুহৰ মন টানি এটা পৰিবেশ সৃষ্টি কৰিবৰ কাৰণে তেওঁ হাত-মুখ জোকাৰি নিজেই মুখস্থ গাবলৈ ধৰিলে, "মধু দানৱ দাৰণ দেৱ বৰং, বৰ বাৰিজ লোচন চক্ৰধৰং" ইত্যাদি। আচৰিত যে এই সংস্কৃত শব্দবোৰ তেওঁৰ দোৰোল নোখোৱা জিভায়ো সৰসৰ কৰে বাহিৰ কৰি দিবলৈ ধৰিলে। মাজতে ক'ৰবাত অলপ খোকোজা লাগে, কিন্তু বৰুৱাই অলপ আগৰ পৰা আকৌ ধৰি গাই দিলেই শব্দবোৰ ঠিকমতে ওলাই আহিবলৈ ধৰে। মানুহবিলাক অবাক হৈ গ'ল।

নমিতাই কিন্তু প্ৰমাদ গণিলে। তেওঁ জীয়েকৰ ফালে এবাৰ চালে। জীয়েকেও মাকৰ ফালে চালে। দুয়ো যেন সিদ্ধান্ত কৰিলে যে মানুহজনে বাতিপুৱাতে মদসোপা গিলি আহি এইখন কৰিছেহি। এতিয়া ৰাইজৰ আগত লাজত নপৰিলেই হয়।

বৰুৱাৰ নিজৰ হ'লে একো খবৰেই নাই। তেওঁ "মধু দানৱ" এবাৰ শেষ কৰি আকৌ এবাৰ গাই দিলে। দ্বিতীয়বাৰ শেষ হ'লত নমিতাৰ কথামতে জীয়েকে গৈ 'দেউতা' বুলি মাত লগোৱাতহে তেওঁ মুখ তুলি চালে। ঠিক সেই সময়তে সেই আদহীয়া মানুহজনো সোমালহি; পাচে পাচে হাতত প্ৰকাণ্ড পুথি এখন লৈ আন এজন আদহীয়া মানুহ। নৰেশ বৰুৱাই লচপচকৈ উঠি ধুপ জ্বলাই দিবলৈ থোৱা মজলীয়া পিতলৰ শৰাইখনকে আনি ঠাগ কৰি দিলে। পুথি পঢ়া আৰম্ভ হৈ গ'ল। সকলো মানুহ বহিল। বৰুৱায়ো পাচফালে অৰ্ধনিমীলিতনেত্ৰে বেজাৰৰ প্ৰতিমূৰ্তি হৈ পুথি শুনিবলৈ ধৰিলে। নিমিষতে সঁচাকৈয়ে পৰিবেশটো করুণ হৈ পৰিল।

এই পৰিৱৰ্ত্তনটোৰ কথা তৎক্ষণাৎ বিয়পি পৰিল। এটা নিৰৱ আলোড়ন উঠিল। মৃতদেহটো ৰাতিয়েই গোৱনি কোঠাৰ পৰা আনি আগফালৰ কোঠাত স্থাপন কৰা হৈছিল। শ্ৰীমতী ৰুক্মিণী বৰা অৱশ্যে ভিতৰ কোঠাৰ পৰা ওলাই নাহিল। গতিকে পদ্মাই তেখেতক এৰিব পৰা নাছিল, অনবৰত ওচৰতে লাগিয়ে আছিল। কিন্তু এই ঘটনাটোৰ কথা শুনি পদ্মায়ো কৌতূহল দমন কৰিব নোৱাৰিলে। তেওঁ খুৰী শাহুৱেকৰ ওচৰত নিজৰ

জীয়েক নীলিমাকে থৈ কি নো হৈছে চাবলৈ ক্ষন্তেকৰ কাৰণে ওলাই আছিল।

ভাগৱত পাঠ শুনাৰ ভাও ধৰি চকু দুটা আধা মুদাকৈ নৰেশ বৰুৱাই নিজৰ বুদ্ধিকে এইদৰে বিশ্লেষণ কৰি আছিল: ৰাতিপুৱা পাঁচ বজাতে গাড়ী ৰেডি লাগিব বুলি তেওঁ মেকানিকক আদেশ দিছিল যদিও সেইমতে নহ'ল। ওবে ৰাতি কাম কৰিও সি শেষ কৰিব পৰা নাছিল। সেইবাবে খণ্ডতে গোৰগোবাই গোৰগোবাই তেওঁ ড্ৰাইভাৰক ডবিয়াই থাকি থাকি খণ্ডতে কেবাবাৰো মদ বাকি বাকি খাইছিল। ৰাতিপুৱাই ইমান মাত্ৰা নবঢ়ালেও হ'লহেঁতেন বুলি তেওঁ নিজে অনুভৱ কৰাৰ উপৰি নমিতায়ো 'আজিৰ দিনটোতনো নাখালে নহ'লহেঁতেন নে' বুলি ভৎসনা কৰিছিল। কিন্তু সেইকেঢোক মদৰ কাৰণেই কিজানি এতিয়া তেওঁৰ মগজুত এই বুধিটো খেলাই গৈছে। নহ'লে কালিৰে পৰা ৰামেশ্বৰ ধদুৱাই কমখন কাণ্ড কৰিব পেলোৱা নাছিল ; এই ঘৰৰ দুৱাৰকে নৰেশ বৰুৱালৈ বন্ধ কৰি পেলাইছিল। এতিয়া তেওঁ কিছু বক্ষা। দেখা যাওক, ক'ৰ পানী ক'লৈ যায়।

পদ্মা সোমাই অহা তেওঁ দেখিলে। তৎক্ষণাৎ মগজুৰ কোনোবা এঠাইত স্প্ৰিং এডাল জাঁপ মাৰি উঠিল। সকলো বহি থকা দেখি পদ্মাও মানুহৰ পাচফালে বহি পৰিল। নৰেশ বৰুৱাই চকু দুটা সম্পূৰ্ণভাৱে মেলি নমিতালৈ চালে। নমিতায়ো চাই পঠিওৱাত তেওঁ মুৰটোৰে এটা ইঙ্গিত দিলে। নমিতাই জীয়েকক লৈ লাহেকৈ আগফাললৈ ওলাই আহি পাক মাৰি একেচাটে ভিতৰ পালেগৈ। বৰুৱাই চকু দুটা সম্পূৰ্ণভাৱে বন্ধ কৰি গোটেইখন পোহৰময় দেখিলে।

ৰামেশ্বৰে বাধা দিয়াৰ একো উপায় নেদেখিলে। টাউনীয়াৰ বুধিত এই প্ৰথমবাৰলৈ তেওঁৰ হাৰি যোৱাব নিচিনা লাগিল। এনেকুৱা এটা শুভ কৰ্মত বিঘিনি ঘটোৱাৰ কোনো কাৰণ তেওঁ বিচাৰি উলিয়াব নোৱাৰিলে। নহ'লে তেওঁ তুলসী পুলি বিচৰাই আনি কোনখিনিত পুতিব আৰু চাঙ্গীখন আনি কোন মুৱাকৈ পাতিব লাগিব—এইবিলাক বিষয়েই চিন্তা-চৰ্চ্চা কৰি আছিল।

নমিতাই জীয়েকৰ সৈতে আগফালৰ বাৰান্দালৈ ওলাই আহি পুলুং-পালাং কৰি থকা ৰামেশ্বৰে দেখিছিল। তেওঁ কেৰাহি কেৰাহিকৈ কেবাবাৰো দুৰৰ পৰা চালে। মানুহজনী বৰ শুৱনী। সুন্দৰ স্বাস্থ্য-পাতি, গঠিত

নাক-মুখ, পৰিপাটি সাজ-পাৰ সকলোপিনেই পদ্মাতকৈ ওপৰত। টাউনত মানুহবোৰে থাকিবও জানে হ'বলা। নমিতাৰ বিয়া হৈ গৈছে বুলি আৰু ল'ৰা-ছোৱালীও হৈ গৈছে বুলি ধৰিব পাৰি নিশ্চয়। কিন্তু তাৰ বাহিৰে যেন তেওঁৰ গাত আন একো খতি-খুন নাই। ৰামেশ্বৰৰ এটা হিয়াভেদী হুমুনিয়াহ ওলাই আহিব খুজিলে; পিচে কোনোমতে তাক দমাই ৰাখিলে। লাহে লাহে নমিতাৰ ওপৰত, তাৰ পাচত নৰেশৰ ওপৰত আৰু শেষত তেওঁলোক গোটেই পৰিয়ালটোৰ ওপৰতে ৰামেশ্বৰৰ খং উঠিল। খংটো ক্ৰমাৎ বেছি হৈ আহিল। লগে লগেই ৰামেশ্বৰৰ মনত প্ৰশ্ন জাগিল, বাৰাণ্ডাই বাৰাণ্ডাই নমিতা বাৰু ক'লৈ গ'ল? একেবাৰে ভিতৰ পালেগৈ নেকি? সেই কাৰণেই যখিনীজনী ওলাই আহিছিল নেকি? সৰ্বনাশ! ৰামেশ্বৰ জঁপিয়াই উঠিল। বাকীবিলাক মানুহক তাতে এৰি তেওঁ কোবাকুবিকৈ ভিতৰলৈ গৈ একেবাৰে তিৰোতা মানুহ, ল'ৰা-ছোৱালীয়ে বেৰি-কুৰি থকা শোৱা কোঠাৰ দুৱাৰমুখ পালেগৈ। হয়, নমিতাই জীয়েকৰ সৈতে মূৰ গুজি পৰি থকা বুঢ়ীৰ বিছনাৰ কাষত সেমেনা-সেমেনিকৈ থিয় হৈ আছে। নিজৰ জীয়েক নীলিমা অৱশ্যে তেতিয়াও আইতাকৰ গাতে লাগি বহি থকা ৰামেশ্বৰে দেখিলে। অলপ ৰক্ষা তেও ঃ তেওঁ বিজুলী বেগেৰে তাৰ পৰা আঁতৰি আহি আগ-ফালৰ কোঠা পালেহি। ভাগৱত পাঠ পুৰ্ণোদ্যমে চলি আছে। সকলোৱে, বিশেষকৈ নৰেশ বৰুৱাৰ পৰা আঁৰত থাকি তেওঁ পদ্মাৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ চেষ্টা কৰিলে। কিন্তু গাঁৱলীয়া ছোৱালী পদ্মা আন আন মানুহৰ দৰেই সুৰ ধৰি গোৱা পুথিৰ পাঠত ইমানেই মগ্ন হৈ আছে যে তেওঁ বাহিৰলৈ নাচায়েই। ৰামেশ্বৰৰ খঙে মুধচ পাইছেগৈ। এই মূৰ্খ অশিক্ষিত গাঁৱলীয়া ছোৱালীবোৰক বিয়া কৰোৱাই তেওঁৰ ভুল হৈছিল। ইহঁতে সংসাৰৰ ভালকৈ একো বুজি নাপায়। সেইসোপা নুশুনিলেনো কি হ'লহেঁতেন?

শেষত কেনেবাকৈ পদ্মাই চকু-মুখ বিকটাই হাত-পাত জোকাৰি ত্ৰিভঙ্গ মূৰ্তি ধৰি থকা গিৰীয়েকক এবাৰ দেখিলে। বেচেৰীৰ বুকু চিৰিংকৈ উঠিল। ৰামেশ্বৰৰ গোঁৱাৰ স্বভাৱ তেওঁৰ ভালদৰে জনা আছে। খং উঠিলেতো কথাই নাই। তেওঁৰ প্ৰকাণ্ড ভুল হৈ গ'ল বুলি পদ্মাই ধৰিবয়ে ল'লে আৰু খৰখেদাকৈ থৰক-বৰক খোজেৰে ওলাই আহিল।

ৰামেশ্বৰে ফেটীসাপৰ দৰে ফোঁচ কৰে উঠিল, "তই ক'ত মৰিবলৈ আহিলি? সিফালে সিজনী গৈ খুৰীৰ ওচৰ পালেগৈ। তোক মই কোৱা

নাছিলোঁনে.......”

বাকীখিনি আৰু পদ্মাৰ কাণত নপৰিল। তেওঁ উধাতু খাই দৌৰ মাৰিলে। ৰামেশ্বৰে দুই হাত ক'কালত স্থাপন কৰি ঘৈণীয়েক যোৱাৰ ফালে চাই থাকিল। পদ্মাই উৰি যোৱাদি গৈ খুৰী শাহুৱেকৰ কোঠাত সোমালগৈ আৰু নমিতা আৰু জীয়েকৰ মাজেদিয়েই সৰকি গৈ বুঢ়ীৰ শিতানৰ ওচৰতে ধমহ কৰে পৰি দি নীলিমাৰ হাতৰ পৰা বিচনীখন আজোৰ মাৰি লৈ বুঢ়ীৰ মূৰত বিচি বিচি খং মুৱাকৈ ক'লে, “আইতাৰৰ মূৰ ফুৰণি হৈছে বুলি কৈছে নহয়, তই অকমান বিচি থাকিবও নোৱাৰ!” তেওঁৰ গাৰ ঠেলা-গতা খাই খাই নমিতা আৰু জীয়েক পৰি যাবই খুজিছিল। নীলিমাই লাজতে তলমূৰ কৰি থাকিল; আচলতে তাই নমিতাহঁতক দেখি লাজ-সঙ্কোচতে কিংকৰ্তব্যবিমূঢ় হৈছিল। পদ্মাৰ কাণ্ড দেখি নমিতাই নাক কোঁচাই পেলালে। কিন্তু তেওঁ তাৰ পৰা লৰচৰ নকৰিলে। মদৰ জালত নৰেশ বৰুৱাই কি কাণ্ড কৰি দিয়ে ঠিক নাই!

নৰেশ বৰুৱাই অৱশ্যে পদ্মাৰ প্ৰস্থানটো লক্ষ্যই নকৰিলে। ভাগৱত পাঠৰ কৌশলটোৱে এনে বঢ়িয়া কাম দিলে যে তেওঁ ধ্যানস্থ হৈ পাচফালে বহিয়ে থাকিল। অৱশ্যে আৰু কি উপায়েৰে ৰামেশ্বৰক জব্দ কৰিব পাৰি তাকেই মনে মনে চিন্তা-চৰ্চা কৰি থাকিল। পুতেক মনীশ অহালৈকে ৰখাব পাৰিলে আৰু মনীশৰ হতুৱাই মুখামুখিটো কেনেবাকৈ কৰাই দিব পাৰিলে বহুত কাম সহজ হৈ যায়।

ৰামেশ্বৰ বৰা এইবাৰ সজাগ আৰু তৎপৰ হ'ল। এই কথাই কথা নহয়। নৰেশে টাউনীয়া বুধিৰে ছলিবলৈ আহিছে। বইজাতে নাম গোৱাইছে। যেন কীৰ্তন-ভাগৱত দূৰৰ পৰাও কেতিয়াবা দেখিছেহে!

কালিৰে পৰা লগে লগে থকা মানুহবিলাকক ৰামেশ্বৰে এঠাইত গোট খুৱালে। ভিতৰপিনৰ পুৰণি সৰু ঘৰ এটা আছিল। তাতে মানুহখিনিক মনে মনে চাহ-চুৰট খুৱাই আছিল। এতিয়াও বঙালীৰ দোকানৰ পৰা মিঠাই আনিবলৈ এটাক পঠিয়াই দি সকলোৰে লগত আলোচনা কৰিলে—কেনেকৈ যিমান পাৰি সোনকালে মৰিশালিলৈ যোৱা কৰিব পাৰি। প্ৰধান কথা হ'ল পুথি বন্ধ কৰিব লাগিব। তেতিয়াই সকলো সহজ হৈ যাব।

সেই আদহীয়া মানুহজনক ল'ৰা এটা পঠাই মতাই অনা হ'ল। ৰামেশ্বৰে তেওঁক চাহ-মিঠাই যাচি বহুৱালে। তাৰ পাচত, যেন ভাগৱত পাঠত লাগি-

ভাগি দিয়া আটাইকে এইদৰে মাতি আনিহে চাহ খুৱাইছে তাকে দেখুৱাই, ইটো-সিটো কথা উলিয়াই ক'লে, "ডাঙৰীয়াতো গ'লেই। আপোনাক সেই উৰিয়ামতলৰ মাটিডোখৰ দিম বুলি কৈছিল নে এনেকুৱা কিবা এটা শুনিছিলোঁ।"

আদহীয়াই ক'লে, কওঁতে ডাঙৰীয়াই কৈছিলতো; পিচে কিবা কৰাৰ আগতে দেখোন এইখন হ'ল। এনেকুৱা হ'বগৈ বুলি তেখেতে ভবাই নাছিল হ'বলা। ৰামেশ্বৰে গহীনাই চিন্তা কৰি চাই কোৱাৰ দৰে ক'লে, "বাৰু হ'ব। মই কিবা এটা কৰি দিম। দদাইদেউৱে কৈছিল যেতিয়া আপোনাৰ প্ৰতি মোৰো এটা কৰ্তব্য আছে।"

আদহীয়াই বৰ আগ্ৰহেৰে ক'লে, "তুমি কৈছা যেতিয়া অৱশ্যে মই চিন্তা নকৰোঁ। মাটিডোখৰ মোৰ নিজৰ হৈ গ'লে বৰ্তি যাওঁ আৰু।"

ৰামেশ্বৰে তেতিয়া ক'লে, "আপুনি চিন্তা নকৰিব, মই কথা দিলোঁ! এতিয়া আপোনালোকৰ পুথি সামৰক আৰু। গোটেই দিনটো এইদৰেই ৰখি থাকিব নে? আপোনাকে ভাৰ দিলোঁ, সিজনক কওকগৈ।"

আদহীয়া উঠিলেই। "মই এতিয়াই বন্ধ কৰি দিমগৈ।" এই বুলি তেওঁ ওলাই গ'ল।

অলপ পাচতে সঁচাকৈয়ে ভাগৱত পাঠ বন্ধ হৈ গ'ল। আদহীয়াই পুথিৰ পাঠকজনক লৈ খৰখেদাকৈ তাৰ পৰা ওলাই আহিল। নৰেশ বৰুৱাই অবাক হৈ চকু মেলি চালে। ৰামেশ্বৰৰ দল সাজু হৈয়ে আছিল। তেওঁলোক ঘপহ কৰে সোমাই আহি ঘোষণা কৰি দিলে যে আৰু পলম কৰিব নোৱাৰি, নিব লাগে, নহ'লে ৰাতি-বিয়লি বৰ অসুবিধা হয়।

বাকীবিলাক মানুহেও হয়, হয় কৰি দিহা-দিহি আঁতৰি গ'ল। কিছুমানে শেষৰখিনি আয়োজনত সহায় কৰি দিলে। কিছুমানে বিশ্বেশ্বৰ বৰাক গা ধুওৱাৰ দিহা কৰিবলৈ ধৰিলে। আচলতে ৰামেশ্বৰে সকলোখিনি যোগাৰ কৰি মানুহো লগাই থৈছিল। মাত্ৰ ইঙ্গিত পোৱা মাত্ৰকে তেওঁলোকে দিহা-দিহি কামত লাগি গ'ল। এনে ক্ষিপ্ৰ গতিত কামবোৰ চলিবলৈ ধৰিলে যে নৰেশ বৰুৱাই বাধা দিবলৈ কোনো সুৰুঙাই বিচাৰি নাপালে।

শ্ৰীমতী ৰুক্মিণী বৰা থৰক-বৰককৈ ওলাই আহিল। পদ্মা, নীলিমা আৰু নমিতাই তেখেতক আলফুলে ধৰি আনিছে। গা-ধুওৱা হৈছিলেই। তেখেতক দেখি বাকী সকলে কাম বন্ধ কৰি থিয় হৈ থাকিল। বুঢ়ীৰ চিৰি

চাব নোৱাৰা হৈছে ; আউল-বাউল কেঁচা-পকা চুলি, ৰঙা সোমাই যোৱা চকু, শোটোৰা পৰা ছাল, অসংযত কাপোৰ-কানি, মেলখাই থকা মুখ ; থিয়েটাৰত ওলোৱা যেনহে লাগে। বুঢ়ীয়ে দুবেৰ পৰাই মাটিত পৰি মূতকলৈ সেৱা কৰিলে ; পদ্মা, নীলিমা, নমিতায়ো অনুকৰণ কৰিলে। তাৰ পাচত তেখেত নিৰৱেই অহা বাটে উলটি নিজৰ কোঠাৰ পিনে সাঙ্গো-পাঙ্গৰে সৈতে গুচি গ'ল।

বুঢ়ী কোঠাটোৰ পৰা ওলাবলৈহে পালে, কাম কৰি থকা মানুহ কেইজনে বিশ্বেবৰ বৰাক ধৰি মেৰোৱা কাপোৰেৰে ভালকৈ ঢাকি-ঢুকি দাঙি বাহিৰলৈ উলিয়াই লৈ গ'ল। নি একেবাৰে বাহিৰৰ চোতালত সাজু কৰি থোৱা চাঙ্গীখনত তুলি দিলেগৈ।

তেতিয়াহে নৰেশ বৰুৱাই বিস্ময়ৰ ভাব কটাই উঠি কল্পনাতে নিজৰ পিঠিত বাঘচকা এটা মাৰি দি নিজকে সম্পূৰ্ণ সজাগ কৰি তুলি বেগাই বাহিৰলৈ ওলাই আহিল। ঢাবিৰে মেৰাই শটো বন্ধা হ'ব ধৰিছেই। নৰেশ বৰুৱাই আহি ওচৰত থিয় দি অলপ খঙেৰে ক'বলৈ ধৰিলে, "ৰ'বা ৰ'বা। যধে-মধে কাম নকৰিবা। মোৰ ছোৱালীজনী আহি পোৱাৰ কথা আছে। তাইক ককাকে তুলি লৈছিল, তোমালোকে জানাই। তাইক এইখন ঘৰৰ পৰা তেখেতে নিজে বিয়া দি উলিয়াই দিছিল তাকো তোমালোকে জানা। তাই যদি আহি ককাকক দেখা নাপায় কিমান ডাঙৰ কথা হ'ব এবাৰ তোমালোকে ভাবি চোৱা। মোৰ ল'ৰাটোও আহি পোৱাৰ কথা আছে। কিন্তু তাতোকৈ মই ছোৱালী-জনীৰ কথাটোতহে বেছি জোৰ দিছোঁ। মই এনেয়ে অপেক্ষা কৰিবলৈ কোৱা নাই।"

ৰামেশ্বৰ বৰাই জোঁৰ-টাৰ ঠিক-ঠাক কৰি লৈছিল। তেওঁ মন কৰিলে যে নৰেশ বৰুৱাই জীয়েক আহি পোৱাৰ কথা এতিয়ালৈকে এবাৰো কোৱা নাছিল ; মাত্ৰ পুতেক মনীশৰ কথাহে কৈছিল। গতিকে জীয়েকৰ কথা উলিওৱাটো এটা নতুন কৌশলহে মাত্ৰ। তাৰ দ্বাৰা পলম কৰি দিয়াৰহে আচল মতলব, যাতে মুখাগ্নিটো পুতেকৰ হতুৱাই কৰাই বসতে নামটো থ'ব পাৰে। গতিকে ৰামেশ্বৰে নৰেশৰ কথাৰ উত্তৰতে ক'লে, "শটো বাহিৰ উলিয়াই ৰৈ থাকিব নোৱাৰি নহয়। আপোনাৰ ছোৱালী বা কেতিয়া আহি পায়হি কোনে ক'ব পাৰে। আমি ৰাতিলৈকে ৰৈ থাকিব নোৱাৰোঁ।"

তেতিয়া নৰেশ বৰুৱাই আন উপায় নেদেখি "মই বাৰু মামীদেউক এবাৰ

সুধি আহোঁগৈ, তেখেতে যদি যাবলৈ কয় তেন্তে কোনো কথা নাই।”
এইবুলি তেওঁ তাৰ পৰা বাৰাণ্ডালৈ উঠি গৈ কোবাকুবিকৈ ভিতৰৰ পিনে গ'ল।

ৰামেশ্বৰৰ জোঁৰ-টাৰ জ্বলি উঠিল। নৰেশ বৰুৱা ভিতৰ পিনে গৈ নেদেখা হ'ল কি নহ'ল ৰামেশ্বৰে চাঙ্গী তুলিবলৈ ইঙ্গিত দিলেই। সাজু হৈ থকা কেইজনে চাঙ্গী তুলি ল'লে। হৰিবোল হৰিবোল ৰৱে মুখৰিত হৈ উঠিল। কোনোবা যদি কেনিবা আঁতৰিও আছিল লৰ দি দি চাপিকুচি আহিল। নৰেশ বৰুৱাও ফোঁপাই-জোপাই লৰি লৰি বাৰাণ্ডাইদি ওলাই আহিল। তেওঁৰ পাচে পাচে নমিতা, জীয়েক আৰু নীলিমা। পদ্মাই বুঢ়ীক এৰি আহিব নোৱাৰিলে। আন দুজনীমান তিৰোতামানুহো লৰালৰিকৈ ওলাই আহিল। তেওঁলোক বাৰাণ্ডাতে বৈ গ'ল। কাৰণ ইতিমধ্যেই শৱযাত্ৰা আৰম্ভ হৈ গৈছে। ৰামেশ্বৰে ধোঁৱাই ধোঁৱাই জ্বলি থকা জোঁৰ-টাৰ অলপ বেঁকা কৰি তললৈ ধৰি খোজ ল'লে। কেইবাজনেও বাট পোনাই দিলে।

নমিতাকে আদি কৰি তিৰোতামানুহবিলাকে হুৰাওৱাৰে কান্দিবলৈ ধৰিলে। স্তব্ধ হৈ বৈ যোৱা নৰেশ বৰুৱাৰ দুচকুৱেদি সৰসৰকৈ চকুপানী বৈ আহিল। কোনোবাই মন কৰিলে দেখিলেহেঁতেন তেওঁ মুখেৰে বিৰবিৰকৈ কিবা আওৰাব লাগিছে। বোধহয় 'মধু দানৱ দাৱণ'ৰ লেখীয়া কিবা মুখস্থ থকা সংস্কৃত শ্লোককে তেওঁ মাতিছিল। কিন্তু স্পষ্টকৈ ধৰিব পৰা নগ'ল। আনকি মদপী বৰুৱাই মদৰ জালতে কিবা নকৰিবলগীয়া কাম কৰি পেলাইছেনেকি তাক চাবলৈকো নমিতা আৰু জীয়েকৰ মনত খেলোৱাৰ উপায় নাছিল। মাক-জীয়েক দুয়ো সাৱটা-সাৱটিকৈ ধৰি সহিব নোৱাৰা বেজাৰত খুব কান্দিছিল। আন এগৰাকী তিৰোতামানুহক সাৱটি ধৰি নীলিমায়ো একেধৰণেই হুকহুকৈ কান্দি আছিল। শেষ যাত্ৰাৰ এই অন্তিম বেদনাই তাত উপস্থিত থকা সকলো মানুহকে বিচলিত কৰি তুলিলে। কাৰো মুখত মাত-বোল নাই। আনকি ৰামেশ্বৰ বৰায়ো জ্বলা জোঁৰ-টাৰ কাঢ়িয়াই নিবলৈ ধৰি ওঁঠ দুটা টানকৈ কামুৰি ধৰিলে।

নৰেশ বৰুৱা এখোজ দুখোজকৈ শৱযাত্ৰীসকলৰ লগ লাগিলগৈ। তেওঁ মুখেৰে বিৰবিৰায়ে আছে। কোনেও তেওঁৰ কথা বুজিবলৈ যত্ন নকৰিলে। কিন্তু ভণ্ডামি কৰিহে তেনে কৰিছে বুলিও কোনেও সন্দেহৰ চকুৰে তেওঁলৈ নাচালে।

আগে আগে যোৱা ৰামেশ্বৰ কেতিয়াবা দুজনমান লগৰীয়াৰে সৈতে ভালেখিনি আগুৱাই গৈছে, আকৌ কেতিয়াবা চাঙ্গীলোৱা কেইজন তেওঁলোকৰ ওচৰ চাপি গৈছে। তেনেকৈ এবাৰ চাঙ্গী নিচেই ওচৰ চাপি যোৱাত ৰামেশ্বৰে কাণৰ কাষতে বিৰবিৰণি শুনি লাহেকৈ উলটি চালে। আগফালে এজনক সলনি দি চাঙ্গী কান্ধত লোৱা নৰেশ বৰুৱাৰ লগত খুন্দাই খাই যাব খুজিছিল। কথমপি গা বচাই ৰামেশ্বৰে খৰকৈ খোজ চলাই আগবাঢ়ি গ'ল। কিন্তু বৰুৱাৰ মুখৰ ধ্যান মন্ত্ৰটো তেওঁ ধৰিব পাৰিলে, তেওঁ মোমায়েকৰ প্ৰিয় কবিতা 'মৰণৰে তুহু মম চিয়াম চমান'কে অবিৰাম গাই গৈছে।

## ক্ষুদ্ৰাতিক্ষুদ্ৰ

ক্লিং ক্লিংকৈ অবিৰাম দুই মিনিটমান বাজি থকা টেলিফোনটো ডাঃ ৰূপালী কাকতিয়ে দৌৰি আহি দাঙি লৈ সঁহাৰি দিলে, "হেলউ !"

"ৰূপালী ?"

"কোনে কৈছে ?"

"ধৰিব পৰা নাই নেকি ?"—সিমূৰৰ পৰা পুৰুষ কণ্ঠই প্ৰশ্নহে কৰিলে। ৰূপালীৰ অলপ খং উঠিল। গতিকে বৰকৈ চিন্তা কৰি নেচাই কৰ্কশ মাতেৰেই সুধিলে, "কোন ? কাক লাগে ?"

"মই সনৎ—ডক্টৰ সনৎ দত্ত।"

সনতৰ নাম শুনি ৰূপালীয়ে সংযত হ'বলৈ চেষ্টা কৰিলে। "মই অন্য কোনোবা বুলি ভাবিছিলোঁ দেই ! সেই কাৰণে—"

"খং উঠি গ'ল ! মোৰ পিচে তোমাৰ খং তুলি বৰ ভাল লাগে। মাত্ৰ নেদেখা কাৰণেহে দুখ।"

"চকুৰ ডাক্তৰ হৈ একো নেদেখাই হ'লা নেকি ?"

"এৰা যোৰে যোৰে চকু ভাল কৰি দিবই লাগিছোঁ। কিন্তু মোৰ নিজৰ চকুৰেহে একো নেদেখা হ'ল।"

"নেদেখা হলা ?" ৰূপালীয়ে কৃত্ৰিম আতঙ্কৰ সুৰত কৈ উঠিল। ডাঃ দত্তয়ো সমান তালত হুমুনিয়াহ ছাৰি কৈ পঠিয়ালে, "এই ধৰা, তোমাৰ খং উঠা চাবলৈ মন গৈছে, কিন্তু মুখেৰে কথা কৈয়ে সন্তুষ্ট থাকিব লগা হৈছে—'হাৰ্ড মেলডিজ আৰ ছুইট বাট দউজ আনহাৰ্ড আৰ ছুইটাৰ' কৰিব লগা হৈছে।"

"আও ! আজি দেখোন কাইব কৰা হৈছে !"

"দৰকাৰ হৈছে। আজি মই ডাক্তৰী এৰি কাব্যতে ডুব দি পাহৰি থাকিব লগা অৱস্থাত পৰিছোঁ। বুঢ়া পেচেণ্ট এজন আহি মোৰ সকলো বিদ্যা বাহিৰ কৰি দিছে।"

"ক'ৰ বুঢ়া ?"

"ক'ৰ ক'ব নোৱাৰোঁ। ইয়াৰ নহয়। ভদ্ৰলোক কোনোবা ভাল ঘৰৰে মানুহ যেন লাগে। সংসাৰৰ খা-খবৰ ৰাখে। বহু বেমাৰ-আজাৰৰ নাম-ধাম

জানে। কথা-বতৰাও বেছ ভালকৈ কয়।"

"গোলমালটো কি ?"

"চকু। মোৰ ওচৰলৈনো আৰু তোমাৰ নিচিনাকৈ মনৰ বেমাৰী আহিবনে ? চকু দুটা দেখুৱাবলৈ আহিছে—আজি এসপ্তাহে মোক হায়ৰাণ কৰি মাৰিছে।"

ৰূপালী কাকতিয়ে ধেমালিৰ সুৰত ক'লে, "চকুৰ বেমাৰীৰ বিষয়ত মইতো সহানুভূতি দেখুওৱাৰ বাহিৰে একো কৰিব নোৱাৰিম। চশমাতশমা এজোৰ দি পঠিয়াই দিয়া, লেঠা ছিগি যাব।"

প্ৰায় চিঞৰি উঠাৰ দৰেই সনৎ দত্তই কৈ পঠিয়ালে, "চশমাফশমাৰে একো কৰিব পৰা নাই কাৰণেইতো বিপদত পৰিছোঁ। বুঢ়াৰ কি হৈছে মই ধৰিব পৰা নাই। বদমাইচী কৰিছে নেকি তাকো ক'ব পৰা নাই।"

ডাঃ ৰূপালী কাকতি এইবাৰ অলপ ছিৰিয়াছ হ'ল। ডাঃ দত্তই সাধাৰণতে তেওঁলোকৰ মাজৰ সম্পৰ্কটোৰ কাৰণে যিদৰে ধেমালি কৰি ফোনত কথা পাতে আজি সেইদৰে পতা নাই বুলি তেওঁৰ এতিয়া লাহে লাহে অনুভৱ হ'ল। সেই কাৰণে তেওঁ ক'লে, "মই ভালকৈ কথাটো ধৰিব পৰা নাই, কি হৈছে অলপ বুজাই কোৱাচোন।"

সনৎ দত্তই ক'বলৈ ধৰিলে, "আজি এসপ্তাহমান আগতে মানুহজন আহিল। চেম্বাৰত আন আন মানুহৰ দৰে তেওঁকো চালোঁ। বুঢ়াই সোমাই মোৰ সন্মুখৰ চকিখনত বহিয়েই ক'লে,—ডাক্তৰ মোৰ চকু দুটা ভাল কৰি দিয়ক। মই কিনো হৈছে সুধিলোঁ। বুঢ়াই ক'লে,—মইচোন প্ৰায়েই সকলো বস্তু সৰু সৰু দেখোঁ—মানুহকো। মই ভাবিলোঁ কমকৈ দেখে হবলা। বুঢ়া মানুহ, সেইটোনো কি আচৰিত কথা ? গতিকে নিয়মমতে পৰীক্ষা কৰিলোঁ। দুদিনে চাই যি বুজিলোঁ বুঢ়াৰ বিশেষ ডিফেক্ট একো নাই—বয়সৰ কাৰণে যি অলপ শক্তি কমিছে তাৰ কাৰণে কিতাপ-পত্ৰ পঢ়িবলৈ চশমা এযোৰ দিব পাৰি। তাৰেই ব্যৱস্থা দিলোঁ। চশমা পিন্ধি বুঢ়া আকৌ হাজিৰ। মই সুধিলোঁ— কেনে পাইছে ? বুঢ়াই গহীনাই ক'লে—একো ভাল পোৱা নাই, আগৰ নিচিনাই সকলো বস্তু সৰু সৰু দেখি আছোঁ। মই হাঁহি ক'লোঁ যে দুদিনমান ব্যৱহাৰ কৰি চাওক, ভাল পাব। এতিয়া বুঢ়াই মোৰ পাচ লৈৰাই হৈছে— কয় বোলে মই যেনেতেনে ভাল কৰি দিবই লাগিব—আন সকলো মানুহে বস্তুবোৰ চকুৰে ঠিক দেখে, তেওঁ সৰু দেখিব কিয় ? ভদ্ৰলোকক লৈ মই মহা

বিপাণ্ডত পৰিছোঁ।"

ৰূপালীয়ে সুধিলে, "একো অসুখ নাই যদি কিয় এনে কৰিছে? নৰ্মেলী যিবোৰ কাৰণত চকু বেয়া হ'ব পাৰে সেইবোৰ একো নাই নহয়?"

"এবছ'লিউটলী নাই।" সনৎ দত্তই আকৌ চিগ্ৰেৰি উঠাব দৰে ক'লে, "বুঢ়া মানুহ বুলি কেটেৰেক্টৰ কথাই প্ৰথমে মনলৈ অহা স্বাভাৱিক—কিন্তু নাই, কেটেৰেক্ট নহয়। পাৱাৰৰ কথাটো কৈছোঁৱেই। কৰ্নিয়েল অপেচিটিৰ কথা ক'ব পাৰা—কিন্তু কৈছোঁ নহয় সেইবিলাক একোৱেই নহয়। অন্ততঃ মই দেখাত সেইবিলাক ডিফেক্ট একো নাই। মোৰ বিপদ হৈছে সেইখিনিতেই। মই এনেকুৱা কেছ দেখাও নাই, শুনাও নাই।"

ৰূপালীয়ে ডাঃ দত্তৰ কথাখিনি ভালদৰে শুনি লৈ লাহেকৈ মন্তব্য কৰিলে, "ক'লোঁৱেই নহয়, মই ছিম্পেথী দেখুওৱাৰ বাহিৰে একো কৰি দিব নোৱাৰিম। তুমিতো যি হওক তেনে এজন পেচেণ্ট দেখিলাই—মই দেখাই নাই—শুনাত এইমাত্ৰ যিহওক শুনিলোঁ।"

"ধেমালি নহয় ৰূপালী," ডাঃ দত্তই গম্ভীৰভাৱেই ক'লে, "বুঢ়াৰ কথা তোমাক কোৱাৰ কাৰণ আছে।"

"কি কাৰণ?" ৰূপালী কাকতি যেন অলপ আতংকিত হৈ উঠিল, "মই কিবা কৰিব লাগিব নেকি?"

"তুমি সহায় কৰিব লাগিব। কেছটো মই ইতিমধ্যে তোমালৈ ৰিফাৰ কৰিছোঁ।"

"সৰ্ব্বনাশ! মোলৈ কিয়? চকুৰ বেমাৰী—তুমি হ'লা আই স্পেচিয়েলিষ্ট —মই কি কৰিব পাৰোঁ?"

"শুনা, মই বৰ কষ্ট কৰি—বৰ কায়দা কৰি ভদ্ৰলোকক তোমাৰ ওচৰলৈ যাবলৈ মান্তি কৰাইছোঁ। মোৰ অনুমান হৈছে তেওঁৰ মূৰৰ কিবা গোলমাল আছে। নহলে দুটা ভাল চকুৰে ডাঙৰ বস্তু সৰু দেখিব কিয়? কিন্তু পোনে পোনেতো আৰু ক'ব নোৱাৰি যে আপোনাৰ মূৰৰ বিকাৰ আছে, গতিকে ডক্টৰ ৰূপালী কাকতিৰ ওচৰলৈ যাওক। বুজিব নোৱাৰাকৈ বহুত ঘূৰাই পকাই কৈছোঁ যে শৰীৰৰ আন বহুত বিকাৰৰ কাৰণেও চকুৰ অসুখ হ'ব পাৰে। আপুনি সেইবাবে ডক্টৰ কাকতিক দেখা কৰকগৈ—লাগিলে বাৰু মইও এখাৰ কৈ দিম।"

ৰূপালীয়ে সুধিলে, "তেন্তে তুমি ভাবা যে কেচটো ঠিক তেনেধৰণৰে

কিবা ?”

“মোৰতো তেনে বুলিয়েই সন্দেহ হয় ।”

“তুমি এভইড কৰিবৰ কাৰণে মোৰ গাত পেলাই দিয়া নাইতো ?”

“নাই নাই নাই। কৌশলেৰে তোমাৰ তালৈ ৰিফাৰ কৰি পঠোৱা কাৰণে দেখাত তেনে যেন লাগিব পাৰে। কিন্তু বিশ্বাস কৰা মই সেইটো কৰা নাই। আৰু তুমিনো ভাবিব পাৰানে মই তোমাক ইচ্ছা কৰি বাৰ্ডেন এটা দিবলৈ ভাল পাম ? তুমি জানা মই তোমাৰ কাৰণে—”

“হৈছে হৈছে,” ডাঃ কাকতিয়ে সনৎ দত্তৰ প্ৰেমাভিনয়ৰ উছাহত বাধা দি ক'লে, “ভাললৈ বুলি হওক বেয়ালৈ বুলি হওক মোৰ অপকাৰটো কৰিলাই যেতিয়া এতিয়া কোৱাচোন মানুহজনৰ কিবা এণ্টিচিডেণ্ট জানা নেকি ?”

“নাম শ্ৰীশান্তনু বৰুৱা। বয়স ছিক্সটীৰ ওচৰা-ওচৰি। ঘৰ নগাওঁ জিলাৰ কোনোবা এঠাইত বুলি কৈছিল—পাহৰি গ'লোঁ। সাধাৰণ স্বাস্থ্য-পাতি ভাল। বুঢ়া হৈছে যদিও বেছ মজবুত হৈ আছে। আৰু কিবা লাগিব নেকি ?”

“এইবোৰ হবলা এণ্টিচিডেণ্ট হ'ল ? এইবোৰ কথাতো ময়ো মানুহজনক দেখিলে ক'ব পাৰিম। তেখেতে নিজৰ জীৱনৰ কথা, কাৰ্যকলাপৰ কথা কিবা কৈছিল নে নাই তাকেহে সুধিছোঁ।”

“এ সেইবোৰতো সুধিবৰ নহ'ল। সেইবোৰ যে কামত আহিব ভবাই নহ'ল নহয়, সেই কাৰণে—”

“মানুহজন মোৰ ইয়ালৈ কেতিয়া অহাৰ কথা ?”

“ইমানপৰে গৈ পালে বুলিহে ভাবিছিলোঁ। নহ'লে মই ইমানখিনি কথা ক'বলৈ সুবিধাই নেপালোঁহেঁতেন। আজিয়ে—”

কলিং বেলটো বাজি উঠাত ৰূপালী কাকতিয়ে সিমানতে ডাঃ দত্তৰ পৰা বিদায় লৈ টেলিফোনটো থৈ দিলে। ঠিক সেই সময়তে কাম কৰা ল'ৰাটোৱে আহি জনালে যে বুঢ়া মানুহ এজন আহিছে, বাইদেউক দেখা কৰিব খোজে।

॥ ২ ॥

“ডাঃ ৰূপালী কাকতি ?”

“হয় আহক।”

নমস্কাৰৰ উত্তৰত হাত দুখন দাঙি ডাঃ কাকতিয়ে শান্তনু বৰুৱাক আগ-

বুঢ়াই ভিতৰলৈ গৈ গ'ল। সাধাৰণতে ৰোগীক তেওঁ চেম্বাৰলৈ লৈ লৈ যায়। কিন্তু মানুহজনৰ আচৰিত আচৰণৰ বিষয়ে সনৎ দত্তৰ পৰা অলপ আগতে শুনি এই নিয়মৰ ব্যতিক্ৰম হ'ল। বুঢ়া মানুহজনক ড্ৰয়িং ৰুমৰ মুখতে লগ পোৱা কাৰণেও চেম্বাৰলৈ নিনি তালৈকে লৈ গ'ল।

ওখ ক্ষীণ বগা মানুহজন। ধপধপীয়া চুৰিয়া আৰু হাতখৰা কামিজ পিন্ধিছে। ভৰিত ফিটামৰা এযোৰ ৰঙা জোতা। চশমাযোৰ যে নতুন দেখিলেই ধৰিব পাৰি। আধা-আধিয়েই পকি যোৱা চুলিখিনি এবাৰ কাটিবৰ সময় কেতিয়াবাই পাৰ হৈ গৈছে। ডাঢ়ি কিন্তু চিকুণকৈ খুৰোৱা—ভোবোৰা গোঁফকোছাই মুখখন ঢাকি ধৰিব খোজে। কথা কওঁতে সামান্য-ভাৱে ওলোৱা দাঁত দুপাৰি ৰূপালীয়ে লক্ষ্য কৰিলে—নকল নহয়, এতিয়াও মজবুত হৈয়ে আছে। তেওঁ তেতিয়াহে মন কৰিলে যে ক্ষীণ যদিও ডেকা মানুহৰ দৰেই খোজ কাঢ়ি আহিছে। বুঢ়া বেছ তজবজীয়া। তাৰ মানে সনতে কোৱা মতে মানুহজনৰ সাধাৰণ স্বাস্থ্য ভাল।

ৰূপালীয়ে মানুহজনক বহিবলৈ দিলে। অলপ সময় কাৰো মুখত মাত-বোল নাই। সেইদৰে বেছি সময় থাকিব নোৱাৰি ৰূপালীয়েই আৰম্ভ কৰি দিলে, "কওকচোন।"

ৰূপালীক আচৰিত কৰি দি বুঢ়াই ক'লে, "আইদেউ তুমি তেনেই ছোৱালী মানুহ। তোমাৰ নাম শুনি মই আন ধৰণেহে ভাবি আছিলোঁ। মই তোমাক তুমিয়েই বুলিলোঁ—মই বুঢ়া মানুহ—বেয়া পাবানেকি ?"

"নাই নেপাওঁ বেয়া," ৰূপালীয়ে হাঁহিবলৈ চেষ্টা কৰি ক'লে। আচলতে মনে মনে তেওঁৰ অলপ খঙেই উঠিছিল: ডাক্তৰ হ'ল বুলি, মানুহে নাম শুনিলে বুলি তেওঁ কিবা হাতী এটা মান হ'ব লাগিছিল নেকি ?

"বেছ বেছ বেছ," বুঢ়া উৎফুল্ল হৈ উঠিল। "বৰ সন্তোষ পালোঁ, বৰ সন্তোষ পালোঁ। বিদুষী ছোৱালী তুমি, ইমান জ্ঞানী হৈছা। তোমালোকৰ আচল ঘৰ ক'ত ?"

—শিৱসাগৰত।

—শিৱসাগৰৰ কোনখিনিত ?

—মেলাচকৰ বুলি কয়।

"এ জানোঁ জানোঁ।" ৰূপালীৰ বিৰক্তি বঢ়াই তুলি বুঢ়াই উছাহত ক'বলৈ ধৰিলে, "কাৰ ঘৰৰ কোৱাচোন। পুৰণা মানুহ হ'লে চিনি পাবও

পাৰোঁ।”

ৰূপালীয়ে অনিচ্ছা সত্ত্বেও ক’লে, “চিনি নেপাব নেকি—দেউতা তেনে জনাজাত মানুহ নহয়। বাগিচাতহে কাম কৰিছিল—নাম হৰেন্দ্ৰ নাথ কাকতি।”

“হৰেন কাকতি, হৰেন কাকতি” বুঢ়াই যেন মনত পেলাবলৈ চেষ্টা কৰিলে।

ৰূপালীয়ে ক’লে, “ককাদেউতাৰ নাম ক’লে চিনি পাব নেকি—মানে দেউতাৰ খুৰাদেৰেক ধৰ্মকান্ত কাকতি।”

ধৰ্ম কাকতি,” বুঢ়া চিঞৰি উঠিল, “তোমালোক ধৰ্ম কাকতিৰ ঘৰৰ? তাকে নোকোৱা কিয়? তোমালোক দেখোন আমাৰ বংশৰে মানুহ। আমি শিৱসাগৰৰ পৰা উঠি আহিলোঁ কাৰণেহে ৰবকৈ সম্বন্ধ নোহোৱা হ’ল। আমি নগাঁৱৰ ঠালটো বেলেগ হৈ গ’লোঁ। তাকে নোকোৱা কিয়? ইচ্ ইচ্ ইচ্! তুমি দেখোন আমাৰ ঘৰৰে জীয়ৰী।”

ৰূপালীয়ে অলপ ভয়ে ভয়ে ক’লে, “হয় ময়ো এতিয়াহে আপোনাক অলপ ধৰিব পাৰিছোঁ।” কি পাবিছে সুধি দিয়ে বুলি ভয় লাগিল। তেও উঠি ক’লে, “চাহ এটোপা আনোঁ আপুনি খন্তেক বহক।”

“নেলাগে।” শান্তনু বৰুৱাই ইমান জোৰ দি অগ্ৰাহ্য কৰিলে যে ডাঃ কাকতিৰ বুকু কঁপি গ’ল। “মই য’তে ত’তে চাহ নেখাওঁ।”

আকৌ বহি ৰূপালীয়ে ক’লে, “কিবা আপত্তি আছে যদি থাকক বাৰু।”

“আছে। আপত্তি আছে। কিন্তু তুমি যিটো ভাবিছা আইদেউ সেইটো নহয়। ধৰ্ম-নীতিৰ কথা নহয়। শুনা।” এই বুলি বুঢ়াই অলপ ৰৈ চিন্তা কৰি ক’বলৈ ধৰিলে, “মোৰ নিজৰ ভতিজা ল’ৰা এটাক মই সৰুৰে পৰা ডাঙৰ-কৰিছিলোঁ, পঢ়ুৱাইছিলোঁ। বাপেক নথকাত ময়েই তাৰ সকলো ভাৰ লৈছিলোঁ। বি-এ পাছ কৰি সি চাকৰিত সোমাল আৰু টাউনত থাকিবলৈ ল’লে। ঘৰলৈ নহাই হ’ল। আনকি বাহিৰে বাহিৰে বিয়াও পাতিলে। বিয়ালৈ অৱশ্যে আমি গোটেইখনে গৈছিলোঁ। কিন্তু বিয়াৰ পিচতো সি আৰু ঘৰলৈ নাহিল। ঘৰৰ ল’ৰা এটাকতো এইদৰে এৰি দিব নোৱাৰি। মই এদিন ওলালোঁ তাক চাবলৈ। মই যেতিয়া গৈ পাওঁ সিহঁতহাল তেতিয়া সাজি-কাচি বায়’স্কোপ চাবলৈ ওলাইছিল। ল’ৰাটোৱে মোক বহিবলৈ দি ভিতৰলৈ গ’ল। মই বহি আছোঁ, সি ওলাই নাহেহে নাহে। এবাৰ উমান পালোঁ সিহঁত হালে ভিতৰত কিবা তৰ্কাতৰ্কি কৰিছে। অনুমান কৰিলোঁ ঘৈণীয়েকে খং কৰিছে, সি বুজাবলৈ

চেষ্টা কৰিছে কিন্তু পৰা নাই। অলপ পিচতে সি ওলাই আহি ক'লেহি—
খুৰা আপুনি আজি বংশী বৰুৱাৰ ঘৰতে থাককগৈ, আমি চিনেমা চাবলৈ
যাওঁ, টিকট কাটি থৈছো, মই কাইলৈ লৈ আহিম গৈ। মই মনি বোৱা বেন
পালো। বংশী বৰুৱা আমাৰে এঘৰ আপোন মানুহ। মই একোকে নকৈ
বাৰু বুলি ওলাই আহিলো। সেইদিন ধৰি আইদেউ মই আৰু ঘৰৰ
বাহিৰত কোনো মানুহৰ ঘৰত একো নেখাওঁ। মই ইমান আগ্ৰহ কৰি
সিহঁতৰ খবৰ লবলৈ গৈছিলো। দুখে-ভাগৰে গৈ পাইছো। পানী এটোপা
যাচিব ক'ত, মোক উলিয়াইহে পঠিয়ালে। মই অলপ একাচেকা মানুহ। যি
প্ৰতিজ্ঞা কৰিলো কৰিলোৱেই।"

ঘটনা শুনি ৰূপালীও বৰ আচৰিত হ'ল। তেওঁ ক'লে, "বৰ আচৰিত
কথা।" শান্তনু বৰুৱাই জেপৰ পৰা টাইপ ৰাইটাৰৰ টেপৰ টেমা এটা
উলিয়ালে। সেইটো সাৱধানে খুলি তাৰ পৰা মিক্সাৰ উলিয়াই চিগাৰেট
পকাবৰ কাৰণে হাতৰ তলুৱাত মোহাৰিবলৈ ধৰিলে। আন এটা জেপৰ পৰা
পেপাৰ আৰু জুইশলাও ল'লে। কি ক'ব ৰূপালীয়ে আৰু ভাবিব
নোৱাৰিলে। এবাৰ ভাবিলে—বেমাৰৰ কথা নকয় নেকি? নে তেৱেঁই
উলিয়াব?

হঠাৎ বুঢ়াই ক'লে, "বাৰু বোৱা মোক পানী এটোপা দিয়া। তোমাৰ
লগত আজিহে চিনাকি হ'লো। তুমি কিবা ভাবিবও পাৰা। বোৱা আইদেউ,
তোমাৰ কাৰণে মই আজিলৈ বাৰু প্ৰতিজ্ঞা ভঙ্গ কৰিলো—কিন্তু সাৱধান,
শুদা চাহ এটোপাহে দিবা, আৰু একো নেলাগে।"

ডাঃ কাকতি লৰালৰিকৈ ভিতৰলৈ উঠি গ'ল আৰু কাম কৰা ল'ৰাটোক
পানী তপতাবলৈ লগাই দিলে। কাপ-প্লেট এযোৰ ভালকৈ ধুই ল'বলৈ ক'লে।
পানী গৰম হয় মানে বুঢ়া অকলশৰে বহি আছে বুলি এবাৰ আকৌ এনেয়ে
ওলাই আহিল।

শান্তনু বৰুৱাই চিগাৰেট হুপি থকাৰ পৰাই ৰূপালীক দেখি কৈ উঠিল,
"বুইছা আইদেউ! মই যিটো ঘটনা ক'লো সেই বিষয়ে তুমি একো নেভাৱিবা।
এইবোৰ হৈয়ে থাকে। তুমি নিশ্চয় শ্বেক্সপীয়েৰৰ কিং লিয়েৰ পঢ়িছা—
আমি তাহানিখন স্কুলত লেম্বে লেখা গল্পটো পঢ়িছিলো। ইমান ভাল
মানুহজন বাৰু কিয় বলিয়া হৈছিল? জীয়েকহঁতৰ অকৃতজ্ঞতা দেখি নহয়নে?
মই কিন্তু বলিয়া হে বোৱা নাই চোঁৱা! অথচ প্ৰতিজ্ঞা ল'ৰাটোৱে কৰাতকৈও

ডাঙৰ ঘটনা মোৰ জীৱনত হৈ গৈছে। মোৰ একেজনী মাত্র মৰমৰ জী—তাই মোক কি কয় জানানে? কয় দেউতা, আপুনি অমুক অমুক মাহৃত নাহিব, ল'ৰা-ছোৱালীকিটাৰ পঢ়াৰ ক্ষতি হয়। নাতি-নাতিনীলৈ মোৰ হেঁপাহ হয়, যেতিয়াই মন যায় তেতিয়াই গৈছিলোঁ—অ' এতিয়া মই তোৰ হাক-বচন শুনিহে যাব লাগিবনেকি? মোৰ ছোৱালীয়ে মোৰ কথা নেভাবিলে—তাইৰ নিজৰ ল'ৰা-ছোৱালীৰ কথাহে ভাবিলে। তাইৰ মাকৰ কথা শুনিবা নে? আজি অৱশ্যে তেওঁৰ কথা ক'ব নেপায়—তেওঁ আৰু নাই। কিন্তু সত্যৰ খাতিৰত ক'বই লাগিব যে তেওঁ বিয়াৰ দিন ধৰি মোক তেওঁলোকৰ ঘৰখনৰ নিকিনা গোলাম বুলি ভাবি লৈছিল। শহুৰৰ ঘৰত টকা-পইচা লাগে—মোৰ হাতত থাকক-নাথাকক যোগাৰ কৰি দিবই লাগিব। নহলে ঘোৰ কন্দল লাগিব। তেওঁলোকৰ ঘৰৰ ল'ৰা-ছোৱালীৰ পঢ়া-শুনা, বিয়া-বাৰু গোটেইখিনিৰ দিহা ময়েই কৰিব লাগিব—নহলে মই কিহৰ জোঁৱাই? অথচ মানুহজনীয়ে আমাৰ ঘৰখনৰ বিষয়ে এই ধৰণে এদিনলৈকে ভাবিব নোৱাৰিলে। বুইছা আইদেউ, কিং লিয়েৰৰ কি দুখ? মই কিং লিয়েৰৰ বাপেক।"

ৰূপালীয়ে উচঁপিচাবলৈ ধৰিলে। এইবোৰ তেওঁৰ আগত কোৱাৰ কি অৰ্থ? বুঢ়াৰ মূৰটো তেনেহলে বেয়াই নেকি? ডাঃ দত্তই গম পাইহে বুঢ়াক তেওঁৰ ওচৰলৈ পঠাইছে নেকি?

এনেতে কাম কৰা ল'ৰাটোৱে ট্রে এখনত দুকাপ চাহ লৈ অহা দেখি ৰূপালী আতঙ্কিত হৈ উঠিল। বুঢ়াই বা আকৌ কি ভাবে? তেওঁ উঠি ক'লে, "এই তই চাহ কৰিলি কিয়?"

ল'ৰাটো অবাক। সি চাহ কৰিলে কি জগৰ লাগে? চাহতো সিয়েই সদায় কৰে। এনেতে বুঢ়াই মাত লগালে, "আইদেউ, তুমি হয়তো ভাবিছা মই খাবলৈ বেয়া পাম বুলি। একো নহয়—এয়েই হব। সিও মানুহ। মানুহৰ হাতে খাবলৈ মানুহৰ একো আপত্তি থাকিব নালাগে। লৈ আহ বোপাই।"

স্বস্তিৰ নিঃশ্বাস পেলাই ৰূপালীয়ে ট্রেখনৰ পৰা চাহ একাপ নি বুঢ়াৰ হাতত তুলি দিলে। ই কাপ নিজে লৈ ৰূপালী আকৌ আগৰ ঠাইত বহিলহি। ল'ৰাটো গুচি গ'ল।

চাহত লাহে লাহে সোহা মাৰি বুঢ়াই কোঠাটোৰ ওপৰত চকু ফুৰাই

সুধিলে, "ঘৰটো তোমাৰ নিজা নেকি ?"

"নাই, ক'ত নিজা," ৰূপালীয়ে টপৰাই ক'লে, "ভাড়াঘৰ। নিজা ঘৰ হ'বলৈ গোটেই জীৱনটো লাগিব যেন পাইছোঁ।"

শান্তনু বৰুৱাই অলপ খেমেলীয়া সুৰত সুধিলে, "ধন-পইচা হোৱা নাই নেকি ?"

"নাই, ক'ৰনো ধন-পইচা হ'ব।"

"তুমি বাট ল'ব জনা নাই হ'বলা।"

"জানো, কি বাট ল'লে ভাল ক'বই পৰা নাই।"

"শুনা," বৰুৱাই নীৰৱে ৰহস্যৰ হাঁহি মাৰি সমিধান দিলে, "কেইবছৰমান আগলৈকে আমাৰ মৌজা আছিল—এতিয়া নাই। মোহন ৰায় বুলিবৰ আমাৰ ডেকা মহৰী এটা আছিল। বৰ দুখীয়া মানুহৰ ল'ৰা—আমাৰ ওপৰতে তাৰ ঘৰখন চলে বুলিব লাগে। আমাৰ মৌজা গ'লত তাক এৰুৱাই দিলোঁ। কাৰ বুধিত ক'ব নোৱাৰোঁ, মোহনে ঠিকা কৰিবলৈ ল'লে। মোৰ পৰা দুহেজাৰ টকা খুজি নিলে—কিবা হয় যদি হওক বুলি দিলোঁ। শুনিলোঁ সি বোলে তাৰ পাঁচশমান ভেঁটীকে খুৱালে। এতিয়া মোহন ৰায়ৰ নদন-বদন অৱস্থা ; জয় জয়-ময় ময়। আমাৰ পিনে নেযায়েই—নেচায়েই। মাতি পঠালেও কয়—সময় নাই। টকাখিনিও নিদিলে—খুজিবলৈ যাবলৈও লাজ লাগে—সিও উপযাচি নিদিয়েহি। এদিন মানুহ এটা পঠাইছিলোঁ—কি ক'লে জানানে ? খং কৰি মানুহটোক কৈ পঠিয়ালে, 'টকা আনিছিলোঁ যে কিবা প্ৰমাণ আছেনেকি ?' বুইছা আইদেউ, এনেকুৱা নহলে ধন ঘটিব নোৱাৰা।" এইবুলি বৰুৱাই বৰ আমোদ পোৱাৰ দৰে ঢেকঢেকাই হাঁহিবলৈ ধৰিলে।

এবাৰ সুবিধা চাই ৰূপালীয়ে লাহেকৈ উলিয়ালে, "তেনেহলে আপোনাৰ অসুখটো এবাৰ... ...."

"থোৱাহে অসুখ-চসুখ !" বৰুৱাই তেওঁক ক'বলৈকে নিদিলে, আধা খোৱা চিগাৰেটৰ টুকুৰাটো জ্বলাবলৈ যো-জা কৰি ক'লে, "তোমাৰ লগত চিনাকি হ'লোঁ যেতিয়া বেমাৰ-আজাৰ দেখুৱাই থাকিব পাৰিম। আজিলৈ চিনাকি হোৱাতে থকচোন—কি বোলা ?"

"আপোনাৰ যেনে ইচ্ছা।"

বৰুৱাই এইবাৰ ৰূপালীৰ ঘৰৰ বিষয়ে নানান প্ৰশ্ন কৰিবলৈ ধৰিলে। ৰূপালীৰো মনত খেলালে যে বৰুৱাৰ ঘৰৰ খা-খবৰ দুই-এটা লৈ থোৱা ভাল

হ'ব। কাৰণ ঘৰলৈ গ'লে যদি কেনেবাকৈ বুঢ়াৰ কথা ওলায় তেন্তে ক'ব লগাও হ'ব পাৰে। গতিকে তেওঁ সুধিলে, "আপোনাৰ সেই ছোৱালীজনীয়েই নে আৰু ল'ৰা-ছোৱালী........"

"নহয়, মোৰ ল'ৰাটোহে ডাঙৰ—ছোৱালীজনী সৰু।"

"তেওঁ কি কৰে?"

"মোৰ ল'ৰা ডাঙৰ মানুহেই।"

শান্তনু বৰুৱাৰ কথাত ঠাট্টাৰ সুৰ এটা উঠিল। "এম্-এ পাছ কৰি প্ৰথমে এখন স্কুলত মাষ্টৰ হৈ সোমাল। মই বোলো ভালেই হৈছে—মাটি-বাৰীকে চাব পাৰিব। পিচে নাই, সি স্কুলত কেইমাহমান থাকিয়েই পৰীক্ষা দি চাকৰি ল'লে। এতিয়া বৰপেটাত এছ-ডি-অ' হৈ আছে।"

"ভালেই হৈছে।"

"কেনেকৈ ভাল হৈছে?" বুঢ়াই উভতি ধৰাত ৰূপালী বিমোৰত পৰিল। "মলক গুইন গুইন পঢ়িছানে?—বেজবৰুৱাৰ সাধু এটা আছে। মলখু নামৰ গাৰ'লীয়া ল'ৰা এটা চাহাব হৈ গাৰ'লীয়া বাপেকক চিনি নোপোৱা হৈ বঙলাৰ পৰা খেদি পঠাইছিল। মোৰ ল'ৰাৰ নাম অৱশ্যে মলখু নহয়—নন্দন বৰুৱাহে। কিন্তু সিও জাতে-পাতে এটা মলখুৱেই। বিদ্যা-বুদ্ধি হ'লে মানুহ ডাঙৰ হয় বুলি ভাবিছিলোঁ। পিছে মোৰ ল'ৰাৰ ক্ষেত্ৰত দেখিলোঁ মিছা। সি মোৰ খবৰকে নলয়, ঘৰলৈ নাহে, তাৰ তালৈ গ'লেও বেয়া পায়—মলখুৱে খেদাৰ দৰে পদুলিৰ পৰাই অৱশ্যে নেখেদে, কিন্তু গম পাওঁ যে মই তাৰ চাহাবী বঙলাত অনাহূত। মই নগ'লেই মোৰ চাহাব-পো মেম-বোৱাৰীয়ে ভাল পায়।"

ৰূপালীয়ে ভয়ে ভয়ে ক'লে, "আপুনি ইমান বেয়াকৈ ভাবি লোৱা উচিত নহয় হবলা। কোনো ল'ৰা-ছোৱালীয়ে মাক-বাপেকক সিমান বেয়া ব্যৱহাৰ কৰিব নোৱাৰে। আপোনাৰ ল'ৰা চৰকাৰী চাকৰিয়াল কাৰণে হয়তো অলপ-অচৰপ গহীন হৈ থাকিব লগাত পৰিছে।"

শান্তনু বৰুৱাই করুণ সুৰত ক'লে, "তুমিতো আই বিলাতৰ পৰা আহিলাগৈ। তোমাৰ নাম মই আগৰে পৰা শুনি আহিছোঁ। উন্নত দেশত উচ্চ শিক্ষা লাভ কৰাৰ মূল্য তুমি বুজা। মোৰ ল'ৰা কিন্তু বিলাতলৈ নোযোৱাকৈয়ে ষোল অনা চাহাব। সি দেশতে যিকণ শিক্ষা পালে তাৰেই যিমান বিনয়ী হ'ব লাগিছিল তাৰ এশ ভাগৰ এভাগো নহ'ল। শুনিছোঁ—

চাকৰ-বাকৰক মৰিওৱা, মদ-পানী খোৱা, ভেঁটী খাই অন্যায় কৰা—তাৰ একো কৰিবলৈ বাকী নাই। এটা উদণ্ড, গৰু গোসাঁই নমনা অদ্ভুত কিবা। সি ইয়াতে হেনো ৫০ হেজাৰ টকাত চাৰি বিঘা মাটি কিনিছে। আৰু ৫০ হেজাৰ মান খৰচ কৰি কিজানি আজিকালিতে ঘৰ সাজিব। ইমানগাল টকা সি ক'ত পাব বা পাইছে ?"

ৰূপালীয়ে আৰু একো নক'লে।

হঠাৎ বুঢ়া যাবলৈ উঠিল। "তোমাৰ হয়তো কাম আছে। মই বহুৰাই থৈছোঁ। মই আজিলৈ উঠোঁ। বেমাৰ দেখুৱাবলৈ আকৌ আহিম।"

"নিশ্চয় আহিব।"

বুঢ়াই একেই কৰুণ সুৰত ক'লে, "তোমাৰ লগত কথা পাতি বৰ ভাল লাগিল। আজি নতুনকৈ মোৰ নিজৰ ল'ৰা-ছোৱালীলৈ মনত পৰিছে। নন্দনৰ মই বাপেকী হওঁ স'চা, কিন্তু সি মোৰ ল'ৰা নহ'ল—পঢ়ি-শুনি এনে বিজতৰীয়া কিবা হ'বগৈ বুলি ভবা নাছিলোঁ—তেনে আদৰ্শ মোৰ ঘৰত কোনোকালে নাছিল।"

বুঢ়া ওলাই গ'ল। ৰূপালীয়ে দুৱাৰ মুখলৈকে আগবঢ়াই দি বহু পৰলৈকে চাই থাকিল।

॥ ৩ ॥

ডাঃ সনৎ দত্তই ফোনটো দাঙি লৈ স'হাৰি দিলে, "হেলউ !"

"মই ৰূপালীয়ে কৈছোঁ।"

"অ' কোৱা কোৱা," ডাঃ দত্ত পৰম উৎসাহিত হৈ উঠিল, "শান্তনু বৰুৱাৰ খবৰ পোৱা নে নোপোৱা ?"

"তাকেহে সুধিব খুজিছোঁ। সেই এদিনেই যি আহিল—আকৌ আহিম বুলি আৰু নাহিল। নাহি অৱশ্যে ভালেই হৈছে। আহে আহে বুলি ভয় খাই আছোঁ।"

"কিয়হে ?"

"তুমি ভাল পেচেণ্টজন পঠাইছিলা।"

"কিয়, কিয় ?"

"প্ৰথম কথা, শান্তনু বৰুৱা মোৰ সম্পৰ্কীয় হয়—যদিও মই চিনি নেপাওঁ।"

"মাই গড্! হয় নেকি?"

"দ্বিতীয়তে, তেখেতৰ যি বেমাৰ তাৰ চিকিৎসা কৰিবৰ ক্ষমতা মোৰ নাই —যদিও এই শ্ৰেণীৰ বেমাৰীৰে মই ডাক্তৰ।"

"কিমাশ্চৰ্যং অতঃ পৰম্! তেন্তে মই কণা চকুৰ ডাক্তৰে বুঢ়াক ভাল কৰিম কেনেকৈ? কথাটো অলপ বুজাই কোৱা।"

বুপালীয়ে ক'লে, "তেখেতে সকলো বস্তু সৰু সৰু দেখে। কিন্তু তেখেতৰ বেমাৰ চকুত নহয়। সেইটো তুমিয়েই কৈছা—তুমি এক্সপাৰ্ট যেতিয়া তাৰ ওপৰত আৰু কথা নাই। কিয় তেখেতে বস্তু সৰু দেখে তাক মই জানিব পাৰিছোঁ যদিও তাক দূৰ কৰা মোৰ পক্ষে সম্ভৱ নহয়। এনেকুৱা কিছুমানি সামাজিক কথা, বিশ্বাসৰ কথা—গভীৰ নৈতিক কথা ইয়াৰ লগত সাঙোৰ খাই আছে যে তাৰ তলী পোৱা তোমাৰ-মোৰ সাধ্যৰ অতীত। সেই প্ৰথম দিনা এঘণ্টামান কথা পাতিয়েই মই বুজিব পাৰিলোঁ। সেইবাবেই কৈছোঁ যে তেখেত যদি আকৌ আহি মোক লম্ভে তেন্তে মই বৰ বিপদতে পৰিম।"

সনৎ দত্তই লাহেকৈ উত্তৰ দিলে, "মই আগতকৈয়ো নুবুজাহে হলোঁ। যি হওক, তোমাৰ আৰু একো ভয় নাই। শান্তনু বৰুৱা তোমাৰ ওচৰলৈ আৰু নেযায়।"

"সঁচা?"

"সঁচা। তেখেতৰ ল'ৰা বৰপেটাত এছ-ডি-অ' হৈ আছে নহয়—কালি ৰাতি মনে মনে আহি দেউতাকক ধৰি লৈ গ'লহি। নন্দন বৰুৱা মোৰ স্কুলীয়া দিনৰে বন্ধু। মোক আহি লগ ধৰাত মই খবৰ-খাবাৰ কৰি শান্তনু বৰুৱাক বিচাৰি দিলোঁ। বুঢ়াৰ হেনো অলপ মগজুৰ দোষ ঘটিবলৈ আৰম্ভ কৰিছে, কিন্তু ঘৰখনে কাকো জানিবলৈ দিব নোখোজে। তেখেত ঘৰৰ পৰা মনে মনেহে আহিছে। ইয়াত কোনোবাই দেখা পাই খবৰ দিয়াত ঘৰৰ পৰা নন্দনলৈ টেলিগ্ৰাম কৰি দিছিল। নন্দন গোটেইটো দপদপাই আছে। মোৰ মান-সন্মান নোহোৱা কৰিলি, তাতকৈ মৰি নগলি কিয়, মানুহে জানিলে মোক কি ভাবিব—ইত্যাদি গালি-শপনি পাৰি বুঢ়াক জোৰ কৰি গাড়ীত ভৰাই লৈ গুচি গ'ল।"

ৰুপালীয়ে স্বস্তিৰ নিশ্বাস পেলালে।

সনৎ দত্তই সুধিলে, 'হুমুনিয়াহ পেলালা দেখোন? এইফালৰ মাতটো

শুনি বৰ ভাল লগা নাই নেকি ?"

"গধূলিকৈ এবাৰ আহিবা।"

"নিশ্চয় যাম, নিশ্চয় যাম। মোৰ মনৰ কেমাৰ যে তোমাৰ হাতত-হে ভাল হব সেইটো মই কৌতিয়াবাই কৈ থৈছোঁ।"

"নিজৰ চকু ঠিক আছে বুলি নিশ্চিত তো ?"

"চকুহাল সোলোকাই হৃদয়ত লগাই লৈছোঁ।"

"তুমি বৰ বাজে বকা··· নন্দন বৰুৱা মানুহজন কেনে।"

সনতে অলপ ভাবি ক'লে, "উৎকট চাহাব যেন লাগিল। হাই অফিচাৰ বুলি ইমান চাহাব নহ'লেও চলে। ল'ৰাটো বহুত সলনি হ'ল। দেউতাকক অযথা জুলুম কৰা যেনেই লাগিল। কিজানি ল'ৰা-ছোৱালীৰ এনেকুৱা আচৰণৰ কাৰণেই তেখেতৰ মানসিক বিকৃতি ঘটিবলৈ আৰম্ভ কৰিছে।"

ৰূপালীয়ে আকৌ হুমুনিয়াহ পেলাই ক'লে, "বাৰু থওঁ। আহিবা।"

# নেদেখা জুইৰ ধোঁৱা

ভাড়াঘৰ বিচাৰি গৈছিলোঁ। দেৱযানীক লগ পাম বুলি ভবা নাছিলোঁ। সোণালীক আৱিষ্কাৰ কৰিম বুলিতো মই কল্পনাও কৰা নাছিলোঁ।

এম-এ দিয়েই স্কুলত সোমাইছিলোঁ। বহুত চেষ্টাৰ মূৰত ডেৰ বছৰ পিচত আকাঙ্ক্ষা মতে বৰ্তমান চাকৰিটো পালোঁ। অৰ্দ্ধ চৰকাৰী, উৰ্দ্ধতন বিষয়াৰ পদ। শিক্ষকতাৰ প্ৰতি মোৰ অশ্ৰদ্ধা নাই। কিন্তু স্কুলত মন বহা নাছিল ; মধ্যবিত্ত ঘৰখনেও ভাল পোৱা নাছিল। সেই বাবে এই চাকৰিটো পাই মই উশাহ ল'লো, ঘৰখনেও হাঁহিব পৰা হ'ল।

ঘৰৰ পৰা আহি দুদিন ডাকবঙলাতে থাকিলোঁ। কামত যোগদান কৰি ভাড়াঘৰৰ খবৰ লৈও আছিলোঁ। এজন তলতীয়া কৰ্মচাৰীয়ে ক'লে যে ভৰলুমুখত ভৰলুৰ পাৰতে দুৰ্গাধৰ কাকতিৰ সৰু ঘৰ এটা খালী হৈ আছে। সেইটো সাধাৰণতে এজনীয়া বা দুজনীয়া, পৰিয়াল নথকা পাৰ্টিকে ভাড়া দিয়া হ'ব। কাৰণ দুচলীয়া অকমাণি ঘৰটোৰ মাত্ৰ দুটা কোঠা, ভিতৰপিনে ভাত ৰন্ধা চালি এডোখৰ ; আন সা-সুবিধা বিশেষ নাই। আগফালে পাচফালে ঠাই নাই।

গুৱাহাটী মোৰ পঢ়া ঠাই। সকলো অঞ্চলৰে তলানলা পাওঁ। সেই-বাবে আবেলি ডাকবঙলাত চাহ এটুপি খায়েই ৰিক্সাৰে ভৰলুমুখলৈ গৈ অলপ সুধি-পুছি দুৰ্গাধৰ কাকতিৰ ঘৰটো উলিয়াবলৈ বিশেষ টান নহ'ল। আসাম-টাইপ, পুৰণি, আহল-বহল ঘৰ। আহল-বহল মুকলি পৰ্টিকো, য'ত এখন পুৰণি, প্ৰকাণ্ড আৰ্ম-বেঞ্চ পকী আলিৰ সমান্তৰালকৈ ইমুৰ-সিমুৰ জুৰি আছে, তিনিখন বেতৰ সেউজীয়া চকিও পাৰি থোৱা আছে এখন বেতৰ ঘূৰণীয়া চেপ্টেল টেবুলৰ চাৰিওফালে। আলিবাটৰ পৰা বাৰন্দালৈ এডোখৰ কোমল, সমান, মসৃণ ঘাঁহনি। বাঁহৰ পুৰণি বাটি-বুটি লোৱা জেওৰাৰ ভিতৰত কোনো বতৰীয়া ফুল নাই ; মাত্ৰ গন্ধৰাজ, শেৱালি, কামিনী আদি কেইজোপামান স্থায়ী ফুলগছ অত-ত'ত। পাচফালে কলগছ আৰু আন ওখ ওখ গছেৰে এখন আহল-বহল বাৰী থকা যেন লাগিল। মুঠতে এখন পুৰণি, স্বচ্ছল, উচ্চ মধ্যবিত্ত ঘৰ বুলি অনুমান হ'ল।

চৌহদৰ বাওঁ দাঁতিত, নৈ আৰু পকী আলিৰ ওপৰত লম্ব হব পৰাকৈ এটা দুচলীয়া সৰু টিনৰ ঘৰ। মুধেদি থকা দুৱাৰমুখলৈ আলিৰ পৰা এখন সৰু কাঠৰ গেট। চহালিৰ চকোৱাৰে পাচফালটো যাই ঘৰৰ পৰা আঁৰ কৰি থোৱা হৈছে। এইটো ঘৰো পুৰণি হৈছে। এইটোৱেই মই বিচাৰি অহা ভাড়াঘৰ। বন্ধ দুৱাৰত এটা ডাঙৰ তলা ওলমি আছিল। মই অলপ আশাৰ মুখ দেখি স্বস্তিৰ নিশ্বাস পেলালোঁ। ঘৰটোত এতিয়ালৈকে কোনো সোমোৱা নাই নিশ্চয়। সৰু ঘৰ কাৰণেও অলপ ভাল লাগিল, পইচাৰ পিনৰ পৰা লাভ হ'ব বুলি।

সোমাই গৈ নিজান মুকলি পৰ্টিকটোত উঠিলোঁ। কলিংবেল চকুত নপৰিল। কেনেকৈ মাতিম থিৰ কৰিব নোৱাৰিলোঁ। ইমান ডাঙৰ হাউলী-টোৰ নিৰ্জনতা আৰু নীৰৱতাখিনিও অলপ অস্বস্তিকৰ লাগিল। উলটি অনতিদূৰৰ অকণমানি ভৰলুখনলৈ চালোঁ। মসৃণ পকী আলিতো সৰহ মানুহ নাছিল। সেইপিনৰ দৃশ্যায়ো যেন নিঃসঙ্গতাৰে ইঙ্গিত দিলে। কোনোবা ভিতৰৰ পৰা ওলাই অহালৈ অলপ বাট চাবলৈকে থিৰ কৰি বেঞ্চখনত বহিলোঁ। ৰং যোৱা, পুৰণি, পাতল পৰ্দাখনেদি ভিতৰখনৰ আভাস এটা পাম পাম যেন লাগিল।

পাঁচটামান মিনিট পাৰ হৈ গ'ল। বোধকৰো অন্যমনস্ক হৈ পৰিছিলোঁ। কোনোবা ওলাই আহিব ধৰাৰ শব্দ শুনি চক খাই উঠিলোঁ। তৎপৰ হৈ থিয় হ'লোঁ। ফ্ৰক পিন্ধা ওখ-পাখ ছোৱালী এজনী ওলাই আহিল। গা-গাৰি চাই ফ্ৰক-স্কাৰ্ট জাতীয় পোছাক এৰিবৰ বয়স হোৱা যেন লাগিল। চুটিকৈ ৰখা একোছা প্ৰকাণ্ড অবিন্যস্ত চুলি! ছোৱালীজনী বগী। নাক-মুখ দেখিবলৈ গঢ়িত, ধুনীয়া। স্বাস্থ্যও ভাল। ভৰিত একো নাই। মুখত হাঁহি। আনকি মোক দেখিও সেই হাঁহি স্তব্ধ হৈ নগ'ল। নাইবা মোক দেখি ছোৱালীজনী অলপো অপ্ৰস্তুত নহ'ল, অলপ অপ্ৰস্তুত হ'লোঁ মইহে।

"অ' আপুনি আহিছে ?" খোলা হাঁহি মাৰি ছোৱালীজনীয়ে সুধিলে ঃ "কেতিয়া আহিল ?"

"মই ?" মোৰ অপ্ৰস্তুত অৱস্থা সম্পূৰ্ণ হৈ গ'ল। মই আহিম বুলি যেন তাই জানিছিলহে। তথাপি ক'লোঁ, "এই অলপ আগতে। তেখেত-- কাকাতিদেউ আছেনে ? দেউতাৰা আছেনে ?"

অলপ অবাক হোৱা যেন কৰি, কিন্তু তথাপি খোলা নীৰৱ হাঁহিটোৰেই,

ছোৱালীজনীয়ে ক'লে, "দেউতা এই সময়ত ঘৰত নেথাকে নহয়। হয় ডেকাহঁতৰ ঘৰলৈ ফুৰিবলৈ যাব নহ'লে সমবায়-চমবায়ৰ মিটিঙলৈ যাব।" তাইৰ কথা কোৱাৰ ভঙ্গীত মই ভালেখিনি সহজ হৈ হাঁহিবলৈ ধৰিলোঁ। অনুমান কৰিলোঁ যে দুৰ্গাধৰ কাকতি নিশ্চয় অৱসৰপ্ৰাপ্ত চাকৰিয়াল।

মই ক'লোঁ, "এ হয় নেকি? মই তোমালোকৰ ভাড়াঘৰ এটা আছে বুলি শুনি খবৰ কৰিবলৈ আহিছিলোঁ।"

ছোৱালীজনীয়ে "হয় আছে সৌটো" বুলি কৈ নিঃসঙ্কোচে মোৰ নিচেই ওচৰলৈ আহি, মোৰ গাত ধৰি বাওঁ হাতেৰে বাহিৰৰ সৰু দুচলীয়া ঘৰটোলৈ আঙুলিয়াই দিলে। তাইৰ আচৰণত মই আকৌ আচৰিত হ'বলৈ ধৰিলোঁ। তাই আঁকৌ ক'লে, "সেইটোৱেই ঘৰ। লব পাৰিব। খালী হৈ আছে। দুমাহমান পৰিয়ে আছে।"

মই এনেয়ে ক'লোঁ, "হয় নেকি?"

"অ', দেউতাই নিদিওঁ বুলিয়েই খণ্ডতে দিয়া নাই।" তাই মুৰটো মোৰ গাতে লগাই ক'লে, "আপুনি কৈ চাব পাৰে। পিচে অকলে থাকিব দেই, লগত কাকো নানিব। দুজন অহা দেখিলেই দেউতাৰ খং উঠে।"

"হয়নেকি?"

কিন্তু মোৰ কথালৈ কাণ দিবৰ অৱসৰ ছোৱালীজনীৰ নাছিল। তাই অনৰ্গল কথা কৈ যাবই লাগিছে: "আপুনি চায় যদি ঘৰটো চাই যাব পাৰে। পিচত দেউতা আহিলে কথা পাতিব। ভাড়া বঢ়াই ক'ব পাৰে দেই! আপুনি ভালদৰে কথা কৈ কমাই ল'ব। ৰ'ব মই চাবিটো আনোঁগৈ।"

কিন্তু তাইৰ কথা শেষ হওঁতে-নহওঁতেই ভিতৰৰ পৰা কোনোবা তিৰোতা মানুহৰ মাত আমি শুনিবলৈ পালোঁ:

"সোণালী!"

ছোৱালীজনীয়ে বক্তব্য বন্ধ কৰি, ঘপ কৰে সঁহাৰি দিলে "হেঁ?"

"কি কৰিছ তাত? কাৰ লগত কথা পাতিছ?" প্ৰশ্নকৰ্ত্তা বাহিৰলৈ আহিছিল। আমি অপেক্ষা কৰিলোঁ। মই ছোৱালীজনীৰ পৰা এনেয়ে এখোজ আঁতৰি থিয় দিলোঁ। ভমকা ফুলৰ বগা পাৰি দিয়া মুগাৰ মেখেলা আৰু বুটাবছা কপাহী চাদৰ লোৱা গাভৰু ছোৱালী এজনী ওলাই আহিল। নিয়মীয়াকৈ ওখ আৰু নিয়মীয়াকৈ স্বাস্থ্যৱতী, ভনীয়েকৰ দৰে বগী নহ'লেও

গাৰ বৰণ আন্ধাৰৰ পিনে বোৱা নহয়, বৰ ধুনীয়া নহ'লেও নাকে-মুখে অনাদৰ কৰিবলগীয়া নহয়। আমি পৰস্পৰলৈ চাই ৰ'লোঁ কন্তেক পৰ। সোণালী কিথা গুণগুণাই ভিতৰলৈ সোমাই গ'ল। মোৰ মুৰৰ ভিতৰত স্মৃতিবোৰ উথল-মাথল কৰিলে। তৎক্ষণাৎ ধৰিব পৰা নাছিলোঁ। কটন কলেজৰ দিনবোৰলৈ মনটো উৰা মাৰিলে। লাইব্ৰেৰী, বেডমিণ্টন-কম্পিটিচন, পিকনিক। দেৱযানী।

"দে-ৱ-যা-নী !"

"চিনি পাইছে তেও ?" দেৱযানীৰ অবাক মুখতো এইবাৰ স্বস্তি আৰু হাঁহি বিৰিঙি উঠিল।

"পাইছোঁ, পাইছোঁ। কিন্তু আশা কৰা নাছিলোঁ। মই ভাড়াঘৰ বিচাৰি আহিছিলোঁ। এইটো তোমালোকৰ ঘৰ বুলি জনা নাছিলোঁ।" ইয়াকো ক'ব খুজিছিলোঁ যে তাহানিখন মই তোমালোকৰ ঘৰলৈ আহিব খোজোঁতে তুমি কৈছিলা আজি নেলাগে থক। নক'লোঁ, সেইবোৰ কলেজৰ ৰংসনা দিনৰ ৰংসনা কথা।

"আহক ভিতৰত বহকহি।" এইবুলি দেৱযানীয়ে মোক আহ্বান কৰিলে। মই নীৰৱে তেওঁৰ পাচে পাচে পাতল পৰ্দাখন পাৰ হৈ গ'লোঁ। যাওঁতে ভাবিলোঁ তাহানিখনতে যদি এইদৰে ভিতৰলৈ মাতিলাহেঁতেন তেন্তে মই তোমাৰ প্ৰেমত পৰিবলৈ প্ৰস্তুত হৈ আছিলোঁ।

আচল বহা কোঠা সেইটোহে। চোফা, মুঢ়া, ৰেডিঅ', ছবি, খবৰ কাগজ ইত্যাদিৰে সেইটো ড্ৰয়িং ৰুম আখ্যা পাবৰ যোগ্য। কোঠাটো আহল-বহলো। মাত্ৰ পোহৰ কম। কাৰণ দুয়োফালে দুটা কোঠা, আগে পাচেও পৰ্টিক আৰু বাৰান্দা, গতিকে বাহিৰৰ পোহৰ আহি পৰিবলৈ অলপ টান হয়। মোক চোফা এখনত বহুৱাই দেৱযানীয়ে মুঢ়া এটাত বহিল। তেওঁ হাঁহি মুখে সুধিলে, "কওকচোন দেবেনদা কি খবৰ ?"

মই ক'লোঁ, "বিশেষ খবৰ একো নাই। ভাড়াঘৰ বিচাৰি আহিলোঁ আৰু।"

"হঠাৎ গুৱাহাটীত ঘৰভাড়া কৰি থাকিবলৈ অহাৰ কাৰণ ?"

দেৱযানীৰ গহীন সুৰীয়া প্ৰশ্নটোৰ তাৎপৰ্য্য বুজিবলৈ অলপ চেষ্টা কৰি উত্তৰ দিলোঁ, "এম-এ পাছ কৰি—বেয়াকৈ নহয় দেই! দুবছৰমান স্কুল এখনত থকাৰ পিচত এই কেইদিনমানৰ ভিতৰত অলপ হেপাহ পুৰাব পৰা

চাকৰি এটা পাই জইন কৰিলোঁহি। ডাক্তৰলাই সাময়িকভাৱে আশ্ৰয় দিছে। পিচে তাত পাৰ্মেনেন্টকৈ থাকিব নোৱাৰি। তাতে অলপ স্বাধীনকৈও থাকিবৰ ইচ্ছা। সেইবাবে ভাড়াঘৰৰ অন্বেষণ।"

মোৰ হাস্যৰস সৃষ্টিৰ প্ৰচেষ্টা দেখি তেওঁ ওঁঠ চেপি চেপি হাঁহিছিল। তাহানি কলেজত দেখাতকৈ দেৱযানীক ডাঙৰ ডাঙৰ, পুৰঠ পুৰঠ লাগিছে। কিয় ইমান দিনে বিয়া হৈ যোৱা নাই বা ?

সোণালী ভিতৰপিনৰ বাৰান্দাৰ পৰা সোমাই আহিল। মোলৈ চাই আকৌ সেই খোলোচা হাঁহিটো মাৰিলে। তাই দেৱযানীৰ ওচৰত থিয় হৈ সুধিলে, "চাবিটো ক'ত থাকিল বাইদেউ ? এখেতক ঘৰটো দেখুৱাব খুজিছিলোঁ ?"

বায়েকে ক'লে, "মই ক'ব নোৱাৰোঁ। বোৱা তুমি ঘৰ দেখুৱাব নেলাগে।"

সোণালীয়ে আকোৰগোজকৈ ধৰিলে, "ইহ কেলেই নেদেখুৱাম ? তেখেতে চাব খুজিছে আক'। আপুনি ঘৰ নোচোৱাকৈ নেযাবগৈ দেই।"

দেৱযানী ঘপহ কৰে উঠিল। ভনীয়েকক গাত ধৰি ভিতৰৰ ফাললৈ ঠেলিব খুজি ক'লে, "দাদাক চাহ একাপ খুৱাই লওঁ। তাৰ পিচত ঘৰ দেখুৱাম। চাবি মাই থব পায় ক'ৰবাত। দেবেন-দা বহক মই এতিয়াই আহিম" এইবুলি ভনীয়েকক লৈ দেৱযানী ভিতৰলৈ গ'ল। যাওঁতে সোণালীয়ে আকৌ উভতি চাই হাঁহি দি গ'ল।

মোৰ গা-মন ভালেখিনি পাতল লাগিলত বহাৰ পৰা উঠি গৈ বেৰৰ ছবিবোৰকে জুমি জুমি চাবলৈ ধৰিলোঁ। এবাৰ বাহিৰলৈ ওলাই পৰ্টিকোৰ পৰা ভৰলুখন, সিপাৰৰ প্ৰেছ আৰু গছ-গছনিৰে গাওঁ গাওঁ লগা শান্তি-পুৰখন চালোঁ। আকৌ ভিতৰলৈ আহি খবৰ কাগজখনকে লৈ জুমি জুমি পঢ়িবলৈ চেষ্টা কৰিলোঁ। ৰাতিপুৱাই পঢ়িছিলোঁ যদিও এটাও বাতৰি নাই পঢ়া, নাই পঢ়া যেন লাগিল। স্মৃতিশক্তি বৰ কমি গৈছে বুলি আৰু বয়স হৈ গ'ল বুলি ভয় খাই গ'লোঁ। পিচে এবাৰ হঠাৎ তাৰিখত চকু পৰাতহে চেতনা আহিল যে সেইখন তিনিদিন আগৰ কাগজ। দৈনিক কাকতৰ তিনিদিনৰ আগতে পঢ়া কথাবোৰ কিয় মনত থাকিব ?

দেৱযানীয়ে চাহ-দালমুট আৰু সোণালীয়ে এগিলাচ পানী লৈ আহিল। মোক খাবলৈ দি দুয়ো আকৌ ভিতৰলৈ গ'ল। মই খাবলৈ আৰম্ভ কৰিলোঁ। ক্ষন্তেক পিচতে দেৱযানীয়ে মাকক আৰু সোণালীয়ে তামোলৰ বটাটো লৈ

আকৌ আহিল। স্হূলা, বয়সস্থা, পিকে ওঠ ফলা মহিলা গৰাকীক মই থিয় হৈ নমস্কাৰ কৰিলোঁ। চিনা-পৰিচয় হ'ল। বুঢ়ীয়ে মৰম কৰি চাহ খাবলৈ ক'লে আৰু ঘৰৰ খুটি-নাটি খবৰ ল'লে, চাকৰিটোনো কি আৰু দৰমহা-পাতি কিমান খবৰ ল'লে। দেৱযানীয়ে বাধা দি কৈছিল, "দৰমহাৰ কথা সুধিব নেপায় মা।" কিন্তু মাকে নেমানিলে, "তোৰ লগতে পঢ়িছিল বুলি কৈছ, মোৰ ল'ৰাৰ দৰেই দেচোন, সুধিলেনো কি হ'ব? নে তুমি বেয়া পাইছা বোপা?" মই ক'লো, "নাই পোৱা। আপুনি মাৰ নিচিনা। কেলৈ বেয়া পাম?" দেৱযানীলৈ কেৰাহিকৈ চাবলৈ চেষ্টা কৰিছিলোঁ। পিচে সোণালীৰ চকুৱে চকুৱে পৰিল: তাই সেই খোলোচা হাঁহিটো হাঁহি মোৰ ফালে চাই মাকৰ গাত আউজি বহি আছে। দেৱযানীলৈ চোৱা আৰু নহ'ল।

সোণালীয়ে ঘৰ দেখুৱাত লাগিয়ে আছিল। সেইবাবে মাকে চাবিটো উলিয়াই দিলে। ঘৰটো মোকেই দিবলৈ তেখেতক এবাৰ অনুৰোধ কৰিলোঁ। বুঢ়ীয়ে ক'লে "দেউতাকক ধৰিবাহি। অলপ একা-চেকা মানুহ—কথাত বৰকৈ নেলাগিবা। মই কৈ থম বাৰু। কাইলৈ আবেলি এই সময়তে আহিবা।"

সোণালী আৰু দেৱযানীয়ে মোক বাহিৰৰ ঘৰটো খুলি দেখুৱালে। তেওঁলোকে খিৰিকিবোৰো খুলি দিলে। কাৰণ দুমাহমান বন্ধ হৈ থকা কাৰণে ভিতৰখনত এটা বেয়া গোন্ধ ওলাইছিল। দুটা সৰু সৰু কোঠা। পাচফাললৈ চকোৱাৰ ওচৰলৈকে থকা ঠাই ডোখৰতে পাকঘৰীয়া চালি, বাথৰুম আদি। পাকঘৰৰ গাতে লগাকৈ বাৰান্দাতকৈ ঠেক কোঠা এটা আছে; তাত খৰিও থ'ব পাৰি, ছাগলীও বান্ধিব পাৰি আৰু কাম কৰা ল'ৰাকো শুবলৈ দিব পাৰি। পিয়ন মনেশ্বৰৰ সৈতে মোৰ কাম চলি যাব। অলপ চাফ কৰি ল'লেই হ'ল। থাকিবলৈ ল'লে ঘৰো ভাল হৈ যাব। দেৱযানী আৰু সোণালীক জনালো যে ঘৰ মোৰ পছন্দ হৈছে। ভাগ্যত থাকিলে আৰু দেউতাকৰ দয়া হ'লে পাই যাবও পাৰোঁ।

দুয়ো মোক পদূলিলৈকে আগবঢ়াই দিলে। মই দেৱযানীক ক'লোঁ যেন তেৰোঁ দেউতাকক অলপ বুজাই কয় আৰু "সোণালীয়েতো ক'বই নহয়? আৰু সোণালীয়ে ক'লে দেউতাকে নিশ্চয় কথা নেপেলায়।"

তাই হাঁহি মুৰ দুপিয়ালে আৰু বায়েকলৈ চালে। দেৱযানীয়ে লাহেকৈ সুধিলে, "পিচে আপুনি অকলে আহিব নে লগত কোনোবা আহিব?"

মই বিয়া কৰালোঁ নে নাই সেইটো উলিয়াব খুজিছে বুলি ভাবি উত্তৰটো ময়ো লাহে-ধীৰে দিলোঁ, "মোৰ লগত পিয়নটোৰ বাহিৰে আহিব লগা মানুহ এতিয়ালৈকে কোনো নাই। আলহী-দুলহী আহিলে বেলেগ কথা।"

হঠাৎ সোণালীয়ে কৈ পেলালে, "ইয়াৰ আগতে দুজন দাদাই মেছ কৰি আছিল। দুজনেই বিয়া কৰাম বুলি আশা দেখুৱাইছিল। পিচে দুয়ো পলাল। সেই দেখি দেউতাই কাকো ঘৰ নিদিয়া হৈছে।"

বায়েকে তাইৰ মুখত সোপা দিব খুজিছিল। কিন্তু তাৰ আগতেই তাই পলাল। একে দৌৰে গৈ ঘৰ সোমাল। মই তাই যোৱাৰ কালে চাই থাকি ক'লোঁ, "সৰু ছোৱালী যাবলৈ দিয়া, যি মন যায় তাকে কৈছে, তাত লাগিব নেপায়।" দেৱযানীৰ মুখ কিন্তু অস্বাভাৱিকভাৱে গহীন হৈ গ'ল। হয়তো ভনীয়েকৰ কথাৰ মাজত তাইৰ প্ৰতিয়েই কিবা অশুভ ইঙ্গিত আছিল যিটো তাই লুকুৱাব খুজিছিল। মোৰ অলপ বেয়া লাগিল। দেৱযানীৰ বিয়াৰ বয়স হৈ গৈছে, কিন্তু বিয়া হৈ যোৱা নাই। হয়তো গ্ৰাহক লগা নাই। হয়তো মাক দেউতাকে নানান প্ৰকাৰে চেষ্টা কৰি আছে, কিন্তু পাত্ৰস্থা কৰিব পৰা নাই। বাধ্য হৈ ওচৰৰ ছোৱালী হাইস্কুলত সোমাই থাকিব লগা হৈছে। বি. এ. পৰীক্ষা দি উঠিয়েই স্কুলত সোমাইছিল, এতিয়াও তাতে আছে।

পদুলিমুখত আমি বৈছিলোঁ। মানুহৰ সমাগম পাতল। মই ক'লোঁ যে ঘৰটো মই পাম বুলি আশা কৰিছোঁ, কাইলৈ এই সময়তে আকৌ আহিম; "তুমি আৰু মাৰাই দেউতাৰাৰ মনটো অলপ প্ৰস্তুত কৰি থ'বা।"

দেৱযানীয়ে তলমূৰকৈ থাকি ক'লে, "কম বাৰু। সোণালীৰ কথাটো আপুনি জনা ভাল। জন্মৰে পৰা তাই অলপ অস্বাভাৱিক। মগজুত হেনো কিবা দোষ ৰৈ গ'ল। বহুত চেষ্টা কৰিও আমি ভাল কৰিব পৰা নাই। তাইৰ কাৰণে আমাৰ মনত শান্তি নাই। ডাঙৰ হৈ আহিছে, কিন্তু বুদ্ধি খোলা নাই। যিহকে তিহকে কয়।"

মই স্তব্ধ হৈ গ'লোঁ। মই কিবা অনুমান কৰা উচিত আছিল। মনত অলপ খোকোজা নলগাও নহয়। তথাপি একো ভবা নাছিলোঁ। মনটোৱে হাঁহাকাৰ কৰি উঠিল। এবাৰ তাইক দেখো বুলি ঘৰটোলৈ চালোঁ। কিন্তু নেদেখিলোঁ।

দেৱযানীয়ে মোক তাতে বিদায় দি উভতি গ'ল। গাভৰু ছোৱালী, শিক্ষয়িত্ৰী, বৌছিপৰ পদুলিত ৰৈ থকা ভাল নেদেখি। ময়ো বিশেষ একো ক'ব

নোৱাৰি গধুৰ মনেৰে পকী আলিত উঠিলোঁ।

ঘৰটো পোৱাত বিশেষ টান নহ'ল।

দেৱযানী আৰু মাকে যে তলে তলে কাকতিৰ মন কোমলাই থৈছিল সেইটো মই পিচত বুজিব পাৰিছিলোঁ। লাগতিয়াল বস্তু-বাহানিখিনি কিনি তৃতীয় দিনাই মই ঘৰটো ললোঁ। মনেশ্বৰে কেবাবাৰো ঘৰটো চাফ কৰিলে। দেৱযানী আৰু বিশেষকৈ সোণালীয়ে এই কামত সহায় কৰিলে; আনকি প্ৰথম দিনৰ কাৰণে কেইচলামান খৰি আৰু অলপ হালধিগুৰিও ধাৰলৈ দিলে।

দুৰ্ধাধৰ কাকতিৰ লগত পিচদিনা হোৱা মোৰ ইণ্টাৰভিউটো যেনে-তেনে পাৰ হৈ গ'ল যদিও মই অলপ ভয় খাই আছিলোঁ। তেখেত অলপ পুৰণি ঢঙৰ মানুহ। পকা, প্ৰকাণ্ড গোঁফকোছাৰে সৈতে দেখিলে মোৰ ৰজনীকান্ত বৰদলৈৰ ছবিখনহে মনলৈ আহে। চুলিও পকিছে। আজি কুৰি বছৰমান পেন্সন খাইছে। মাতটো কৰ্কশৰ পিনেই যায়। অদৰকাৰী কথা নকয়। "তুমি ক'লেই হবনে" বুলি একে আষাৰে প্ৰথম চিনাকি মানুহকো কৈ দিব পাৰে।

মই দেখা কৰিবলৈ যোৱাত বাহিৰতে "বহা" বুলি কৈ তেখেতে সুধিলে, "কি নাম তোমাৰ?" ক'লোঁ।

"কিমানলৈকে পঢ়িছিলা?" ক'লোঁ।

"কি চাকৰি কৰা?" ক'লোঁ।

তাৰ পিচত দা-দৰমহা, জাত-কুল সকলো খৰচি মাৰি সুধি লৈ মোক থকা-সৰকা কৰি অৱশেষত ব্ৰহ্মাস্ত্ৰ প্ৰয়োগ কৰিলে, "ভাড়া আশী টকা লাগিব। দিব পাৰিবা জানোঁ?"

বুঢ়াৰ গোটেই কথাখিনিয়েই মোৰ কাৰণে অৰুচিকৰ। তেখেত যেন এখন বেলেগ জগতৰ আৰু এটা বেলেগ যুগৰ প্ৰাণী, যাক আজিকালি মিউজিয়মত থ'ব পৰা হৈছে। নিজৰ ফালৰ পৰা কাকতিয়ে দৰকাৰী কথাই সুধিছে ঃ যেনে জাত-কুলৰ কথা সুধি লৈছে, কিজানি জীয়েকৰ লগত এবাৰ নোৱাৰাকৈ মোৰ সনা-পিঠাই হৈ যায়, নাইবা জীয়েকক পাৰিলে মোৰ পাণিতে অৰ্পণ কৰেই। আৰু যেনে ভাড়াৰ পইচা কিটাই আমাৰ মাজৰ সম্পৰ্ক, গতিকে সেইকিটা দিব পাৰোঁ নে নোৱাৰোঁ সেইটো ঘৰৰ গৰাকীৰ পক্ষে বৰ লাগতিয়াল কথা। কিন্তু আজি-কালি মানুহক এইদৰে প্ৰশ্ন কৰিলে প্ৰশ্ন কৰোঁতাক অসভ্যই বোলা যায়। তথাপি মই সহ্য কৰি গ'লোঁ। বোধকৰো দেৱযানীৰ কথা ভাবি আৰু সোণালী

লৈ মনত পেলায়। দেৱযানীৰ প্ৰতি মোৰ যেন এটা অকাৰণ দুৰ্বলতা তেতিয়াই আহি পৰিছিল আৰু সেই কথা মই নিজে তেতিয়া ঠিক ধৰিব পৰা নাছিলোঁ।

মই মুৰ খজুৱাই ক'লোঁ, "আশী টকা বৰ বেছি হয় যেন পাওঁ। দুটা মাত্ৰ কোঠা, তাকো সৰু সৰু, পাকঘৰ, বাথৰুমৰ বিশেষ সুবিধা নাই, আগফাল-পাচফাল বুলিবলৈ—"

"নোলোৱা যদি যোৱা। বগা ভাত দেখিলে ক'লা কাউৰীৰ অভাৱ নহ'ব।"

ৰঙা-চিঙা পৰি মই একলেখীয়া হ'লোঁ। এবাৰ ভাব হ'ল, এনেকুৱা অবাইচ কথা শুনি থকাতকৈ ডাক-বঙলা আৰু হোটেলে হোটেলে, মেছে মেছে বাগৰি ফুৰাই ভাল, নহ'লে কামটো এৰি দি আকৌ স্কুললৈ ঘূৰি গৈ ঘৰৰ পৰা অহা যোৱা কৰি থকাই ভাল। কিন্তু তেনে কিবা সিদ্ধান্ত লৈ পেলোৱাৰ আগতেই-দেৱযানী আৰু সোণালীয়ে আহি মোক উদ্ধাৰ কৰিলে।

দেৱযানীয়ে ভিতৰৰ পৰা আহি ক'লে, "দেউতা চাহ দিছোঁ। দেবেন-দা আহক ভিতৰলৈ।"

সোণালীয়ে সেই অৰ্থহীন হাঁহিটোৰে আহি মোৰ বাহু এটাত দুয়ো হাতেৰে খামোচ মাৰি ধৰিলে: "উঠক। দেউতাৰ লগত ভাড়া বন্দবস্ত কৰি অন্ত পাব? কেতিয়াবা এনেই এশ-দুশ কৈ দিয়ে। কেতিয়াবা আক' এনেয়েই দি দিব।"

প্ৰকাণ্ড গোঁফকোছাৰ তলত অটুট দাঁত দুপাৰি উলিয়াই বুঢ়াই মিচিক কৰে হাঁহি পেলালে। পিচত বুজিব পাৰিছিলোঁ যে বুঢ়াৰ মাজৰ এই মানৱীয়তা কাচিৎহে ওলাই পৰে। মন নকৰি নোৱাৰিলোঁ যে সোণালীয়ে কথাকেইটা বৰ বুজন ডাঙৰ ছোৱালীৰ দৰে কৈছে। তাইৰ কথা শুনি তাইৰ মস্তিষ্কৰ কিবা বিকাৰ আছে বুলি ধৰিব নোৱাৰি। সেয়ে বোধহয় তাইৰ কাৰণে দুখী দেউতাকৰ মুখত মানৱীয় হাঁহি হঠাৎ বিৰিঙাই দিব পাৰিলে। সৰু জীয়েকৰ প্ৰতি বাপেকৰ দৰদটোও মই উপলব্ধি কৰিলোঁ। সহানুভূতিয়ে তাইৰ প্ৰতি মোকো আগদিনাৰ পৰা আকৰ্ষিত কৰি থৈছিল।

আমি চাহ খাবলৈ উঠি ভিতৰলৈ গ'লোঁ। বুমালেৰে নাকৰ ওপৰ-তলৰ ঘামবোৰ মচি মচি ছয়া-ময়া ড্ৰয়িং ৰুমটোত বহিলোঁগৈ। দেৱযানীয়ে ভিতৰ-পিনে মাতিলে মুখ ধুবলৈ। ভিতৰ বাৰান্দাৰ পৰা মুখ ধোওঁতে দেখিলোঁ বাওঁফালে ঘাই ঘৰৰ লগালগিকৈ বান্ধনিঘৰ, সমুখত চোতাল, ভঁৰাল, গোহালি

আৰু সেইবোৰৰ পাচফালে বাৰী, বোধহয় পুখুৰীও আছে। পুৰণি চঙৰ আটোমটোকাৰি ঘৰ। খেতিও ক'ৰবাত আছে। বুঢ়াই পেন্সন পায়। দেৱযানী মাষ্টৰণী। ডাঙৰ ককায়েকেটো চৰকাৰী চাকৰি কৰি সপৰিয়ালে আঁতৰত থাকে; বোধকৰো ঘৰলৈ অলপ অলপ পইচা পঠিয়ায়। সৰু ঘৰটোৰ ভাড়া পায়। এনেকৈয়ে ঘৰখন চলে।

চাহ খাই থাকোঁতে কাকতিয়নী তামোলৰ বঁটা লৈ সোমাই আহিল। মুঢ়া এটাত বহি তেখেতে সুধিলে, "ঘৰৰ কিবা বন্দবস্ত হ'লনে?"

মই ক'লো, "হয়, একপ্ৰকাৰ হৈছে। এখেতে আশীৰ কমলৈ নেযায় যেতিয়া তাকেই দিব লাগিব আৰু।"

কাকতিয়ে গহীনাই ক'লে, "ঘৰখনত সকলোৱে কালিৰে পৰা মোৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰিছে। তোমাক ঘৰ দিয়াত সকলোৰে আগ্ৰহ। গতিকে তোমাক সত্তৰ টকাত ঘৰটো দিলোঁ।"

মই দেৱযানীলৈ চকুলুং চাৱনি এটা মাৰি মোৰ চকিৰ ওচৰতে থিয় হৈ মোলৈ হাঁহি হাঁহি চাই থকা সোণালীলৈও ঘপকৰে এবাৰ কৃতজ্ঞতাৰে চাই টপৰাই ক'লোঁ, "নাই নাই, মই আশী টকাতে মান্তি হৈছোঁ। আপোনাক অসন্তুষ্ট কৰিনো মই কেনেকৈ সত্তৰ টকাত ঘৰটো লম বাৰু?"

বুঢ়াই ক'লে, "নেলাগে। আশী টকাত ঘৰটো লৈ তুমি মোক ঘৰখনৰ শত্ৰু কৰিব নেলাগে। তুমি সত্তৰেই দিবা। মাত্ৰ মাহৰ প্ৰথম সপ্তাহতে দিবা আৰু চাবা যেন বিচাৰি যাব নেলাগে।"

তেখেতৰ আচৰণত মই আকৌ ৰঙা পৰিব ধৰিলোঁ। তাকে দেখি লাজ পাই দেৱযানীয়ে অলপ ভৰ্ৎসনাৰ সুৰত ক'লে, "হব দেউতা, তেখেতে ঠিকমতে দিয়ে নে নিদিয়ে সেইটো আগতে চাই লওঁকচোন।"

দেউতাকে চকিৰ পৰা উঠি ক'লে, "বতৰৰ কথা বতৰতে কৈ থৈছোঁ। তেওঁ ভাল নে বেয়া মই বিচাৰ কৰা নাই। আৰু ঘৰৰ ভাড়া মইহে তুলিব লাগিব, তই তুলিব নেলাগে নহয়।"

তেখেতে ভিতৰৰ পিনে খোজ ল'লে। সোণালীয়ে পৰম উছাহত হাত চাপৰি বজাই বজাই ক'লে, "বাৰু, দাদাৰ পৰা পইচা মই আদায় কৰিম, আন কোনেও কৰিব নেলাগে।"

দেউতাকে কাৰো কথালৈ কৰ্ণপাত নকৰিলে। মই মৰমতে সোণালীক ক'কালটোতে সাৱটি ধৰিলোঁ। বন্দবস্তটো সুকলমে হৈ যোৱাত দেৱযানী আৰু

মাকেও মিচিকিয়াই হাঁহিছিল।

মই বিদায় ল'লোঁ। দেৱযানী আৰু সোণালীয়ে মোক আগবঢ়াই দিলে। সোণালীয়ে ক'লে, "আপোনাৰ বস্তুবোৰ লৈ আহকগৈ ঘৰ আজিয়েই।"

মই বায়েকৰ চকুলৈ চাই ক'লোঁ, "মোৰ বিশেষ বস্তু নাই নহ'য়। মজাই-পিটাই ল'বহে লাগিব।" কিন্তু তেওঁ একো মন্তব্য নকৰিলে। আনকি মোৰ কথাৰ গূঢ়াৰ্থ এটা কৰি লোৱাৰ চিনো নেদেখুৱালে। মনে মনে ক্ষুণ্ণ হ'লোঁ।

দুদিন ধৰি মনেশ্বৰে ময়ে ঘৰটো চাফ-চিকুণ কৰিলোঁ। এই কামত শোটা, বাল্টি, দা-কটাৰী দি সোণালী আইদেৱে আমাক খুব সহায় কৰিলে। কিছু ৰ'দ আৰু বহুত বতাহ পাই সেমেকা ঘৰটো ভালেখিনি শুকান হ'ল আৰু প্ৰথমে দুদিনমান অলপ ঠেক-ঠুক, আচহুৱা লাগিছিল যদিও লাহে লাহে ভাল লাগি আহিল। এটা ঘৰ লৈ অকলশৰে থকা মোৰ এয়ে প্ৰথম। সেইবাবে মই মোৰ গুৰুত্ব বঢ়া যেন পালোঁ বা তেনে যেন দেখুৱাবলৈ ধৰিলোঁ।

সংসাৰৰ বস্তু-বাহানি কিনোঁতে মাণ্টৰী কৰি অৰ্জা পইচাৰ সাঁচতীয়াখিনি উদং হৈ গ'ল। এথন ঘৰ চলাবলৈ ইমানবোৰ বস্তু যে লাগে ধাৰণাই নাছিল। বেতৰ চকি-মেজৰ পৰা পাকঘৰৰ টিপচাকিলৈকে বস্তু আনিবলৈ ফাঁচী বজাৰলৈ যাওঁতে মনেশ্বৰৰ ফোপনি উঠি গ'লগৈ। মাজতে এবাৰ চাহ একাপ খাওঁ বোলোতে জুই ধৰিবলৈ ওলাই আৱিষ্কাৰ কৰিলে যে খৰি নাই। সোণালীয়ে ঘৰৰ পৰাই দুচলামান আনি দিলে। প্ৰথম দিনা গধূলিও তেনেকৈ মনেশ্বৰে ভাত ৰান্ধিবলৈ ধৰি দেখিলে হালধি-মছলা একো অনা নহ'ল, পটাগুটিও কিনা হোৱা নাই। আকৌ অগতিৰ গতি সোণালী আইদেৱে মাকক খুজি খুন্দি থোৱা হালধি অকণ আনি দিলেহি।

আমাৰ অৱস্থাৰ কথা গম পাই দেৱযানী আৰু কাকতিয়নীয়েও একোবাৰ চাই গ'লহি। মাকে ধৈৰ্য্য ধৰিবলৈ ক'লে আৰু লাহে লাহে সকলো থানথিত লাগি যাব বুলি আশ্বাস দিলে আৰু কিবা লাগিলে "আমাৰ পৰাই আনিবা" বুলিও ক'লে। দেৱযানীয়ে হ'লে মন পুৰাই কেৱল হাঁহিলে, মাইকী মানুহৰ ওপৰত বৰ-মতা বোলোৱাৰ মজা—এই ভাবত। মই তেওঁক ক'লোঁ, "এনে বুলি জনা হ'লে মই বিয়া-বাৰু কৰাইহে ঘৰ ল'লোঁহেঁতেন।

তেওঁ লাহেকৈ মন্তব্য কৰিলে, "মনেশ্বৰতকৈ মনেশ্বৰী নিশ্চয় বহুত কামত

লগা হ'লহেঁতেন।"

মই তীক্ষ্ণভাৱে তেওঁলৈ চালোঁ। কথাটো মিছা নহয়। পিয়ন মনেশ্বৰ আৰু বিবাহিতা গৃহিণীৰ মাজত কি সাগৰ সমান পাৰ্থক্য। অথবা মনেশ্বৰক দূৰ কৰি দেৱযানীয়ে তাৰ ঠাইত নিজকে কল্পনা কৰি চাইছেনেকি?

সোণালীয়ে আমাৰ কথা শুনি আছিল। তাই ক'লে, "নেলাগে দাদা, আৰু কাকো আনিব নেলাগে। ইমানেই ভাল।"

তাইৰ মূৰত হাত বুলাই ক'লোঁ; "এৰা, এয়ে ভাল। কোনোবা লগতে অহা হলে হয়তো এইটো ঘৰ সৰু বুলি ল'বই নুখুজিলেহেঁতেন।"

কিন্তু কিছুদিনৰ পিছতে দেখিলোঁ সোণালীয়ে এনে এক ব্যাখ্যাহীন পৰিস্থিতিৰ সৃষ্টি কৰিছে যিটোক তাইৰ ঘৰখন বা মই কোনেও বৰ ভাল পাব নোৱাৰিলোঁ। অথচ তাত বাধা দিবৰ উপায়ো একো নাই।

প্ৰায় গোটেই দিনটো তাই মোৰ ভাড়াঘৰটোতে থাকিব খোজে। পাৰিলে ৰাতিও থাকেহে। মই বা মনেশ্বৰে নানান কৌশল খটাই তাইক ঘৰত থৈ আহিবগৈ লাগে। তেনেকৈ থৈ আহিবলৈ গ'লে দেৱযানী বা মাকে কৃতজ্ঞতাৰে আমালৈ চাই হাঁহিব খোজে, কিন্তু চকুত লুকুৱাব নোৱাৰা আতঙ্কৰ চিন এনে ধৰণে ফুটি উঠে যে সেই হাঁহিৰ আভাস দুৰ্বোধ্য হৈ পৰে।

এই আতঙ্কৰ কাৰণ মই বুজি পাওঁ। সোণালীৰ বয়স বাঢ়ি আহিছে। গাভৰুও হৈছে কিজানি। আজিকালি ফ্ৰক বা স্কাৰ্ট পিন্ধি দৌৰি ফুৰা গাভৰু ছোৱালীৰ জাকবোৰ দেখিলে গাভৰু-অগাভৰু ধৰিবলৈকে টান। সোণালীৰ মানসিক অস্বাভাৱিকতাৰ কাৰণে আকৌ তাইক লুক-ঢাক কৰি ৰাখিবলগীয়াও হৈছে। এনে অৱস্থাত তাইক যাৰে তাৰে লগত, বিশেষকৈ ডেকা ল'ৰাৰ লগত অবাধে হলি-গলি কৰিবলৈ কোনো মাক-বাপেকে দিব নোৱাৰে। কিন্তু তাইক এই কথা কোৱা যায় কেনেকৈ? তাই জানো বুজি পাব? হয়তো মোৰ আগৰ ভাড়াতীয়া সকলৰ লগতো তাই এইদৰেই হলি-গলি কৰিছিল। অভিভাৱকৰ কাৰণে এইটো কম ডাঙৰ সমস্যা নহয়। কেতিয়াবা গধূলি ঘৰত তাইক মই থৈ আহিবলৈ গ'লে লক্ষ্য কৰোঁ অল্পভাষী, কঠোৰ দুৰ্গাধৰ কাকতিয়ে ভয়াবহভাৱে গোমোথা হৈ বহি থাকে, মোক মাত নলগায়, জীয়েককো একো নকয়।

সোণালী ৰাতিপুৱাই ওলায়হি। কেতিয়াবা মই বিচনাত পৰি থাকোঁতেই।

মনেশ্বৰে আগতে উঠি দুৱাৰ-খিৰিকি খুলি দিয়ে। তাই আহি উৎপাত কৰি মোক টানি-হেঁচুকি উঠাই দিয়ে। তাইৰ এই অত্যাচাৰবোৰ প্ৰথমে ভালেই লাগিছিল। কিন্তু সকলোৰে সীমা আছে আৰু তাইৰ ঘৰত যেতিয়া অপছন্দ কৰাটো গম পালোঁ তেতিয়া তিমান ভাল নলগাত পৰিল। অৱশ্যে তাইক বুজিবলৈ নিদিওঁ। কাৰণ অবিকশিত মন এটা লৈও তাই অনাদৰ-আওহেলা বৰ সোনকালে বুজিব পাৰে।

আমাৰ সহৃদয়তা ভালেখিনি হৈ উঠাৰ পিচত এদিন কিবা এটা কথাত অলপ আমনি পাই মৃদুভাবে ভৎসনা কৰিবৰ মনেৰে—তাকো মৰমৰ দাবীত বুলি ধৰি—সৰুকৈ এটা ভেকাহি মাৰি দি কৈছিলোঁ, "সোণালী, তুমি কিন্তু দুষ্ট হৈছা, মই মৰিয়াম দেই!" লগে লগেই তাইৰ মুখৰ হাঁহি হেৰাই গ'ল, বগী ছোৱালীজনী ৰঙা পৰি গ'ল, চকু দুটা সেমেকি আহিল আৰু তাই কন্দনামুৱা হৈ গ'ল। মোৰ বৰ বেয়া লাগিল। অবুজ ছোৱালী, তাইতো মোৰ মৰমৰ দাবীটো বুজিব নোৱাৰিলে। ভুল সংশোধন কৰিবৰ মনেৰে তাইৰ ওচৰলৈ যাব খুজিলোঁ। কিন্তু তাই লাহে লাহে মোৰ ঘৰৰ পৰা ওলাই গ'ল। মই ইমান মাতিলোঁ, তাই কিন্তু উলটিকে নেচালে।

সেইদিনা আবেলি বহুত সাধ্য-সাধনা কৰিহে সোণালীক মই ফুৰিবলৈ নিব পাৰিছিলোঁ। খোজ কাঢ়ি, ৰিক্সাত উঠি তাইক বহুত দূৰলৈ আৰু বহুত দেৰিলৈকে নানান কথা কৈ কৈ মই তাইৰ অভিমান ভাঙিব পাৰিছিলোঁ।

গধূলি মোৰ লগত নৈৰ পাৰে পাৰে ফুৰিবলৈ তাইৰ বৰ হেপাহ। মোৰ আকৌ গধূলিটো কটোৱাত দুটা মন। ওলাই গৈ পাণবজাৰৰ পিনে বন্ধু-বান্ধৱক লগ ধৰি হাঁহি-ধেমালি কৰা নাইবা নিতান্তই ঘৰৰ ওচৰতে ফুৰিব লগা হ'লে অকলে দেৱযানীকহে লৈ যোৱা। দেৱযানীৰো মোৰ লগত ফুৰিবৰ মন। কিন্তু সদায় ফুৰিব নোৱাৰে। ৰক্ষণশীল ঘৰখনৰ কাৰণে তেওঁ বৰ বেচি স্বাধীনভাৱে ফুৰিব-চাকিব নোৱাৰে। কেতিয়াবা অৱশ্যে এপাক মোৰ লগত নৈৰ পাৰত বতাহ খাই আহিলে মাক বা বিশেষকৈ দেউতাকে বৰ বেচি আপত্তি নকৰে। কিন্তু মাত্ৰাধিক্য ঘটাবলৈ আমাৰ ভয় লাগে। অথচ এনেকৈ কেতিয়াবা দুয়ো অকলশৰে ফুৰাৰ ষড়যন্ত্ৰ কৰিলেও সোণালীয়ে ক'ৰবাৰ পৰা উবি অহাদি আহি বিঘিনি ঘটায়। মানে তায়ো হাঁহিৰে গোটেইখন ওপচাই দি আমাৰ লগে লগে যাবলৈ আৰম্ভ কৰি দিয়ে। বাধা দিবৰ কোনো উপায় নাই। আমি মাত্ৰ চোৰাংকৈ পৰস্পৰৰ চকুলৈ চাই নীৰৱে অৰ্থপূৰ্ণভাৱে

হাহোঁ।

এদিন আমি দুয়ো চিনেমা চাবলৈ গৈছিলোঁ। বৰ নাম কৰা ছবি এখন উৰ্বশীলৈ আহিছিল। ছবিখন চাম চাম বুলি দেৱযানীয়ে কাগজত দেখিয়েই আগৰে পৰা কৈ আছিল। মই ৰাতিপুৱা অফিচলৈ যাওঁতে তিনিটা টিকট কিনি নিছিলোঁ। ভাল ছবি বুলি শুনি দেৱযানীৰ মাকেও অলপ ইচ্ছা কৰিছিল। সোণালীক নিয়াৰ কথা কোনেও কোৱা নাছিল। আনহাতে ৰাতিপুৱা ন বজা মানতে দেউতাকে তাইক লৈ উত্তৰপাৰলৈ গৈছিল, কোনোবা আপোন মানুহৰ ঘৰলৈ। তদুপৰি সোণালীক চিনেমা-থিয়েটাৰলৈ নিবলৈ হ'লে দেউতাকৰ অনুমতি ল'ব লাগে। কাকতিৰ অনুমতি লোৱা মানে খাল খানি যখিনী চপোৱা—আমি সেইটো কৰা নাছিলোঁ।

গধূলি সময় হোৱালৈকে সোণালীহঁত আহি নোপোৱাত মাকে নেযাওঁ-নথওঁ কৰিলে। ইপিনে দেৱযানীৰ উচপিচনি চৰি গ'ল। আধা-আধি যাবই এতিয়া বুলি তেওঁ গাল-মুখ ওফোন্দাই পেলালে। মই কিন্তু ঠিক বুজিছিলোঁ যে মাক নেযাওক বুলিয়েই তেওঁ বেচিকৈ উচপিচাই দেখুৱাইছিল।

শেহত হ'ল। মাকে ক'লে, "তোমালোকে যোৱা। যদি সময় থাকে তেন্তে মই অকলে ৰিক্সা এখন লৈ যাম। নহলে নাই। শুদা ঘৰটো পালেহি দেউতাকে খং কৰিব।

গতিকে আমি দুয়ো এখন ৰিক্সা লৈ ওলাই গ'লোঁ।

বাটত দেৱযানীয়ে ক'লে, "মা নাহিল ভালেই হ'ল।" মই কৃত্ৰিম সমালোচনাৰ সুৰত ক'লোঁ, "মাকক তেনেকৈ কয় নেকি ?" তেওঁ ক'লে, "বুঢ়ী মানুহৰ লগতনো চিনেমা চায়নে ?" মই সুধিলোঁ, "ডেকা ল'ৰাৰ লগত ভাল লাগেনে ? মানে সকলো ডেকা ল'ৰাৰ লগত নহয়, বিশেষ ডেকা ল'ৰাৰ লগত ?" দেৱযানীয়ে মুখেৰে ভেঙুচালি কৰি দেখুৱালে।

নিউজৰীল-ফিউজৰীল শেহ হওঁ হওঁ, এনেতে আমি হলৰ ভিতৰত এটা গোলমাল শুনিবলৈ পালোঁ। কোনোবাই যেন জোৰ কৰি সোমাই কিবা তৰ্কা-তৰ্কি কৰিব ধৰিছে। স্বাভাৱিকতে দৰ্শকসকল বিৰক্ত হৈছিল। কিবা মন কৰি দেখোন মোৰ ওচৰত বহি থকা দেৱযানীয়ে ক'লে, "যাওকচোন দেবেন-দা, চাই আহকগৈ দেউতাৰ মাত যেন লাগিছে।" মই একে জাপেই উঠি গৈ গোল-মাল লগা ঠাই পালোগৈ আৰু দেখিলোঁ যে কাকতিয়েই হয়। সোণালীক লৈ আহিছে। মোক দেখি বুঢ়াই ক'লে, "এইয়া ! দেবেন চোৱাচোন, এওঁলোকে

বিশ্বাসেই নকৰে আমাৰ টিকট আছে বুলি। সোণালীক নিয়া, বহুৱাই লোৱাগৈ, মাক নাহিল।" মই লৰালৰিকৈ টিকটটো উলিয়াই দি সোণালীক টানি টানি আমাৰ ঠাই পালোগৈ। বুঢ়া ভোৰভোৰাই ওলাই গ'ল। ভাগ্যে তেতিয়ালৈকে মই টিকটটো বেচি দিয়া নাছিলোঁ।

সোণালীয়ে আমাৰ দুয়োৰে মাজত বহি পৰম উল্লাসত সৰুকৈ হাত চাপৰি বজাই দিলে। মানুহে বেয়া বুলিব বুলি কৈ বায়েকে তাইক নিৰস্ত কৰিলে। তাই ক'লে যে উত্তৰপাৰৰ পৰা আহিয়েই মাকৰ মুখত চিনেমা চোৱাৰ কথা গম পালে আৰু তাই চাব বুলি দেউতাকক ধৰিলে। গতিকে মাক আহিব নোৱাৰিলে। দেউতাকেও পলম নকৰি তপতে তপতে ৰিক্সা এখন লৈ সৰু-জীয়েকক হলত থৈ গ'লহি। গেটকীপাৰে বাৰু কেনৈ সোমাবলৈ দিব? কিন্তু কাকতিৰ নিচিনা মানুহক নিদিওঁ বুলিলেই হ'লনে?

আমাৰ অকলশৰে চিনেমা চোৱা পিঠাগুড়িৰ টেকেলি এনেকৈয়ে ভাগি চুৰমাৰ হ'ল। অৱশ্যে আমি দুয়ো আন্ধাৰৰ সুবিধা লৈ গাত গা লগাই বহিম বুলি নাইবা হাতে হাতে ধৰি থাকিম বুলি ভবা নাছিলোঁ। তথাপি সোণালীয়ে এনেকৈ হঠাৎ আহি আমাৰ সান্নিধ্য উপভোগখিনি মাটি কৰি দিব বুলি ভবা নাছিলোঁ। হুমুনিয়াহ পেলাই দুৰ্ভাগ্যক স্বীকাৰ কৰি লৈ আমি সোণালীৰ "অত্যাচাৰ" সহ্য কৰি গ'লোঁ। আনকি মই ইণ্টাৰভেলত বাহিৰলৈ গৈ আমালৈ তামোল অনাৰ উপৰি তাইৰ কাৰণে টফী আৰু বাদামো কিনি আনি দি তাইৰে উপভোগটো সম্পূৰ্ণ কৰি দিলোঁ।

এদিন আবেলি অফিচৰ পৰা আহি দেখোঁ ঘৰৰ দুৱাৰ-খিৰিকি খোলা আৰু মোৰ বিছনাত সোণালী ঘোৰ টোপনিত লালকাল। ঘৰৰ চাবিটো আমি দেৱযানীহঁতৰ ঘৰত থৈ যাওঁ। কোন আগতে আহে ঠিক নাই। মনেশ্বৰক অৱশ্যে মই প্ৰায়েই আগতে পঠিয়াই দিওঁ। সেই দিনা ঘৰত চাহ কৰি থকা মনেশ্বৰে হাঁহি ক'লে, "মই অহাৰ আগৰে পৰা সোণালী ভণ্টী শুই আছে। মই জগোৱা নাই। কিবা ছবি চাই থাকোঁতেই টোপনি যাব পায়। শোৱক।"

মই কাপোৰ-কানি সলাই মুখ-হাত ধুলোঁ। শুই থকা ছোৱালীজনলৈ বৰ মৰম লাগিল। নিৰ্ভয় মনেৰে নিজৰ ঘৰত শোৱাৰ দৰে তাই শুই আছে। এইটো পৰৰ ঘৰ বুলি ভবা নাই। মোক কোনো বাহিৰৰ মানুহ বুলি ভবা নাই। তাই নিজৰ বা আনৰ কিবা অপকাৰ হ'ব বুলি ভবা নাই।

মই মনেশ্বৰৰ কথা ভাবিলোঁ। এনেয়ে সি বৰ বুধিয়ক নহয়। কাম-কাজতো

ৰৰ পকেত নহয়। প্ৰায়েই মোৰ দাবি খায়। কজাৰলৈ গ'লে প্ৰায়েই পইচা মাৰে আৰু পকাই ধৰিলে ধৰা পৰে। ওচৰৰ কাম কৰা ল'ৰা দুটামানৰ লগ লৈ সি ৰাতি ৰাতি ফুৰিবলৈ যায়, চিনেমা চায়গৈ। আটাইতকৈ ডাঙৰ কথা সি ডেকা ল'ৰা। কৰোঁ বুলিলে কেতিয়াবা সি সোণালীক অকলশৰে পাই কিবা অসভ্যালি কৰিবও পাৰে। কথাটো ভাবি মই মনে মনে আতংকিত হৈ উঠিলোঁ।

ইয়াৰ আগতে এদিন সি কিবা বুজি পাই হুঁহাৰ কথা মনত পৰিল। সোণালীয়ে মোৰ গাত প্ৰায় ওলমিয়ে ফুৰে; গাত ধৰিহে ঘূৰি ফুৰিব খোজে। কেতিয়াবা মোৰ কোলাতে বহি কিবাকিবি বলকিবলৈ ধৰে। তেনেকৈ এবাৰ মোৰ কোলাত বহি মোৰ হাতখন পিটিকি পিটিকি কথা কৈ থাকোঁতো কিবা কাৰণত আহি মনেশ্বৰে দেখিলে। আমাক সেই অৱস্থাত দেখি সি লাজ পোৱাৰ দৰে কৰি দেখুৱালে আৰু যি কামত আহিছিল তাক নকৰি অৰ্থপূৰ্ণভাৱে হাঁহি মাৰি খৰখেদাকৈ আঁতৰি গ'ল। মই তেতিয়া ক্ষীণভাৱে অস্বস্তি বোধ কৰিছিলোঁ। কিন্তু তাত বিশেষ গুৰুত্ব নিদিলোঁ। তাৰ আগত দুৰ্বলতা স্বীকাৰ কৰিবও নুখুজিলোঁ।

কিন্তু ঈশ্বৰক ধন্যবাদ যে সেইদিনা শুই থকা, অজান শিশুৰ দৰে নিষ্পাপ সোণালীক অকলে অকলে পায়ো সি একো অসৌজন্য নেদেখুৱালে। হয়তো তাৰ সাহ নাই, নাইবা অবুজন ছোৱালীজনীয়ে মোক বা ঘৰৰ কাৰোবাক কৈ দি অঘটনৰ ঘটায় বুলি ভয় খালে। হয়তো তাৰ মনত কোনো পাপ বাসনা নেথাকিবও পাৰে; কিন্তু আশঙ্কাটো হ'ল যেতিয়া মই ভৱিষ্যতলৈ সতৰ্ক হ'বলৈ মনস্থ কৰিলো। সেইদিনাৰ পৰা পৰাপক্ষত চাবিটো ময়েই লৈ যাবলৈ ধৰিলো আৰু মনেশ্বৰক আগতে অফিচৰ পৰা পঠিয়ালেও ময়ো বিশেষ পলম নকৰা হ'লোঁ।

সেইদিনা সোণালীৰ ওচৰতে চকি এখনত বহি মই খবৰ কাগজখনত চকু ফুৰাই ফুৰাই ভাবি উলিয়াবলৈ যত্ন কৰিছিলোঁ: এই সৰু ছোৱালীজনীয়ে বাৰু মোৰ ওচৰত কি বিচাৰে? অস্বাভাৱিক তাইৰ জীৱন। শৰীৰেৰে বাঢ়িছে, মনেৰে বৰ বেছি আগুৱাব পৰা নাই। স্কুললৈ যাব পৰাকৈ বয়স অনুযায়ী তাই বিদ্যা আৰ্জিব পৰা নাই। লগৰ সমনীয়া ছোৱালীৰ লগত তাইৰ বিশেষ সম্পৰ্ক নাই। তাইৰ ভৱিষ্যতটো কি হ'ব? তাই এজনী সৰু ছোৱালী হৈয়েই ডাঙৰ দীঘল হ'ব?

মোৰ মাজত তাই কিয় বিশেষ আকৰ্ষণ অনুভৱ কৰিলে কব নোৱাৰোঁ। বায়েকৰ কাৰণে ঘৰখনৰ লগত মোৰ এটা সহজ ঘনিষ্ঠতা হৈছিল। মই জনাত আন কোনো ভাড়াতীয়াকে মাক-দেউতাকে এইদৰে সহৃদয়তাৰে গ্ৰহণ কৰা নাছিল। বুঢ়া কাৰ্কতিয়ে মোক মৰমৰ চকুৰে চোৱা দেখিতো ঘৰখনেই অবাক হৈছিল। হয়তো ঘৰখনৰ আপোন ভাবকে সোণালীয়েও নিজৰ কৰি লৈছিল। জানিব পাৰিছিলোঁ যে আগৰ ভাড়াতীয়াসকলৰ লগত তাই ইমান আপোন ভাব কৰা নাছিল। কোনোবাই মাতিলে গৈছিল, নিজৰ জ্ঞান-বিশ্বাস মতে দুআষাৰ কথা পাতি গুচি আহিছিল। কিন্তু মোৰ প্ৰতি কৰাৰ দৰে কাৰো লগত ইমান হালি-গলি কৰা নাছিল। পাৰিলে দিনে-ৰাতিয়ে মোৰ ঘৰতে থকা, মোৰ লগত ফুৰিবলৈ যোৱা, চিনেমালৈ যোৱা এইবোৰত কিয় তাই লিপ্ত হৈ পৰিল মই ভাবি উলিয়াব নোৱাৰিলোঁ। কিন্তু তাই যে মোক বিচাৰিছিল আৰু একান্ত ভাবেই বিচাৰিছিল সেইটো ভালেমান পিচত এসময়ত বুজিব পাৰিছিলোঁ।

বুজিব পাৰি দেখিছিলোঁ, চিন্তাশক্তি ব্যতিৰেকেই সোণালীয়ে বহুত কথা বুজি পাইছিল। কিন্তু মই বুজিব পাৰিছিলোঁ ভালেখিনি পিচতহে।

সেইদিনা মন পুৰাই শুই নুঠালৈকে মই সোণালীৰ ওচৰতে বহি আছিলোঁ। তাই সাৰ পাই প্ৰথমে লাহেকৈ চকু মেলি মোক দেখি পৰিস্থিতিটো ধৰিব পৰা নাছিল। আকৌ এবাৰ চকু মুদি তাই অলপ সময় পৰি থাকিল। মই একেথৰে তাইৰ ফালে চাই আছিলোঁ। তাৰ পিচত তাই বুজিব পাৰিলে যে তাই ক'ব নোৱাৰাকৈয়ে মোৰ বিছনাত শুই পৰিছিল। তাই নীৰৱে বহলকৈ হাঁহিলে। সেই চিৰপৰিচিত অৰ্থহীন হাঁহি।

মই মৰমেৰে মাত লগাই তাইক উঠি মুখ-হাত ধুই ল'বলৈ ক'লোঁ আৰু পিচত দুয়ো চাহ খালোঁ। তাৰ পিচত তাইক ঘৰলৈ গৈ ভালকৈ ওলাই আহিবলৈ ক'লোঁ, আমি দুয়ো নৈৰ পাৰত ফুৰিবলৈ যাম।

মনেশ্বৰৰ উপৰি আন এটি প্ৰাণীয়ে সোণালী আৰু মোৰ এই সহৃদতাৰ ওপৰত তীক্ষ্ম দৃষ্টি ৰাখিছিল ঃ দেৱযানী। কোৱা বাহুল্য যে মনেশ্বৰৰ দৰেই সোণালী মোৰ গাত ওলমা বা মোৰ কোলাত বহাটো দেৱযানীৰ পক্ষে অৰ্থপূৰ্ণ আৰু অবাঞ্ছনীয় আছিল।

দেৱযানী কেতিয়াবা মোৰ ঘৰলৈ আহে। বিশেষকৈ দেউতাক নেথাকিলে আহে। কেতিয়াবা মাকৰ লগত, কাচিৎ অকলশৰে। সোণালী কিন্তু সকলো

সময়তে উপস্থিত থাকে। তাই যদি বৰকৈ মোৰ গাত লাগি বা ওলমি থাকিব খোজে তেন্তে বায়েকে কৌশলেৰে আঁতৰাই দিয়ে নাইবা কেতিয়াবা মৃদুভাৱে ভৰ্ৎসনা কৰে। কোলাত বহা যেন কৰিলেতো জোৰ কৰি তুলি দিয়ে আৰু প্ৰকাশ্য ধমকৰ সুৰতে কৈ দিয়ে, "ইমানজনী ছোৱালী, ক'ত কেনেকৈ বহিব লাগে নেজানে!" মই সোণালীৰ অসন্তোষৰ চোক কমোৱাৰ চেষ্টাত কওঁ, "কিমানজনীনো ছোৱালী? তুমি মিছাতে তাইক জগৰ নধৰিবা। মই একো ভবা নাই।" দেৱযানীয়ে মোৰ ফালে অলপ খংভাৱে চাই থকা যেন লাগে। সোণালীয়ে অৱশ্যে এনেকুৱা ক্ষেত্ৰত বায়েকক আৰু অৱমাননা নকৰে।

কিন্তু ভনীয়েকক এই শাসন কৰাৰ মাজত যে দেৱযানীৰ কিবা ব্যক্তিগত উদ্দেশ্য থাকিব পাৰে, সেইটো মই বহুত পলমকৈহে বুজিব পাৰিলোঁ।

এদিন আমি দুয়ো নৈৰ পাৰত ফুৰিছিলোঁ। কিবা কাৰণত সোণালী লগত নাছিল। মই তাইৰ খবৰ ল'লো। দেৱযানীয়ে অভিমানৰ সুৰত সুধিলে, "কিয়, সোণালী লগত নেথাকিলে ভালেই নেলাগে নেকি?"

মই প্ৰতিবাদৰ সুৰত কৈ উঠিলোঁ, "সৰু ছোৱালী এজনীৰ সম্পৰ্কত তুমি এইদৰে কিয় কৈছা?"

হুটি নগৈ দেৱযানীয়ে ক'লে, "ইমানেই সৰু যে আপুনি অনবৰত কোলাতে লৈ থাকিব খোজে। মই ক'লেও জগৰটো লাগে মোৰ গাতহে।"

মই মনে মনে থাকিলোঁ। কথাৰ সুৰৰ পৰা বুজিব পাৰিলোঁ ঘটনাৰ সোঁত কোন পিনে বৈছে। বায়েকৰ ইৰ্ষা ভাবটো দেখি মনটো অলপ নাচিও উঠিল। কিন্তু সোণালীৰ ক্ষেত্ৰত মোৰ বায়েকে ভবাৰ দৰে ভাবিবৰ মন নগ'ল। মই যদি মনেশ্বৰৰ পৰা তাইক ৰক্ষা কৰাৰ কথাই ভাবিলোঁ তেন্তে মই নিজেই এটা মনেশ্বৰ হ'বলৈ যাম কিয়?

আমি যে পৰস্পৰৰ সান্নিধ্য বিচাৰিবলৈ ধৰা হ'লোঁ সেইটো আৰু লুকুৱাই ৰাখিব পৰা নাছিলোঁ। আনৰ পৰা লুকুৱাই ৰখাৰ কথা কোৱা নাই, আমাৰ নিজৰ পৰা। দেৱযানীৰ মাকে বোধকৰো অলপ সন্দেহৰ চকুৰে চাইছিল। কাৰণ মই তেওঁলোকৰ তালৈ গলেই জীয়েকৰ ওপৰত চোকা চকু ৰাখিছিল। দেৱযানী মোৰ ঘৰলৈ আহিলেও মাক সৰহপৰ ঘৰত নাথাকে। পাচে পাচেই ওলায়হি। মনতে বেয়া পালেও কিন্তু মই তেখেতক দোষ নিদিওঁ। কাৰণ নিজৰ গাভৰু জীয়েকৰ হানি-বিঘিনি হোৱাত বাধা জন্মোৱা মাক-বাপেকৰ কৰ্তব্যই। কাকতি বুঢ়াই কি ভাবিছিল ক'ব নোৱাৰো। বোধকৰো বেহ-ৰূপ

চাই থিৰাং কৰি থৈছিল, ছোৱালী বিয়া কৰাই নিনিলে হয় ঠেং ভাঙিম, নহয় পুলিচত দিম। নহ'লে কিজানি বুঢ়াই টোকোন জোকাৰিবই খুজিছিল; খৈলীয়েকেহে বুজাই-বঢ়াই ৰাখিছে; বয়স হোৱা ছোৱালীৰ বিয়া এইদৰেই হয় যদি হৈ যাওক বুলি। বদমাচ মনেশ্বৰটোৱেও আমাক অকলশৰে মোৰ ঘৰত বহি থকা দেখিলে মিচিক মিচিক হাঁহে।

দেৱযানী তেনেকৈ মোৰ ওচৰলৈ আহিলে কেতিয়াবা কওঁ, "কিহে আইদেউ! দেখিবলৈকে নাই দেখোন?" তেওঁ কয়, "এয়া দেখোন আহিছোঁ।" মই কওঁ, "বছৰেকত এদিন আহিলেও অহা হয়নে?"

তেওঁ কয়, "ডঙুৱাৰ ঘৰলৈ যে আহিছোঁ, এয়ে বহুত।" মই খোচ মাৰোঁ, "ডঙুৱাৰ ঘৰলৈ আগে-পিচেও অহাৰ অভ্যাস আছে চাগৈ নহয়নে?"

"নাহিবলৈ কিটো আছে। আমাৰনো আৰু কাম কি? ভাড়াতীয়া আহিলেই তেওঁৰ ওচৰলৈ আহি থকাহে আমাৰ কাম।"

এনেকুৱা সময়ত ওচৰত যদি সোণালী থাকে তেন্তে তাই কয়, "ইহ নাই পাই। আমি আগতে কেতিয়াও ইয়ালৈ এইদৰে অহা নাই। জানিছে দাদা, আমি আপোনাৰ ওচৰলৈহে ইমান ঘনাই আহিছোঁ।"

এদিন দেওবাৰেও এনেকুৱা কথা ওলাইছিল। কাকতি ৰাতিপুৱাই ওলাই গৈছিল খেতিৰ তদাৰক কৰিবলৈ। ৰাতিপুৱাই সোণালীও মোৰ ঘৰলৈ ওলাই আহিছিল। মই মৰ্নিং শ্বো চাবলৈ যাম বুলি ভাবিছিলোঁ। এনেতে কিতাপ এখন বিচৰাৰ ছলেৰে আহি উপস্থিত হ'ল দেৱযানী। মৰ্নিং শ্বো ভাড়াঘৰতে হওক বুলি ওলাই যোৱাৰ ইচ্ছা দমন কৰিলোঁ। মই ভাল মিঠাই আনি আমাৰ কাৰণে স্পেচিয়েল চাহ দিবলৈ মনেশ্বৰক অৰ্ডাৰ দিলোঁ। মনেশ্বৰ দোকানলৈ যোৱাৰ পিচতে দেৱযানীয়ে সোণালীক ঘৰলৈ দৌৰাই পঠালে মাকক কৈ আহিবলৈ যেন বিচাৰি নাহে, তেওঁলোকৰ চাহৰ নিমন্ত্ৰণ হৈছে। বুজাই চাগৈ বুজিছেই যে সেইটোও ক্ষন্তেক অকলশৰে থকাৰ বুধি! কিন্তু সোণালীও ইমান খৰতকীয়া যে সৰু ল'ৰাই ভোঁ-কৰে মটৰ চলাই দিয়াদি "মা-আ! বুলি চিঞৰি দৌৰ আৰম্ভ কৰাৰ অলপ পিচতেই "দাদা-আ!" বুলি ঘূৰি আহিলেই।

যি হওক, সেই দিনাই চাহ খাই থাকোঁতে এবাৰ সোণালীয়ে কৈ পেলাইছিল যে মাক-দেউতাকে দুই বায়েক-ভনীয়েকক মোৰ ঘৰলৈ বৰকৈ আহিবলৈ নিদিয়ে। মতা মানুহৰ লগত বেছিকৈ নেযাবলৈ কয়। তাই

সুধিছিল, "বাবু দাদা, আমি বাবু কিয় মতা মানুহৰ লগত বৌছ ফুৰিব নেলাগে ?"

মই কি উত্তৰ দিম ? দেৱযানীৰ চকুলৈ চালোঁ। তেওঁ তলমূৰ কৰিলে। ভাবি চিন্তি ক'লোঁ, "ল'ৰা-ছোৱালী, মতা-মাইকী দুইটাকে ঈশ্বৰে বেলেগ কৰি সৃজন কৰিছেতো, সেই কাৰণে অলপ বেলেগ হৈ থাকিব লাগে। তুমিতো দেখিছাই মাইকী মানুহে মেখেলা বা শাৰী পিন্ধে, মতা মানুহে চুৰিয়া বা পেণ্ট পিন্ধে। মাইকী মানুহে নিচেই পুৱাতে গা ধোৱে, গধূলি গোসাঁই চাকি দিয়ে। মতা মানুহে দহবজাতহে গা ধোৱে, চাকিতো নিদিয়েই।"

সোণালীয়ে বাধা দি ক'লে, "ইহ আমাৰ দেউতাই দেখোন নিচেই পুৱাতে গা ধোৱে ! আৰু মা-দেউতা দেখোন একেলগে থাকে ! পিচে ?"

শ'লঠেকত পৰি কোনোমতে উত্তৰ দিলোঁ, "অ' বিয়া হৈ গ'লে কথাটো অলপ বেলেগ হয় বুইছা ? বিয়া হ'লে মাইকী মানুহ অলপ কম মাইকী হয় আৰু মতা মানুহ অলপ কম মতা হয়।"

সোণালীয়ে এটা নতুন কথা আৱিষ্কাৰ কৰাৰ দৰে আমালৈ চাই ক'লে, "অ' আমাৰ কাবো বিয়া হোৱা নাই নহয় ?"

"অ" আমাৰ বিয়া হোৱা নাই।" মই এবাৰ দেৱযানীলৈ চাই হঠাৎ সুধি পেলালোঁ, "মোৰ লগত কাৰ বিয়া হব জানানে সোণালী ?"

বায়েকৰ ফালে চোৱা কাৰণেই কিবা ভাবি লৈ তাই ক'লে' "কাৰ লগত, বাইদেউৰ লগত ? ইহ নেলাগে পাই, ভাল নহব।"

দেৱযানীয়ে শেহৰ পিনৰ কথা-বতৰাখিনি ভাল পোৱা নাছিল। তেওঁ গহীন হৈ আছিল। এইবাৰ ক'লে, "বাবু নেলাগে যা, দাদাৰ বিয়া তোৰ লগতে হব। ব'ল এতিয়া ঘৰলৈ ব'ল। দেউতা আহিব।"

ভীষণ লাজত বঙা পৰি সোণালীয়ে তলমূৰ কৰি ক'লে, "ইহ যা ! বাইদেউজনী বৰ নিলাজ।"

তাৰ পিচত দেৱযানীয়ে ভনীয়েকক এক প্ৰকাৰ টানি টানিয়েই ঘৰলৈ লৈ গ'ল। কথাটো বেয়া হ'ল নেকি মই চিন্তা কৰিবলৈ ধৰিলোঁ। কেনেবাকৈ ঘৰত কৈ দিলে অথন্তৰ ঘটি যাব পাৰে।

বিয়া কি বস্তু সোণালীয়ে বুজে বুলি মোৰ ধাৰণা নহয়।

আকৌ এদিন আবেলি সোণালীয়ে মোক জোৰ কৰি ফুৰিবলৈ উলিয়াই লৈ গ'ল। সেইদিনা কিবা ভাবি মই চুৰিয়া-পাঞ্জাৱী পিন্ধি ফুৰিবলৈ

যাবলৈ সাজু হৈছিলোঁ। ভৰলুৰ পাৰে পাৰে উজাই পথাৰৰ মাজে মাজে নিজানত ফুৰিছিলোঁ। দেৱযানীৰ জ্বৰ হৈছিল। মই তেওঁৰ খবৰ কৰি যাব খুজিছিলোঁ। কিন্তু সোণালীয়ে ক'লে, "নেলাগে পলম হৈ যাব। আহি খবৰ কৰিলেও হ'ব ব'লক।"

খোজ কাঢ়ি গৈ থাকোঁতে নানান কথাৰ মাজত তাই এবাৰ সুধিলে, "দাদা, আপুনি বাৰু আমাক এৰি যাবগৈ নেকি?"

"কিয় সুধিলা?" মই অলপ চক খাই উঠিলোঁঃ "কোনোবাই কিবা কৈছে নেকি? মই ঘৰটো এৰি দিব লাগিব নেকি?"

তাই ক'লে "নাই তেনেকুৱা একো নহয়। মই এনেয়ে সুধিছোঁ। আপোনাকনো আকৌ ঘৰ এৰি যাবলৈ কোনে ক'ব? আপুনি নিজে এৰি যায় বুলিহে মাহঁতে ভয় কৰি থাকে।"

"কিয় কিয়?" মোৰ কৌতূহল বাঢ়ি আহিল ঃ "মাৰাই মোৰ কথা কিবা কয় নেকি? কি কয়?"

"কয়, ল'ৰাটো ভালেই, পিচে ক'ত থাকিব হ'বলা, ভাল ঘৰ পালে যাবগৈ।"

মই অলপ আবেগ সানি ক'লোঁ "মোক ভাল ঘৰ নেলাগে সোণালী, মই ইয়াতে বেছ আছোঁ। মাৰাক কবা যে মোক তেখেতসকলে খেদি নিদিলে কেতিয়াও নেযাওঁ। ইয়াতেই মোৰ ভাল লাগিছে—তোমালোকক ভাল লাগিছে, তোমালোকৰ ঘৰখনক ভাল লাগিছে—মই কিয় যাম?"

বৰ বুজন ছোৱালীৰ দৰে তাই ক'বলৈ ধৰিলে, "কিছুমান দিনৰ পৰা দেউতাহঁতে বাইদেউৰ বিয়াৰ বাবে চেষ্টা কৰি আছে। ঘৰত আন কোনো নাই নহয়, সেইকাৰণে তাইৰ বিয়াৰ কথা দেউতাই ইমান দিনে ভবাই নাছিল। পিচে মায়ে কওঁতে কওঁতে এতিয়া ল'ৰা বিচাৰিব ধৰিছে। আপোনাৰ আগতে ভাড়াঘৰটোত থকা দুজন দাদাৰ ওপৰত দেউতাই বৰ আশা কৰিছিল। পিচে তেওঁলোক পলাল।"

মই ক'লো, "মই পিচে নপলাওঁ দেই? আৰু মোৰ পৰাতো তেখেত-সকলে একো আশা কৰা নাই।"

তাই ক'লে, "জানো কৰিলেও কৰিব পাৰে।"

"তথাপি মই নপলাওঁ।"

তাই কৈ গ'ল, "আপুনি নেযাব। আপোনাক ইমান ভাল লাগে। এনেকৈ

কাৰো লগত আমি হাঁহি-ধেমালি কৰি পোৱা নাই, ফুৰা নাই, চিনেমা চোৱা নাই। আমাৰো দাদা আছে, পিচে সি ইয়াত নেথাকে। থাকিলেও নিজৰ দাদা এনেকুৱা নহয়। আপুনি আপোন নহলেও বৰ আপোন। আপোনাক কিমান উৎপাত কৰোঁ। সেই দেখি আপুনি কেতিয়াবা যায়গৈ বুলি বৰ বেয়া লাগি থাকে, ভয়ো লাগে।”

সোণালীক মই এহাতেৰে সাৱটি ধৰিলোঁ। কিমান নিষ্পাপ তাই। কিমান স্বাৰ্থহীন তাইৰ ইচ্ছা। অবিকশিত মনটোৰ পৰা কিমান পুৰঠ কথা ওলাইছে। তাই মোৰ সান্নিধ্যত পাইছে অনিৰ্বচনীয় আনন্দ। তাত কামনা-বাসনাৰ কথা নাই, বিয়াৰ প্ৰশ্ন নাই, ঘৰ-সংসাৰৰ স্বাৰ্থ নাই। তাইৰ এই স্বৰ্গীয় মনটো ভাঙি মই বাৰু কোন সতে তাহাঁতক এৰি যাব খুজিম ?

ভিলটি আহোঁত আন্ধাৰ হৈছিল। দেৱযানী বাৰান্দাতে খুটা এটাত আউজি উদাস দৃষ্টিৰে আলিবাটৰ ফালে চাই আছিল। আন্ধাৰত কাপোৰ-কানিবোৰৰ অৱস্থা ভালদৰে মণিব নোৱাৰি, কিন্তু আউল-বাউল চুলিবোৰ ধৰিব পাৰি। সোণালীয়ে “তোৰ জ্বৰ ভাল হৈ গ'ল বাইদেউ ?” বুলি সুধিয়েই পোনে পোনে ভিতৰলৈ গুচি গ'ল।

মই দেৱযানীৰ ওচৰলৈ গৈ সুধিলোঁ, “এতিয়া গা কেনে পাইছা দেৱী ?”

তেওঁ একো সঁহাৰি নিদিলে। এনে নিশ্চলভাৱে থিয় হৈ থাকিল যেন মই একো সোধাই নাই।

মই অলপ অস্বস্তি বোধ কৰি আৰ্ম-বেঞ্চখনতে বহিলোঁ। দেৱযানীৰ ঈৰ্ষা আৰু অভিমান আকৌ উথলি উঠিছে। মই তেওঁক কেনেকৈ বুজাম যে সোণালীৰ বিষয়ে এইদৰে ভবাৰ কোনো যুক্তি নাই, যুক্তি থাকিব নোৱাৰে।

মই অলপ পিছত আকৌ সুধিলোঁ, “ঘৰত কোনো নাই নেকি ?”

এইবাৰ তেওঁ উত্তৰ দিলে, “আছে।”

“তুমি এইদৰে বাহিৰত বৈ আছা যে ? গা জানো ভালদৰে ভাল হ'ল ?”

“মোৰ গা ভালেই হ'লনে মই মৰিলোৱেই কাৰনো কি ?”

পৰিস্থিতিটো ৰক্ষা কৰিবৰ মনেৰে ক'লোঁ যে মোৰ ভুল হৈছে, তেওঁৰ অসুখৰ খবৰ কৰিব লাগিছিল। স্বীকাৰ কৰিলোঁ যে মই আচলতে খবৰ লবই খুজিছিলোঁ, কিন্তু ফুৰিবলৈ যাবলৈ সোণালীয়ে ইমান খৰখেদা লগাই দিলে যে মোৰ কোনো উপায়েই নেথাকিল।

কিন্তু সোণালীৰ উল্লেখে জুই জ্বলাইহে দিলে। দেৱযানীয়ে ক'লে, “দেউতা

অহা নাই। আৰু দোঁৰকৈ ফুৰিব পাৰিলেহেঁতেন।"

তেওঁ ভনীয়েকৰ কথাটো বৰ বেয়াকৈ লৈছে বুলি মোৰ বোধ হ'ল। সেই-ৰাবে প্ৰতিবাদে কৰি ক'লোঁ, "তুমি কিছুমান মিছা অৰ্থ উলিয়াবলৈ চেষ্টা কৰিছা দেৱী। তুমি বুজিব লাগিছিল যে—"

"সোণালী সৰু ছোৱালী নহয়।" এইবুলী কৈ উচাট মাৰি তেওঁ একে চাবেই স্তাৰ পৰা ভিতৰৰ পিনে খোজ ল'লে।

মই স্তব্ধ হৈ ক্ষন্তেক তাতে বহি থাকিলোঁ। অলপ ক্ষুণ্ণও হ'লোঁ। ছোৱালীবোৰ ইমান অবুজ কিয় বাৰু! ইমান স্বাৰ্থপৰ কিয়? কাকো মাত নলগোৱাকৈ তাৰ পৰা উঠি গুচি আহিলোঁ।

দেৱযানী ভাল হৈ উঠিল।

কিন্তু মোৰ লগত তেওঁৰ সম্পৰ্কটোহে সহজ হৈ নুঠিল। ইতিমধ্যে দুবাৰমান লগ পাইছোঁ, মোক মাত দিছে। কিন্তু সেইদিনা খঙৰ পিচত যেন তেওঁ নিজৰ গোমোথালি ভাঙিব পৰা নাই। হয়তো অভিমানো সম্পূৰ্ণ নোহোৱা হোৱা নাই।

এদিন কাকতি মোৰ ঘৰলৈ আহিল। মই আথে-বেথে আগবঢ়াই দিয়া চকিত বহি ক'লে, "দেবেন, তুমি এবাৰ দেৱীৰ সৈতে জালুকবাৰীলৈ যোৱা। তাই বি-টি পঢ়িব খুজিছে। তুমি সুধি-মেলি ঠিক-ঠাক কৰি দিয়া।"

মই ক'লোঁ সকলো কৰি দিম, তেখেতে চিন্তা কৰিব নেলাগে। তেখেতে ক'লে যে যিদিনাই সুবিধা হয়, সেইদিনা দেৱযানীক লগ ধৰিলেই হ'ল। এইবুলি কথা শেষ কৰি তেখেতে উঠিলেই। মই চাহ এটোপা খাবলৈ ধৰিলোঁ। তেখেতে মান্তি নহ'ল। ক'লে যে তেখেতে য'তে ত'তে আৰু যেতিয়াই তেতিয়াই চাহ নেখায়। এইবুলি মোৰ প্ৰতিক্ৰিয়ালৈ বৈ নেথাকি তেখেতে ওলাই গলেই।

গতিকে মই দেৱযানীক লৈ জালুকবাৰীলৈ ওলালোঁ। গম পাই সোণালীয়েও যাওঁ যাওঁ লগাইছিল। তাইক নিৰস্ত কৰিব লগা হ'ল। বায়েকৰ অসন্তোষ নবঢ়োৱাৰ চেষ্টাত মই আৱশ্যক হ'লে অলপ কঠোৰ হম বুলিও ভাবিছিলোঁ। কঠোৰ হবলগীয়া নহ'ল, কিন্তু ঘূৰি অলপ আঘাত আমিহে পাব লগা হ'ল।

মই তাইক বুজাবলৈ চেষ্টা কৰিছিলোঁ যে আমি এটা বিশেষ দৰকাৰতহে গৈছোঁ, ফুৰিবলৈ নহয়, যে বায়েকে আকৌ পঢ়ি পৰীক্ষা দিব খুজিছে, সেই বিষয়ে খা-খবৰ লৈ আহিব লাগে; যে এইবোৰ কথা তাই বুজি নেপায়, গতিকে তাইৰ ক'ত ভাল লাগিব।

সোণালীয়ে মোৰ বুজনিখিনি একান্ত মনে শুনিলে। কি জানো হ'ল, তাই একান্ত মনে কিবা ভাবিলে। তাৰ পিচত লাহে লাহে ক'লে, "বাৰু মই নেযাওঁ। মই সেইবোৰ বুজি নেপামেইতো। মইতো পঢ়া-শুনা কৰা নাই। মই ভালকৈ পঢ়িব নেজানোও। মোৰ মগজটোও বৰ ভাল নহয়।"

আমি একো মাতিব নোৱাৰিলোঁ। মোৰ প্ৰাণটোৱে হাঁহাকাৰ কৰি উঠিল। এই সৰু ছোৱালীজনীয়ে যেন সকলো বুজি পায়, নিজৰ নিৰুপায় দুৰৱস্থাৰ কথাও বুজি পায়। মাকো ওচৰতে আছিল। মাকে তাইক সাৱটি ধৰি ভিতৰলৈ লৈ গ'ল। মাকৰ লগত ভিতৰ সোমোৱাৰ আগতে সোণালীয়ে এবাৰ উভতি চালে আৰু তাই চিৰলগৰীয়া সেই অৰ্থহীন হাঁহিতো মাৰি পঠিয়ালে।

আমি জালুকবাৰীলৈ গৈ দেৱযানীৰ কামখিনি কৰিলোঁ। তেওঁ গোটেই সময়খিনি গম্ভীৰ হৈ থাকিল। বাছত কথা পাতোতে অৱশ্যে সহজ ভঙ্গীতে উত্তৰ দিছিল আৰু বিশ্ববিদ্যালয়ৰ অফিচত কোনোবাই কিবা সুধিলেও ভাল-দৰেই উত্তৰ দিছিল। কিন্তু তথাপি তেওঁ সহজ হ'ব পৰা নাছিল।

বাছৰ কাৰণে অলপ ৰ'ব লগা হৈছিল। সেই বাবে মুকলিয়ে মুকলিয়ে আমি অলপ ফুৰিলোঁ। হাতত বহুত সময় আছিল। মই অফিচৰ পৰা ছুটী লৈছিলোঁ, দেৱযানীয়ে স্কুলৰ পৰা ছুটী লৈছিল। মই এবাৰ ছল চাই ক'লোঁ, "সোণালী সৰু ছোৱালী নহয় বুলি তুমি মোক সেইদিনা সোৱঁৰাই দিছিলা কিয়?"

দেৱযানীয়ে একো উত্তৰ নিদিলে। আমি ছাৰ্ভেস্কুলৰ পিনলৈ খোজ কাঢ়ি গৈ আছিলোঁ। ময়েই আকৌ ক'লোঁ, "তুমি বোধকৰো তাইৰ বয়সটোৰ কথা কৈছিলা। কিন্তু তাইৰ মনটোৰ কথা এবাৰ ভাবি চাইছানে? আন এজনী ছোৱালী হোৱা হ'লে বেলেগ কথা আছিল। কাৰণ তুমিও ছোৱালী। ঈৰ্ষা হোৱা স্বাভাৱিক। কিন্তু তুমিতো তোমাৰ নিজৰ ভনীয়েৰাৰ কথা ভালকৈয়ে জানা।"

দেৱযানীয়ে ক'লে, "মই কিয় সেইদৰে কৈছিলোঁ সেইটো আপুনি অলপ-অচৰপ বুজিছেই। তাই মোৰ ভনী আৰু তাইৰ অৱস্থাটোৰ কাৰণে মোৰ বা ঘৰখনৰ যি দুখ সেইটো আমিহে বুজোঁ। কিন্তু অবুজ ভাবেই তাই কেতিয়াবা এনেকুৱা কাণ্ড কিছুমান কৰি পেলায় যিটো মই হোৱা হ'লেহে আপুনি বুজিলেহেঁতেন।"

তেওঁৰ কথাখিনি হৃদয়ঙ্গম কৰিবলৈ মই চেষ্টা কৰিলোঁ। কথাখিনি গভীৰ বিশ্বাসেৰে কোৱা যেন লাগিল। সেইবাবে মই একো প্ৰতিবাদ নকৰিলোঁ। কিন্তু মনৰ ভিতৰত মই তথাপি মানি ল'ব নোৱাৰিলোঁ যে বুজন বায়েক আৰু

বিকাশ প্ৰতিহত মনৰ, সৰু ভনীয়েকৰ মাজত ঈৰ্ষাৰ সম্পৰ্ক থাকিব পাৰে, বিশেষকৈ সোণালীৰ নিচিনা ছোৱালী এজনীক আঘাত দিয়াৰ কথা মই কোনো মতেই ভাবিব নোৱাৰিলোঁ। তাইৰ মনৰ ভিতৰত কি আছে, তাই মোৰ পৰা আৰু জগতৰ পৰা কি বিচাৰে সেইটো বুজাৰ পিচত তাইক ভুল বুজিবৰ মোৰ কোনো কাৰণ নাছিল। এই কথা দেৱযানীক মই বুজাম কেনেকৈ? বুজাবলৈ গ'লেই তেওঁ ওলোটাকৈ ল'ব। বিশেষকৈ সেই সময়ত মই তেওঁৰ খং পেলাই গাম্ভীৰ্য্য ভাঙিবলৈহে চেষ্টা কৰিছিলোঁ। নতুনকৈ খং তোলাৰ খোজা নাছিলোঁ।

মই প্ৰস্তাৱ কৰিলোঁ, "দেৱী, ব'লা খোজ কাঢ়ি কাঢ়ি ইঞ্জিনিয়াৰিং কলেজেদি ঘূৰি আঁহো। সময়তো বহুত আছে। যাবা?"

"এইফালেদি ঘূৰি যোৱা বাট আছেনেকি?" তেওঁ অবাক হৈ সুধিলে: "আৰু বহুত দূৰ নহবনে?" তেওঁ অলপ ভয় খোৱা যেনো লাগিল।

মই ক'লো, "ধুনীয়া পকী বাট এটা আছে, সুন্দৰকৈ পাহাৰলৈ উঠি ঘূৰি গৈছে—তৰুণ ফুকনৰ দ্বিপৰ বিলত ওলামগৈ।"

"সেইফালে মানুহ-দুনুহ আছে জানোঁ?"

"বৰ বেছি নাই। গধূলি মুক্ত বায়ু সেৱন কৰিবলৈ ডেকা-গাভৰু যায় বুলি শুনিছোঁ। পিছে এতিয়া গধূলিও হোৱা নাই। ডেকা-গাভৰু অকল আমিয়েই হম।

কিবা ভাবি দেৱযানীয়ে লাজকুৰীয়াকৈ হাঁহিলে আৰু নীৰৱে সেই ফাললৈ খোঁজ আগবঢ়ালে।

আওগৰীয়া বাটটোত কেইযোৰামান মানুহ লগ পালোঁ। তথাপি কথা পাতি সময়খিনি উপভোগ কৰিবলৈ আমি ভালেখিনি স্বাধীনতা পালোঁ। এই সুবিধাতে মই দেৱযানীক জনালোঁ যে দুই-এদিনতে তেওঁৰ ঘৰত মই বিয়াৰ কথা উলিয়াব খোজোঁ। কাৰণ সকলো পিনৰ পৰা চাই এয়ে উপযুক্ত কাম হ'ব। আমাৰ দুয়োৰে ফালৰ পৰাতো কোনো প্ৰশ্নই নাই; কাকতি-কাকতিয়নীয়েও মনে মনে ইয়াকেই বিচাৰিছে বুলিও মই গম পাইছোঁ।

দেৱযানীয়ে ঘনাই ঘাম মচিবলৈ ধৰিলে, ভালকৈয়ে থকা চাদৰখন ভালকৈ ল'বলৈ ধৰিলে আৰু মোৰ কোনো প্ৰশ্নৰ উত্তৰ নিদি, মোলৈ নেচাই, মসৃণ পকী আলিতে উজুটিয়াই খোঁজ কাঢ়িবলৈ ধৰিলে। আওহতীয়া হোষ্টেল, সিপাৰৰ পাহাৰ আৰু পাহাৰৰ সিপাৰে কি আছে, দ্বিপৰ বিল

ইত্যাদি দৃশ্য দেখুৱাওঁহে দেখুৱাওঁ, তেও' একোলৈকে নোচোৱা হ'ল।

এবাৰ ক'লোঁ, "সে কথাটো তুমিয়েই ছল চাই মাৰাৰ আগত প্ৰথমে উলিয়াবা নেকি ?"

তেওঁ টপৰাই কৈ উঠিল, "উহুঁ এইবোৰ কথা ছোৱালী মানুহে উলিয়াব পাৰে নেকি ?"

"এ নোৱাৰে নেকি ? মোৰ আক' সাহটো অলপ কম। এইবিলাক বিষয়ত ছোৱালীবিলাক অলপ সাহসী বুলি শুনিছিলোঁ। সেই দেখি ভাবিছিলোঁ তোমাৰেই সহায় লওঁ। নোৱাৰা যদি থাওক, ময়েই কিবা এটা কৰিম।"

তেওঁ খঙেৰে মোৰ ফালে চাব খুজি হাঁহি পেলালে।

ইঞ্জিনিয়াৰিং কলেজৰ ওচৰত বাছ এখন পাই আমি স্বস্তিৰ নিশ্বাস পেলাই তাতে উঠি গুচি আহিলোঁ। বাকীছোৱা বাটত দেৱযানীয়ে নিজেই মোৰ ওচৰত সহজ হ'বলৈ চেষ্টা কৰি উপযাচি নানান কথা কৈছিল—ইটো-সিটো দেখুৱাইছিল, বি-টি পাঠ্যক্ৰমৰ কথা কৈছিল ; এতিয়াৰ পৰা সদায় ভবলুমুখত বাছলৈ খাপ দিব লাগিব বুলি কৈ হাঁহিছিল। যেন আমি মনতে সেইবোৰ কথাহে পাগুলি আছিলোঁ।

বাকীখিনি কাম লাহে লাহে, কিন্তু নিশ্চিতভাৱে সুকলমে হৈ আহিল। বিয়াৰ প্ৰস্তাৱ কেনেকৈ দিলোঁ, কাকতিহঁতে কি প্ৰতিক্ৰিয়া দেখুৱালে, দুইখন ঘৰৰ মাজত কেনেকৈ চিঠি-পত্ৰৰ আদান-প্ৰদান হ'ল ইত্যাদি কথা বহলাই নক'লেও চলিব। ইয়াকে ক'লেই যথেষ্ট হ'ব যে বুঢ়া-বুঢ়ীয়ে মোক বেলেগ চকুৰে আৰু আগতকৈ মৰমেৰে চাবলৈ ধৰিলে। আনকি কাকতিয়ে বজাৰৰ পৰা ভাল মাছ অকণ আনিলে "দেবেনকো ভাত খাবলৈ মাতিবি" বুলি ক'বলৈ ধৰা হ'ল।

আমাৰ ঘৰত আপত্তি নুঠিল। বিয়াৰ বিষয়ত মোক স্বাধীনতা দি থোৱা হৈছিল। মোৰ পছন্দ মতেই হেনো বিয়া হ'ব। মাত্ৰ ঘৰ আৰু ছোৱালী ভাল হ'ব লাগে। ঘৰ আৰু ছোৱালীৰ বিষয়ে আমাৰ ঘৰৰ পৰা আপত্তিৰ একো কাৰণ বিচাৰি নেপালে। কিবা কাৰণত শিবলঙলৈ অহা দদাইদেউ এজনে ক্ষন্তেক গুৱাহাটীত বৈ ঘৰ আৰু ছোৱালী চাই গ'ল। দিন-বাৰ আৰু ৰাহি-জোৰা চোওৰা হৈছে। এই দুটাতো বাধা-বিঘিনি একো ওলাব নেলাগে, কাৰণ ইতিমধ্যে মই নৱগ্ৰহত আন-অফিচিয়েলী পৰামৰ্শ লৈছিলোঁ।

বিয়ালৈ ভালেমান দিন থকা কাৰণে দেৱযানীক বি-টিত নাম লগাই

দিয়া হ'ল।

মাত্র কথাটো সোণালীক কোৱা হোৱা নাই।

সকলো কথা তলে তলেই হৈছিল কাৰণে আৰু বিয়াৰ বন্দবস্ত বুলি মানুহৰ অহা-যোৱা হোৱা নাছিল কাৰণে তাই একো গম পোৱা নাছিল। আমি উপযাচি কোৱাও নাছিলোঁ। আচলতে তাইক ক'বলৈ বেয়া লাগিছিল। মাকে কৈছিল, "থাওক লাহে লাহে নিজে জানিব। বায়েক যাবলৈ বুলি জানিলে তাই বেজাৰ পাব।"

দেৱযানীয়েও ইয়াৰ পিচত তাইক বিশেষ মৰমৰ চকুৰে চাবলৈ ধৰিলে। মই সোণালীৰ লগত থাকিলে বা ফুৰিবলৈ গ'লেও ঈৰ্ষা-অসূয়াৰ ভাব নোলোৱা হ'ল। কেতিয়াবা বৰং আমাক ফুৰিবলৈ যাবলৈহে কয়। নিজে বৰকৈ নোলায়।

কিন্তু কথাটো জানিবলৈ দিয়া উচিত হ'ব বুলি মই এদিন সোণালীক ক'লোঁ, "বাৰু সোণালী, মই যদি ইয়াৰ পৰা যাওঁ গৈ কেনে হয়? তোমাৰ কেনে লাগিব?"

"ইহ?" তাই অবিশ্বাসৰ সুৰত ক'লেঃ "আপুনিনো কিয় যাবগৈ? কোনোবাই যাবলৈ কৈছে নেকি?"

"নহয় যাবলৈ কোৱা নাই কোনেও। মই মাত্র এনেই সুধিছোঁহে, যদি মই গুচি যাওঁ তোমাৰ কেনে লাগিব? ভাল লাগিব নে বেয়া লাগিব?"

চকুত আতংকৰ চাৱনি লৈ তাই ক'লে, "বেয়া লাগিব, খুউব বেয়া লাগিব। আপুনি নহা হলেই ভাল আছিল, এনেকুৱা লাগিব।" তাৰ পিচত তাই মোক সাৱটি ধৰি আব্দাৰৰ সুৰত ক'লে, "আপুনি পিচে নেযাবগৈ দেই দাদা? নেলাগেচোন যাব, ইয়াতে থক।" তাই একেথৰে তীক্ষ্নভাৱে মোৰ চকুলৈ চাই থাকিল। সেই দৃষ্টিৰ প্ৰখৰতা মই বেছি সময় সহ্য কৰি থাকিব নোৱাৰিলোঁ। মই চকু নমাই লৈ তাইৰ প্ৰকাণ্ড চুলি কোছাত আঙুলি বুলাই বুলাই আশ্বাসৰ সুৰত ক'বলৈ ধৰিলোঁ, "মই যোৱাৰ কথা কোৱা নাই নহয় সোণালী, তোমালোকক এৰি মই কলৈ যাম? মই কথাটোহে কৈছোঁ।"

তাই হঠাৎ "মই মাক সুধি আহোঁ ৰ'ব" বুলি কৈ মোক এৰি দৌৰি ঘৰলৈ গ'ল। আমাৰ বিয়াৰ পিচত যে ইয়াত থকা আৰু নহব, তাইক এৰি আন এটা ভাড়াঘৰলৈ যাব লাগিব, এই কথাকে প্ৰকাৰান্তৰে মই বুজাব

খুজিছিলোঁ। কিন্তু তাই কথাৰ সুৰ বেলেগ ফালে টানি লৈ গ'ল। মাকক বা আকৌ তাই কি বুলি কয়গৈ বুলি ভাবি মই কাপোৰ-কানি সলাবলৈ ধৰিলোঁ। গধূলি মই অকলে উজানবজাৰৰ মানুহ এঘৰৰ পৰা আহি ঘৰ সোমাওঁতেই সোণালী মোৰ ওচৰ পাইছিলহি আৰু তেতিয়াই মই তাইক কথাটো ক'ব খুজিছিলোঁ।

পাঁচ মিনিট মানৰ পিচতে তাই দৌৰি দৌৰি আকৌ মোৰ ওচৰ পালেহি। পাচে পাচে দেৱযানীও আহিছে। সোণালীয়ে আহিয়ে ফোপাই ফোপাই মোক কবলৈ ধৰিলে, "দাদা মাই কৈছে চব মিছা বুলি, কৈছে যে আপুনি নেযায়গৈ আৰু আপোনাক যোৱাৰ কথা দেউতায়ো কোৱা নাই, মায়ে কৈছে যে আপুনি এনেয়ে আমাক ভয় খুৱাইছে, ধেমালি কৰিছে।"

মই তাইক মৰমতে ধৰি মোৰ বিছনাত বহিবলৈ দিলো আৰু দেৱযানীকো বহিবলৈ চকি এখনৰ পিনে ইঙ্গিত কৰিলোঁ।

"বুইছা দেৱী," মই পাতলাই কবলৈ ধৰিলোঁ, "সোণালীক ক'লোঁ বোলো মই যদি কেনেবাকৈ ইয়াৰ পৰা যাওঁগৈ তেন্তে তাই ভাল পাব নে বেয়া পাব? তেওঁ আক' ধৰি ললে মই যাবই খুজিছোঁ বুলি। মানুহে বহুত কাৰণত এঠাইৰ পৰা আন ঠাইলৈ যায়। ধৰা মোক বদলি কৰিলে—অৱশ্যে মোক বদলি নকৰে—তেতিয়া মোৰ যাব লগা হ'ল। কথাটো তেনেকুৱাহে আছিল। সোণালীয়ে ভয় খাই একে দৌৰে গৈ মাকক সুধি আহিলেগৈ। মইনো বাৰু কেলৈ যাম? নহয়নে?"

পৰিস্থিতিটো দেৱযানীয়ে উপলব্ধি কৰিব পাৰিছিল। তেওঁৰ চকু দুটা কৰুণ হৈ আহিছিল। তথাপি মুখত হাঁহি বিৰিঙাই তেওঁ ক'লে, "দাদা নেযায় সোণালী, কেলৈনো যাব? মাই ঠিকেই কৈছে, তেখেতে এনেয়ে তোৰ লগত ধেমালি কৰিলে।"

সোণালী আশ্বস্ত হৈ এবাৰ বায়েকৰ চকুলৈ আৰু এবাৰ মোৰ চকুলৈ চাবলৈ ধৰিলে। তাইৰ মুখত সেই অৰ্থহীন হাঁহিটো ফুটি উঠিল। সেই হাঁহিটোৱেই চিন যে তাই আশ্বস্ত হৈছে, তাই সহজ হৈছে।

মাত্ৰ আমিহে অব্যক্ত বেদনাত ভিতৰি ভিতৰি অস্থিৰ হৈ উঠিলো।

## বৰদেউতা

ঘটনাটো মুখৰোচক হৈ উঠিল। মই ঘৰৰ ভিতৰতে থাকিলেও সকলো গম পাই আছোঁ। আমাৰ ঘৰখনতো ঘটনাটোৰ বিষয়ে ফুচফুচীয়া মেল হয়, গৰম আলোচনা হয়; তদুপৰি ৰমেশে আহি আহি মোক খবৰ দি থাকেহি।

প্ৰথম ঘটনাটো ভালদৰে আৱিষ্কৃত হ'বলৈ ভালেখিনি সময় লাগিছিল। সেইকাৰণে মানুহে মাত্ৰ 'কথা এটা শুনিছানে,' 'অমুকটো হ'ল নহয়', 'হয়নেকি, ক'বই নোৱাৰোঁ' এনে ধৰণেহে গাত লগা-নলগাকৈ কোৱা-মেলা কৰিছিল। কিন্তু যেতিয়া কথাটো ভালদৰে ৰাষ্ট্ৰ হৈ গ'ল আৰু ঘটনাটো সঁচা বুলি প্ৰমাণিত হৈ গ'ল, তেতিয়া কথা-বতৰাই আলোচনা, ঠাট্টা-মস্কৰা, আনকি গৰম তৰ্কাতৰ্কিৰো ৰূপ ধাৰণ কৰিলে। তৰ্কাতৰ্কিৰ প্ৰধান অংশ গ্ৰহণ কৰে ৰমেশ-হঁতৰ ডেকা দলটোৱে।

ৰাজেশ্বৰীক এনেয়েও ভাল চকুৰে চোৱা মানুহৰ সংখ্যা কম। তেওঁৰ প্ৰসঙ্গ উত্থাপিত হ'লেই প্ৰায় মানুহে ভেকাহি মৰাৰ দৰে কৈ উঠে, "সেইজনী? কেনেকৈ চলেহে, কেনেকৈ চলে? দুটা আঠ-ফুটী খেৰীঘৰ ভাড়াত দি মাহদিন চলিব পাৰেনে? তাৰো ভাড়া পায়নে? ব্যৱসায় চলায়, বুইছা, ব্যৱসায়! বহুত কিবাকিবি বেচে, ব—হুত কিবাকিবি!" কেতিয়াবা কোনোবাই কয়, "সেইবাৰ কি হৈছিল? পুলিচ আহি ওলোৱা নাছিলনে? হেঃ!"

'সেইবাৰ' পুলিচ আহি ওলাইছিল হয়। ৰামেশ্বৰীয়ে হেনো ক'ৰবাৰ পৰা ছোৱালী আনি আনি নিজৰ লগত ৰাখে। গধূলিৰে পৰা ৰাজেশ্বৰীৰ ঘৰলৈ মানুহৰ সমাগম হয়। ৰিক্সাত আহে, মটৰ চলাই আহে। হাঁহি-তামাচাৰ শব্দ বাটৰ মানুহে শুনে। কেতিয়াবা হাৰমনিয়ম লৈ গান গোৱাও হয়। মদো চলে বুলি বহুতে প্ৰমাণ পোৱাৰ কথা কৈছে। অন্যান্য ব্যভিচাৰৰ বিষয়েও মানুহে কল্পনা কৰি লয়।

অতিষ্ঠ হৈ, সমাজৰ নৈতিক শৃঙ্খলা আৰু ৰক্ষা নপৰে বুলি, ৰমেশহঁতৰ দলৰে কোনোবাই দুজন বয়সস্থ লোকক লগত লৈ পুলিচৰ ওচৰত আপত্তি দিলেগৈ। থানালৈ কেবাদিনো অহা-যোৱা কৰাৰ মূৰত এদিন হঠাৎ পুলিচ

দলে-বলে ৰাজেশ্বৰীৰ ঘৰত উপস্থিত হ'লহি। আঁতৰে আঁতৰে মানুহে জুম বান্ধি বান্ধি চাবলৈ ধৰিলে। সকলোৰে মনত কি হয় কি হয় ভাব।

কিন্তু একো নহ'ল। পুলিচে একো প্ৰমাণ নাপালে। পিচত শুনা গ'ল, ৰাজেশ্বৰীয়ে পুলিচক জনালে, দুজনী ছোৱালী আনি তেওঁ লগত ৰাখিছিল হয়। সিহঁতৰ এজনী আছিল গিৰীয়েক পগলা হোৱা অনাথিনী, আনজনী ৰাজেশ্বৰীৰে সম্বন্ধীয়া ভতিজা জী। অনাথিনীক পিচত শহুৰেকৰ ঘৰ আহি লৈ গ'ল। "মোৰ ঘৰলৈ মানুহ অহাটোনো কি জগৰৰ কথা? মায়াৰ দেউতাক থাকোঁতে জানো আমি আন দহঘৰৰ লগৰে নাছিলোঁ? এতিয়াও দুই-এজন মানুহ খাবৰ ল'বলৈ আহি থাকে। আৰু আপোনালোকে যে ইঁহঁতবিলাক ইংগিত কৰিছে, কেলৈ, মোৰ নিজৰ ছোৱালী মায়া ঘৰত নাই জানো? মাকজনী হৈ মই তাইৰ জীৱনটো নষ্ট হ'বলৈ দিব পাৰোঁনে? আপোনালোকেই কওক।"

পুলিচৰ দল ক্ষমা খুজি উভতি গ'ল। মদৰ প্ৰমাণ নালাগে পাকঘৰত মিঠাতেলৰ বটল এটাৰ বাহিৰে গোটেই ঘৰটোত দ্বিতীয় এটা বটল হেনো পুলিচে বিচাৰি নেপালে। ৰাজেশ্বৰীৰ ঘৰ, জীৱন, সংসাৰ-যাত্ৰা পূৰ্ববৎ চলি থাকিল। বেছ কিছুদিনলৈ মানুহ-দুনুহ নহা হৈছিল। কিন্তু লাহে লাহে আকৌ আহিবলৈ ধৰিলে।

ৰমেশহঁতৰ খঙৰ জুই কিন্তু উমি উমি জ্বলি থাকিল। কাৰণ ৰমেশহঁতৰ সমাজ সেৱক দল এটা আছে। ক্লাব বোলক, সংঘ বোলক, সিঁহতৰ এটা সৰু-সুৰা সংগঠন আছে। আমাৰ সৰু নগৰখনৰ বহু ৰাজহুৱা কাম সিহঁতেই কৰি আমাৰ মান ৰক্ষা কৰি আহিছে। কোনোবা নেতা আহিলে মেল-মিটিঙত আগ-ভাগ সিহঁতেই লয়। বিহু সন্মিলন আৰু পূজাৰ থিয়েটাৰৰ সিহঁতেই আয়োজন কৰে। আমাৰ প্ৰাচীন শিৱ মন্দিৰটোৰ শিৱ-চতুৰ্দশী মেলাত সিহঁতেই স্বেচ্ছাসেৱক হয়। গতিকে সমাজৰ নৈতিক প্ৰশ্নতো সিহঁতে আগভাগ ললে আমাৰ ৰাইজে একো প্ৰতিবাদ নকৰে। ৰমেশকে নেতা বুলিব লাগে। তাৰ কাৰণেই দলটো হৈ আছে। তাৰ বৰ বেছি ঘৰুৱা জঞ্জালো নাই। বেমাৰত পৰি বি-এ পৰীক্ষা সি এবাৰ দিব নোৱাৰিলে, সেই পৰীক্ষা আৰু দিয়াই নহ'ল। চাকৰিও বিচৰা নাই। মাটি সম্পত্তি বহুত, তাকে চলাই-মেলি খায়। তাৰ লগৰ বাকীবিলাকৰ সকলোৱে অৱশ্যে সৰু-সুৰা চাকৰি কৰে, দুটাৰ নে তিনিটাৰ সৰু সৰু দোকান আছে। কোনোটোৱে থিয়েটাৰ কৰাৰ বাসনাত, কোনোটোৱে ৰাজনীতি কৰাৰ ইচ্ছাত, আকৌ কোনোটোৱে সাহিত্য কৰে কাৰণেই

এনেকৈ ৰাজহুৱা কাম-কাজত নিজকে সংযুক্ত কৰি ৰাখিছে।

ৰাজেশ্বৰীক সিহঁতে সহজে এৰি দিয়োটো টান। মই কাহানিও সিহঁতৰ মুৰব্বিয়ানা কৰা নাই। কিন্তু সিহঁত আটায়ে মোক সন্মান কৰে। কাৰণ, মই সিহঁত আটাইৰে হেডছাৰ আছিলোঁ। আমাৰ স্থানীয় নতুন হাইস্কুলখনৰ ক্লাছ ছেভেন খোলাৰে পৰা ইয়াৰ গুৰি ধৰি ধৰি মই এসময়ত ইয়াৰ প্ৰধান শিক্ষক হৈছিলোঁ। স্কুলে ঘাটি মঞ্জুৰী পোৱাৰ পিচত চাৰে তিনিবছৰ মই প্ৰধান শিক্ষক হৈ আছিলোঁ। তাৰ পিচত অৱসৰ লবৰ সময় হ'ল। মই ডিষ্টিংগুইছ্‌দ গ্ৰেজুৱেট হৈয়ো, আৰু বি-টি পাছ কৰিও যে অন্য ভাল স্কুললৈ নগলোঁ, স্থানীয় অনুন্নত স্কুলখনতে থাকি গ'লোঁ, এই কাৰণে হ'বলা ল'ৰাহঁতে মোক অলপ সন্মানৰ চকুৰে চায়।

মই আজিকালি সকলো ৰাজহুৱা কামৰ পৰা অৱসৰ লৈছোঁ। ঘৰৰ ভিতৰতে দিন কটাওঁ। শৰীৰে আৰু টানিব নোৱাৰে। ল'ৰা দুটাই ডাঙৰ হৈ আৰ্জিছে কাৰণে তিমান চিন্তা নাই।

কিন্তু ৰমেশহঁতে এতিয়াও আমাৰ ঠাইখনৰ সকলো কথা, সকলো সমস্যা, সকলো উন্নতি-অৱনতিৰ বিষয়ে সময়ে সময়ে মোক জনাই থাকে। এইবিলাকৰ বিষয়ে মোৰ লগত আলোচনা কৰে। মোৰ পৰা পৰামৰ্শও বিচাৰে।

যেনে, এদিন ৰাজেশ্বৰীকে ইংগিত কৰি ৰমেশে মোক সুধিছিল, "ছাৰ, যিজনী মানুহ বেয়া, ধৰক—বিপথগামিনী, তাইৰ ল'ৰা-ছোৱালী জানো ভাল হ'ব পাৰে?" মই সিহঁতৰ শিক্ষক আছিলোঁ যদিও এনেকুৱা বিষয়ক জ্ঞান মোৰ নাই ; ক'ৰবাত যে এনেও প্ৰবন্ধও পঢ়িছোঁ তাকো মনত নপৰে। গতিকে উত্তৰ দিয়া মোৰ পক্ষে টানেই হৈছিল। মই বেছ বুজিছিলোঁ যে ৰাজেশ্বৰীৰ জীয়েক মায়াৰ কথাকে ল'ৰাহঁতে কৈছে। মায়া গাভৰু হৈছে ; তাইৰ পোছাক-পৰিচ্ছদ, মুকলিমুৰীয়া ফুৰা-চকা, তাইৰ হাঁহি-খিকিন্দালি আমাৰ নিচিনা প্ৰাচীন-পন্থীৰতো চকুত পৰিছেই, আনকি ডেকাচামৰো চকুত বিসদৃশ হৈ পৰিছে। ৰমেশৰ প্ৰশ্নৰ উত্তৰত মই মাত্ৰ ক'লোঁ, "কোনোবা মানুহ ভাল বা বেয়া হোৱাৰ কোনো ধৰা-বন্ধা নিয়ম নাই। মানুহ অৱস্থাৰ দাস বুলি কথা এষাৰ আছে। পৰিবেশেহে চৰিত্ৰৰ ৰূপ দিয়ে।"

ৰমেশে আৰু অলপ ব্যাখ্যা বিচাৰিলে, "ধৰক ছাৰ, মায়াৰ নিচিনা ছোৱালী ৰাজেশ্বৰীৰ নিচিনা তিৰোতাৰ তত্বাৱধানত ডাঙৰ-দীঘল হৈছে—তাইৰ ওপৰত ৰাজেশ্বৰীৰ প্ৰভাৱ নপৰিবনে?"

মই কোৱা অৱস্থা আৰু পৰিবেশৰ মাজতে প্ৰভাৱৰ কথাটোও আছে।”

“ৰাজেশ্বৰীৰ নিচিনা তিৰোতা” বোলাত মই ভাল পোৱা নাছিলোঁ। কাৰণ ৰাজেশ্বৰীৰ চৰিত্ৰ বা আচৰণত যিয়েই কি নেথাকক তেওঁ এসময়ত আমাৰ লগৰে এজনৰ বিবাহিতা স্ত্ৰী হৈ সমাজত সোমাই পৰিছিল। তেওঁক লৈ আৰু কোনেও ৰুৰু-বাবা নকৰা হৈছিল। আমি তেওঁক গ্ৰহণ কৰিছিলোঁ।

চন্দনে ৰাজেশ্বৰীক বিয়া কৰোৱাৰ আগলৈকে তেওঁ কি আছিল, ক'ৰ আছিল, আজি আৰু বিচাৰ কৰি একো লাভ নাই। থিয়েটাৰ পাগল চন্দন আমাৰে ভাগীৰ ল বা আছিল। মোতকৈ বয়সত সৰু। মাক-বাপেক, ভায়েক-ভনীয়েক কোনো নথকাত চন্দনে ইচ্ছামতে ভাওনা-থিয়েটাৰ, গান-বাজনা কৰি নিজৰ চখ মিটাব পাৰিছিল। তেনে কামৰ মাজতে সি ক'ৰবাৰ পৰা ৰাজেশ্বৰীক আৱিষ্কাৰ কৰি আনিছিল। আমাৰ দিনত আমাৰ ইয়াত ছোৱালীয়ে অভিনয় কৰাটো নোহোৱা-নোপজা ঘটনা। আজি মিছা নামাতোঁ, তেতিয়া পেটে পেটে ময়ো সহ-অভিনয়ক সমৰ্থন নকৰিছিলোঁ। কিন্তু পৰম উছাহত উঠি গৈ চন্দনে আমাৰ মতামতলৈ কাণ নিদি নিজৰ ইচ্ছা আৰু আদৰ্শ অনুযায়ী ৰাজেশ্বৰীক লৈ ঘনে ঘনে থিয়েটাৰ পাতি গৈছিল। আনকি সি লগে লগে আৰু দুজনীমান ছোৱালীকো তাৰ লগলৈ অভিনয় কৰিবৰ কাৰণে টানি নিবলৈ সমৰ্থ হৈছিল। তেতিয়া সেই কামত নাক কোঁচোৱা ভালেমানে ৰাজেশ্বৰীহঁতৰ নানান সঁচা-মিছা চৰিত্ৰহীনতাৰ বদনাম উলিয়াই দিবলৈ ধৰিলে। চন্দনে এদিন ক'ৰবাৰ পৰা এজন পুৰোহিত ধৰি আনি ৰাজেশ্বৰীক বিয়া কৰাই তাৰ প্ৰতিকাৰ কৰি থ'লে। সেইদৰেই সেই অধ্যায় সামৰণি পৰিছিল।

ৰাজেশ্বৰীক তাৰ পিচত আমি এজনী গৃহিণীৰ ৰূপত দেখিবলৈ পালোঁ। থিয়েটাৰ কৰিবলৈ যে এৰিছিল এনে নহয়। চন্দনৰ উৎসাহৰ অতিশয্যত বাধা দিবৰ ক্ষমতা তেওঁৰ নাছিল। তথাপি কিন্তু পাতলি আহিছিল। তাৰ কাৰণ চন্দন অসুস্থ হৈ পৰিছিল আৰু ৰাজেশ্বৰীয়ে চন্দনৰ পৈত্ৰিক মাটি-বাৰী বিকণ বৈছিলগৈ তাৰ তদাৰক কৰিবলৈ হাতত লৈছিল। মাটি-বাৰী চন্দনে বেচি অন্তই কৰিছিল বুলিব লাগে; ভিতৰুৱা গাঁৱত থকা ৰূপিত মাটিবোৰ ভোগ-দখল কৰি থকা আপোন জ্ঞাতি-কুটুমক এৰি দিছিল। তথাপি ভৱিষ্যৎ ভাবি (মায়া তেতিয়া গৰ্ভত) ৰাজেশ্বৰীয়ে অৱশিষ্ট মাটিখিনিকে ৰক্ষা কৰিবলৈ চেষ্টা কৰিলে। অতিপাত মদ খোৱাৰ ফলত চন্দনৰ লিভাৰৰ বেমাৰ হৈছিল। সেইবাবে তাৰ কাৰ্য্য-কলাপ ভালেখিনি কমিছিল, আৰু বোধকৰো তাৰ অৱস্থা

দেখি ৰাজেশ্বৰীৰো নানান দুশ্চিন্তা হৈছিল।

চন্দনৰ মৃত্যুৰ পিচত মায়াক ডাঙৰ-দীঘল কৰিবলৈ, তাইক পঢ়ুৱাবলৈ আৰু মাক-জীয়েক জীয়াই থাকিবলৈ ৰাজেশ্বৰীয়ে কি কষ্ট কৰি আহিছে, আমি চকুৰ আগতে দেখি আহিছোঁ। অলপীয়া মাটিৰ আৰ্জনেৰে নচলে কাৰণে তেওঁ পইচাৰ বিনিময়ত আকৌ থিয়েটাৰ কৰিবলৈ অলে-তলে যাবলৈ ধৰিলে; অলপ ডাঙৰ হোৱাত আনকি মায়াকো সুবিধা পালে অভিনয় কৰিবলৈ লগাই দিয়ে। আমাৰ নিচিনা কেইঘৰমানৰ পৰা কেতিয়াবা পইচা-পাতি খুজিও নিয়ে। পাৰিলে সহায় কৰিবলৈ চন্দনৰ স্মৃতিৰ কাৰণেই আমিও বেয়া নেপাওঁ।

কিন্তু ৰাজেশ্বৰীৰ অসামাজিক যেন লগা চাল-চলনৰ কাৰণে আমি কোনো দিনে তেওঁক প্ৰশ্ৰয় দিয়া নাই। তেওঁলোকৰ দায়িত্ব বহন কৰি যে উদ্ধাৰ কৰিম, এনে ভাবো আমাৰ মনত কোনো দিনে উদয় হোৱা নাই। সেইবাবে তেওঁ যি কৰি আহিছে, বা অন্ততঃ যি কৰি আহিছে বুলি আমি ভাবিছোঁ, সেই বিষয়ে বিচাৰ কৰিবলৈকো আমি যোৱা নাই। ৰমেশৰ কথাত ৰাজেশ্বৰীক প্ৰচ্ছন্নভাৱে সমালোচনা কৰা কাৰণে সেই বাবেই মই তিমান তাল নেপালোঁ। আৰু, হাজাৰ হওক, ৰাজেশ্বৰী আমাৰ চন্দনৰ বিবাহিতা স্ত্ৰী, মোৰ ভাই-বোৱাৰী স্বৰূপ। মই তেওঁক সহায় আৰু সমৰ্থন নকৰিব পাৰোঁ, কিন্তু দেখা-শুনাকৈ অমৰ্য্যাদা কৰিব নোৱাৰোঁ।

এতিয়া প্ৰবল জনৰৱ, মায়া কোনোবা এটাৰ লগত গুচি গৈছে।

প্ৰথম কেইদিনমানলৈ কথাটো কোনেও গম পোৱাই নাছিল। কিন্তু এজন বৰকৈ টকা কৰা ডেকা ব্যৱসায়ীৰ ঘৰত মায়াক কোনোবাই এদিন দেখি আহিল। তাৰ পিচত আমাৰ ইয়াৰে কোনো কোনোৱে মনত পেলালে, মায়াক এখন ধুনীয়া মটৰত পাচফালৰ ছিটত বহি যোৱা সিহঁতে দেখিছিলতো! লাহে লাহে এই ঘটনা লৈ আলোচনা, সমালোচনা, পৰ্য্যালোচনা হৈ হৈ সি সকলোৰে মাজত ৰাষ্ট্ৰ হৈ পৰিল। সকলোৱে ক'বলৈ ধৰিলে, দিন টান হৈ অহাৰ লগে লগে ৰাজেশ্বৰীয়ে চলিবৰ কাৰণে নানান অসদুপায় অৱলম্বন কৰিবলৈ ধৰা দেখাই গৈছিল। ছোৱালী আনি ৰখা, মদ খুৱাই মানুহ গোটোৱা—এইবোৰৰ সহায়েৰে পইচা ঘটা ৰাজেশ্বৰীৰ জীৱিকা হৈ পৰিল। 'বুঢ়ীক' থিয়েটাৰলৈও আজিকালি নমতা হ'ল; মায়াৰ চেহেৰাটো আছে, কিন্তু তাই অভিনয় কৰিব নেজানে, সেই বাবে বৰ বেছি সুবিধাও নেপায়। গোটেই দেশতে, গোটেই

জগততে অনাটন বাঢ়ি আহিছে, বস্তুৰ দাম চৰি গৈছে ; ৰাজেশ্বৰীৰ সোলোক-ঢোলোক সংসাৰখন উভাল খাই পৰোঁ পৰোঁ। পুলিচৰ ভয়ত সকলো সময়তে বেয়া কামবোৰো কৰিব নোৱাৰে। সেইবাবে শেষত এই আচল কামটোতে ধৰিলেগৈ—ৰাজেশ্বৰীয়ে জীয়েককে বিক্ৰী কৰি দিলে, মায়াই নিজকে বিক্ৰী কৰি দিলে। এয়ে হল ৰাইজৰ সিদ্ধান্ত।

মই মনে মনে আঘাত পালোঁ। ৰাজেশ্বৰী বা মায়া ইমানখিনিলৈ নামি যাব নেলাগিছিল। কিন্তু তথাপি মই এষাৰ মাতো মাতিব নোৱাৰিলোঁ। কাৰণ কোনোদিনে মই তেওঁলোকৰ কথা ভাবি চোৱা নাই। তেওঁলোকৰ দায়িত্ব লোৱাৰ সাহো মোৰ নাই।

মই এনেয়েও পংগু। বাৰ্দ্ধক্য, ব্লাডপ্ৰেছাৰ আৰু এটা অচিন ৰোগৰ কাৰণে মই প্ৰায়েই আজিকালি শয্যাশায়ী হৈ থাকোঁ। লাখুটিৰ সহায়ত ওলোৱা-সোমাবা কৰোঁ, নহ'লে কোনোবা এটাৰ সহায় লৈ আলিবাটত এপাক ফুৰিব পাৰোঁ। মায়াহঁতৰ দায়িত্ব বহন কৰিবলৈ যদি মোৰ মন গ'লোহেঁতেন, তেতিয়াও শাৰীৰিকভাৱে মই একো কৰিব নোৱাৰিলোঁহেঁতেন। অৱশ্যে মই তেনে কথা একো ভবা নাই। মোৰ মনটো এতিয়াও আচৰিত ধৰণে নিৰ্বিকাৰ। বোধহয় এটা জন্তুৰো এনেকুৱা নহয়। বেচেৰা চন্দনটোৰ কথা ভাবিহে মাত্ৰ মনটো বেয়া লাগিছে।

এদিন ধুমুহাৰ দৰে আহি ৰমেশে ক'লে, "ছাৰ আপুনি কি কৰিবলৈ কয়? এইবিলাক হৈ থাকিবলৈ দিব পাৰি নেকি? পুলিচে একো নকৰিলে বুলি আমি ৰাইজো বহি থাকিব লাগে নেকি? আমি আমাৰ ভাই-ভনীৰ কথা চিন্তা কৰিব নেলাগিব নেকি?"

মই কি কম? একো কৰিব নেলাগে বুলি কেতিয়াও ক'ব নোৱাৰোঁ। সকলোখিনিয়েই কৰিব লাগে। সকলোৰে ভালৰ কাৰণে। কিন্তু কোনে কৰিব? কি কৰিব? মোৰ দৰে আজি দহৰ কামত নলগা পংগু এটাৰ ক'বৰেই বা কি অধিকাৰ আছে? তথাপি এই ল'ৰাটোৱে মোৰ উপদেশ ল'বলৈ আহিছে, সেইটোকতো মই উলাই কৰিব নোৱাৰোঁ। মই অলপ ভাবি-চিন্তি ক'লোঁ, "তোমালোকে ঘৰটোকে জুই লগাই দিব পাৰা, তাতে ৰাজেশ্বৰীকো জাপি দিব পাৰা। আনকি মায়াকো বিচাৰি আনি সেই জুইতে পেলাই দিব পাৰা। কিন্তু তাৰ পৰা সমস্যাৰ সমাধান নহয়। মায়াহঁতে কিয় এনে কৰিছে—যদি সঁচাই সেইবোৰ কৰিছে, তাক বিচাৰ

কৰি তাৰ প্ৰতিকাৰ কৰিব নোৱাৰিলে ৰাজেশ্বৰী, মায়া ইহঁত ওলায়ে থাকিব। ৰমেশ, এই দিনৰ পৰাহে কথাটো সমাজে চিন্তা কৰা উচিত।”

ৰমেশে কি ভাবিলে ক’ব নোৱাৰোঁ। সি ভালেমান পৰ তলমূৰকৈ বহি থাকিল। তাৰ পিচত, “মই এতিয়া যাওঁ ছাৰ, মিটিং এখন পাতি ভালকৈ আলোচনা কৰিব পাৰি নেকি চাওঁ”—এইবুলি কৈ চিন্তিতভাৱে সি ওলাই গ’ল।

নিজৰ কথাখিনিত মই নিজেও অলপ আচৰিত হৈ গ’লোঁ। এনেকুৱা কথাকে মই মনত ভাবি আছিলোঁ নেকি? কিমিদিং ৰ্যাহ্নতং ময়া? ৰাজেশ্বৰী আৰু মায়াৰ জীৱনৰ সমস্যাময় জটিলতাটো ইমান স্পষ্ট ৰূপত মই কাহানিও দেখা নাছিলোঁ। সুস্থ আৰু সমৰ্থ হৈ থাকোঁতে দেখা হ’লে কি কৰিলোঁহেঁতেন ক’ব নোৱাৰোঁ। হয়তো ৰমেশহঁতৰ দৰে দুই-চাৰিক প্ৰকৃত পোহৰ দেখাত সহায় কৰিব পাৰিলোঁহেঁতেন।

কিন্তু পোহৰ দেখা মোৰ নিজৰেই সম্পূৰ্ণ হোৱা নাছিল। সেইটো পিচতহে গম পালোঁ।

ইতিমধ্যে ৰাজেশ্বৰীহঁতৰ আৰু কথা আহি কাণত পৰি থাকিল। মায়া গুচি যোৱা কথাটো আৰু সেই ডেকা ব্যৱসায়ীজনৰ লগতে যোৱাটো ৰাজেশ্বৰীয়ে হেনো অস্বীকাৰ কৰা নাই—“যাবও পাবে, অমূল্য কাকতি ল’ৰাটোতো আমাৰ ঘৰলৈ আহিয়ে থাকে” এই বুলি হেনো কৈছে। অৱশ্যে অমূল্য কাকতিৰ লগতেই যে মায়া আছেগৈ, এই কথা তেওঁ ক’ব নোৱাৰে। অমূল্যৰ লগত মায়া ক’লৈ গৈছে আৰু কিয় গৈছে, মাকে একো ক’ব নোৱাৰে। তাই একো কৈ যোৱা নাই।

মাজতে ৰাজেশ্বৰীহঁতৰ টান অৱস্থা হৈছিল যেন লাগে। আৰ্জনৰ তেনে কোনো পথ নাই। কাৰো পৰা একো সহায়ো নেপায়। সামান্য মাটি কেডৰাই আৰু খুৱাব নোৱাৰা হৈ আহিছে। তাৰো ভালেখিনি মাটি বেচি দি হেনো মাকে মায়াৰ পিন্ধা-উৰাৰ খৰচ যোগাব লগা হৈছিল। বোধেশ্বৰ নামৰ বোবা মানুহ এটাই প্ৰাণ-পাত পৰিশ্ৰম কৰিও পথাৰৰ খেতি আৰু বাৰীৰ শাক-পাচলিৰে ঘৰখনক চলি থাকিবলৈ সমৰ্থ কৰিব নোৱাৰিছিল। ৰমেশহঁতৰ মুখতে শুনিছিলোঁ, বোধেশ্বৰে লোকৰ বাৰী লুৰুকিবলৈ আৰম্ভ কৰি দিছে। পিচলৈ ৰাজেশ্বৰীয়ে নিজেও হেনো চল পালে

সেইবিধ অপকৰ্মত হাত দিয়া হৈছে। মায়াই এদিন দোকান এখনৰ পৰা পাউডাৰ এটেমা হেনো মনে মনে বেগত ভৰাই লৈছিল। পিচে; ধৰা পৰিলত উলিয়াই দি থৈ আহিব লগা হ'ল—ভুলতে নিজৰ বস্তুৰ লগত বোলে লৰালৰিৰ কোবত ভৰাই লৈছিল।

এদিন দুপৰীয়া খাই-বৈ উঠি জিৰণি লওঁতে চিৰলগৰীয়া বিছনাখনতে পৰি এইবোৰ কথাকে পাগুলি আছোঁ। চিলমিলকৈ মাজতে টোপনিও আহিছিল। জীৱন-জোৰা অভিজ্ঞতাৰ মূৰত এতিয়া কেৱল চিন্তা-ভাবনাই সাৰ হৈছে। দেখিছোঁ, অভিজ্ঞতা ব্যতিৰেকেই কিছুমান কাম কৰি যোৱাই ভাল—তাৰ মাজতে বেয়াৰ উপৰি ভালো নিশ্চয় হৈ যাব। সক্ষম অৱস্থাত নিষ্কৰ্মা হৈ থকা মানুহবোৰ নিশ্চয় স্বাৰ্থপৰ, নহ'লে ক্ৰূৰ।

তিনি ঘণ্টামান কিজানি সেইদৰে বিছনাতে পৰি থাকি পাৰ কৰি দিলোঁ। তাৰ পিচত ভৰিপথানৰ পিনে থকা দুৱাৰখনৰ জোৰাৰ ফাঁকত দেখিলোঁ, কোনোবা আহি দুৱাৰমুখত থিয় হৈছেহি। পৰ্দাখন লৰি উঠিল। "ববদেউতা!" কোমল, ছোৱালীমানুহৰ মাতষাৰে মোৰ গোটেই মানুহটো কঁপাই দিলে। মানুহজনীক দেখাৰ আগতেই মই মায়াক চিনি পালোঁ; সেই 'ববদেউতা' সম্বোধনৰ সৰল আন্তৰিকতাত এক অনিৰ্বচনীয় মাদকতা আৰু ভয়াবহতা যুগপৎ মই অনুভৱ কৰিলোঁ।

মায়া সোমাই আহি মোৰ বিছনাৰ ওচৰত থিয় হ'ল। কোনো ভূমিকা নকৰি নীৰৱে মূৰটো মোৰ ভৰিত লগাই তাই পোন হৈ নীৰৱ হাঁহিৰে পূৰ্ণ দৃষ্টিৰে মোলৈ চালে। সুবেশ, সুস্বাস্থ্য আৰু সহজ ভঙ্গী—গোটেইখিনিতে যেন সেই হাঁহিটো বিয়পি আছে। কোনে এইজনী ছোৱালীৰ বিষয়ে বেয়া ভাবিব পাৰে?

"ববদেউতা, আপোনাৰ গা ভালনে? মই আজি আহিছোঁ। আপোনাক চাই যাওঁ বুলি আহিলোঁ।"

মই ক'বলৈ একোকে বিচাৰি নেপালোঁ। চকি এখনৰ বাঁহে ইফালে-সিফালে চাই মাত্ৰ ক'লোঁ, "বহাঁ।"

মায়াই ডাঙৰ মূঢ়া এটা আনি মোৰ বিছনাৰ ওচৰতে বহি ক'লে, "মই কাইলৈ ৰাতিপুৱা আকৌ যামগৈ। সেই কাৰণে আজিয়েই আপোনাক মাত লগাবলৈ আহিলোঁ।"

"কিয় কিয়?" মোৰ মুখৰপৰা ওলাই গ'ল, "আকৌ গুচি যাবলৈ

ওলাইছা কিয় ? মাৰা কাৰ লগত থাকিব ?”

তাই মোৰ দৃষ্টি এৰাবলৈ অন্যফালে চাই ক'লে, “মা কাৰ লগত থকা নহয়, বৰদেউতা, আমাৰ থকাটোৰেই ডাঙৰ কথা হৈ পৰিছে, আৰু থাকিব পাৰিবৰ কাৰণেই মই যাব লগা হৈছোঁ। মই যদি কিবা এটা নকৰোঁ, তেন্তে অকল মা কিয়, লগতে ময়ো জীয়াই থকা টান হ'ব—আৰু বোধেশ্বৰো।”

মই একো নক'লোঁ। তাইনো কি কৰিছে সুধিলে হয়তো এনে এটা উত্তৰ দি পেলাব পাৰে যিটো শুনিবলৈ মই প্ৰস্তুত নহওঁ।

তাইৰ মুখৰ ‘বৰদেউতা’ সম্বোধনটোৱে মোক আকৌ এবাৰ মৃদুভাৱে কঁপাই তুলিলে। চন্দনৰ সম্পৰ্কত তাৰ জীয়েকে মোক বৰদেউতা বুলি মাতি আহিছে। মই তাত বাধা দিয়া নাই; বৰং এইটো সম্বোধনত এনে এটা অভিনৱত্ব মই অনুভৱ কৰি আহিছোঁ যিটোৱে মোক আনন্দ দি আহিছে। কিন্তু আজি চন্দন নাই। সেই বাবে তাৰ অবিহনত ময়েই মায়াৰ অভিভাৱক হ'ব লাগে। মই সেই ভাৰ গ্ৰহণ কৰা নাই, গ্ৰহণ কৰিবলৈ চেষ্টা কৰা নাই, বৰং এৰাইহে আহিছোঁ। আজি যেন এই পৃথিৱীৰ বিশাল জনসমুদ্ৰত অকলশৰে ককবকাই ফুৰি মায়াই মোক অকল বৰদেউতাই বোলা নাই, সমাজৰ এজন বৰমুৰীয়া বুলিও সম্বোধন কৰিছে। কাৰণ যিখন সমাজে মায়া আৰু ৰাজেশ্বৰীক ঘৃণা কৰি নিজৰ মাজৰ পৰা আঁতৰাই থৈছে, ময়ো সেইখন সমাজৰে প্ৰতিভূ। এই ভাৱ মনলৈ অহা কাৰণে এই মধুৰ সম্বোধনে মোক ভয় খুৱায়ো দিলে। মই আজি শাৰীৰিক-নৈতিক উভয়ভাৱেই পংগু।

মায়াই নিজেই ক'বলৈ ধৰিলে, তাই জানে, তাই গুচি যোৱা কাৰণে ইয়াত এটা আলোড়ন উঠি গৈছে। খুব যে গৰম আলোচনা হ'ব সেইটোও তাই অনুমান কৰিছিল; আজি ঘৰলৈ আহি মাকৰ মুখে সকলো শুনি তাৰ প্ৰমাণো পালে। হওক, এই বিষয়ে তাই একো মন্তব্য নকৰে। কাৰণ এই-বিলাক আলোচনা-বিলোচনা ইয়াৰ মানুহৰহে সমস্যা, এইবোৰত তাইৰ কোনো অংশ নাই। তাই নগৈ ইয়াতে থাকোঁতেও এইবোৰ আলোচনা হৈ আছিল। তেতিয়াও এইবোৰে তাহাঁতৰ সমস্যা সমাধান পৰা কৰিব নাছিল, এতিয়াও কৰিব নোৱাৰে।

তাই বোৱাত মই ক'লোঁ, “মোক চাই যাবলৈ অহা কাৰণে মই বৰ ভাল

পালোঁ, আই। মই আজিকালি বাহিৰলৈ নোলায়েই বুলিব পাৰি। ভাল-বেয়া বিচাৰৰ কথা বতৰাতো মই ভাগ নলওঁ। তুমি বুজন হৈছা। যি কৰিছা জানি-বুজিয়েই কৰিছা। তাত মোৰ কবলগীয়া একো নাই। সংসাৰত মূৰ তুলি চলি থাকিব পৰাটোৱেই আটাইতকৈ ডাঙৰ কথা।" বাহিৰত কাৰোবাৰ ভৰিৰ শব্দ শুনি মই আধা কোৱাতে বন্ধ কৰিলোঁ।

"ছাৰ" বুলি সোমাই আহিল ৰমেশ। খুব বেগত অহা যেন লাগিল; গোটেইটো ৰঙা পৰি আহিছে। কিন্তু মূঢ়াটোত ৰঙীন দামী শাড়ী পিন্ধি বহি থকা মায়াক দেখি সি প্ৰায় সশব্দেই উচপ খাই উঠিল। তাৰ ডিঙিটো যেন শুকাই গৈছে, মোৰ এনে অনুমানো হ'ল।

"তুমি? ইয়াত?" ৰমেশে অতি কষ্টেৰে আত্ম সংযম কৰাৰ চেষ্টাত ক'লে।

"কিয় ৰমেশদা, মই ইয়ালৈ অহাত আচৰিত হ'ব লগা কি আছে? নে মই ঘূৰি অহাৰ খবৰটো আগধৰি ছাৰক দিবলৈকে আপুনি দৌৰ মাৰি আহিছিল?"

কথাটো তেনে যেনেই লাগিল। কাৰণ ৰমেশ আকৌ ৰঙা পৰিবলৈ ধৰিলে। মই তাক অলপ সহজ কৰিবৰ মনেৰে ক'লোঁ, "বহাঁ ৰমেশ, বহাঁ, চকি এখন লৈ বহাঁ। মায়া আজি আহিছে যদিও কাইলৈ আকৌ যাবগৈ। সেই দেখি মোক মাত লগাই যাবলৈ আহিছে।"

ৰমেশে ইফালে-সিফালে চাই কাঠৰ চকি এখন দাঙি আনি ক'লে, "মই তোমাৰ খবৰ বিলাই ফুৰা হৰকৰা নহওঁ, মায়া। অৱশ্যে তোমাক ছাৰৰ ওচৰত বহি থকা দেখি মই আচৰিত নোহোৱাকৈ থাকিব পৰা নাই। কাৰণ ছাৰৰ সৈতে তোমাৰ লগ লগাৰ কোনো উপায়, কোনো পথ নাই বুলিয়েই মই ভাবোঁ।"

মায়া মূঢ়াটোৰ পৰা উঠিল। তাইৰ বাওঁ হাতৰ কোমল স্পৰ্শ মই মোৰ কঁকালত অনুভৱ কৰিলোঁ। তাইৰ চকুৱে-মুখে বৈ যোৱা তাচ্ছিল্যৰ ছাঁয়া মোৰ চকুত পৰিল। তাই ক'লে, "আপুনি তেখেতৰ ছাত্ৰ, সেয়ে আপোনালোকৰ লগ লগাৰ পথ, নহয় জানো? তেখেত এজন গুণী, জ্ঞানী, ত্যাগী শিক্ষক, আৰু মই বা আমি হ'লোঁ ক'ৰবাৰ কিবা; গতিকে আমাৰ তেনেকুৱা লগ লগাৰ কোনো পথ নাই, এয়েতো? কিন্তু আপুনি পাহৰি নেযাব, এখেত মোৰ বৰদেউতা, একেবাৰে নিজা নহ'লেও সম্বন্ধত এখেত মোৰ পিতৃৰ ককায়েক; সেইটো নিশ্চয় আমাৰ লগ লগাৰ এটা ভাল পথ, আৰু মই সেই পথেৰেই

আহিছোঁ।” শেষৰ কথাখিনি তাইৰ মুখৰ পৰা বেছ কঠোৰভাৱেই ওলাল।

মায়াই হালি ওপৰৰ পৰা মোৰ চকুলৈ চালে। মোৰ পকা চুলিৰ ওপৰলৈকে টান টানকৈ হাত বুলাই তাই ক’বলৈ ধৰিলে, “ৰবদেউতা, আপুনি ক’বৰ দৰে সংসাৰত মূৰ তুলি চলিব পৰাটো আটাইতকৈ ডাঙৰ কথা হয়, কিন্তু সেইটো কৰা সহজ কথা নহয়। চলি থকাটোৱেই যাৰ কাৰণে টান, তাৰ পক্ষে মূৰ তুলি চলিবলৈ যোৱাটো আৰু কিমান টান হ’ব ভাবি চাওক। মই এটা উদাহৰণ দিওঁ, শুনক।”

তাই মোৰ মূৰত হাত বুলাবলৈ এৰি পোন হৈ থিয় হ’ল। দুয়োখন হাতেৰে নিজেকে সুৱটি ধৰি মায়াই ক’লে, “আমাৰ ঘৰৰ অৱস্থা দেখি মই সহ্য কৰিব নোৱাৰি লাজ-মান কাটি কৰি থৈ মানুহ এঘৰত সহায় বিচাৰি গৈছিলোঁ। সেইখন ঘৰ আমাৰ ইয়াৰ সমাজৰ মুখাফুটা; তেওঁলোকে সমাজৰ নৈতিকতা দিনে-ৰাতিয়ে পহৰা দি থাকে। সহায় মই নাপালোঁ। পালোঁহেঁতেন, যদিহে বিনিময়ত দাম দিবলৈ প্ৰস্তুত হলোঁহেঁতেন। কিন্তু মই প্ৰস্তুত নাছিলোঁ। কাৰ ঘৰলৈ গৈছিলোঁ কৈ দিমনে ৰমেশ-দা?”

ৰমেশ উচপিচ কৰি থকা লক্ষ্য কৰি আছিলোঁ। সি খঙেৰে ক’লে, “কি পাগলীৰ নিচিনা বলকি আছা এইবোৰ? মোক সুধিব লাগিছে কিয়?”

মায়াই হাঁহি ক’লে, “বাৰু থাওক, নকওঁ। ৰবদেউতা, মই ভিতৰলৈ যাওঁ মোৰ হাতত বেছি সময় নাই। আপুনি যদি জানিব খোজে ৰমেশ-দাকে সুধিব। কাৰণ সেই সময়ত তেওঁ সেইখন ঘৰতে আছিল। মই বৰমাহঁতক মাত লগাই আহোঁ।”

এইবুলি মায়া আমাৰ ভিতৰফালৈ গুচি গ’ল।

কাৰ কথা ক’লে মই ঠিক ধৰিব নোৱাৰিলোঁ। ৰমেশক লক্ষ্য কৰিলোঁ, সি সংযত হওক চাৰি বেছি অসংযতহে হৈ পৰিছে। তাৰ উচপিচনি বেছিহে হৈছে। সি আগতকৈও বেছি বঙা পৰি যোৱা যেনেহে লাগিল।

হঠাৎ চকিখনৰ পৰা উঠি “ছাৰ মই যাওঁ, বৰ জৰুৰী কাম এটা আছে,” বুলি সি অলাই গুচি গ’ল। লগে লগে মোৰো ভাব হ’ল, মায়াই ৰমেশকে সেইদৰে ইংগিত কৰিলেনেকি?

মই গোটেই মানুহটো ভিতৰে-বাহিৰে অসাৰ হৈ পৰিলোঁ যেন লাগিল।

# শেলুৰা শিলত গজা

ওচৰতে লোক বসতি। তথাপি এই ডোখৰ ঠাই গেজেপনিমৰা হাবিৰ দৰে। নিজান নিজান। জয়াৰ জয়াৰ। অযত্নত পৰি আছে প্ৰাচীন ভগ্নাৱশেষ। তাকে চাবলৈ গৈছিলোঁ মই আৰু বিকাশ।

অ'ত-ত'ত সিঁচৰিত হৈ পৰি আছে বহুল ইটাবোৰ। কোনো ছটা পোৰাৰ পিচৰ দৰেই মসৃণ হৈ আছে, কোনো ছটাত সেউজীয়া শেলুৰৈ গজিছে। চাৰি কুণীয়া দীঘল দীঘল শিলবোৰ লুটিখাই পৰি আছে। দুটা ফুল-জালি কটা, অৰ্কাণ অৰ্কাণ মূৰ্তিকটা খুটা লাং খাই পৰি আছে। এটা যে শিলৰ ঘৰ আছিল অনুমান কৰিবলৈ টান নহয়। খুটা বহুওৱাৰ ঘুৰণীয়া গাঁত আছে। পোৰা মাটিৰ টালি যেন খোলেৰে নলা তৈয়াৰ কৰাৰ চিন আছে। পূব আৰু দক্ষিণ দিশলৈ দুটা শিলৰ খটখটীৰ আভাসো আছে। হয়তো কোনো দেৱতাৰ মন্দিৰ আছিল। নহলে কোনো ৰজাৰ কাৰেংঘৰ। মন্দিৰ শব্দই আগৰ দিনও ঘৰকো বুজাইছিল।

বিকাশে মৱে সন্তৰ্পণে ঘূৰি-পাকি এই ভগ্নাৱশেষ চাইছিলোঁ। বাঁহৰ জোপোহা আৰু আন আন গছে আৱৰি ৰখা হাবিখনৰ মাজত এই টুকুৰা ঠাই কোনোবাই মুকলি কৰিছিল যেন লাগে। চৰকাৰেও কৰিব পাৰে বা কোনোবা সংস্কৃতিপ্ৰেমী সমিতিয়েও কৰিব পাৰে। এতিয়া কিন্তু সেই যত্নৰ অৱসান ঘটিছে। ওখ ওখ বন হৈছে। ওখ ভেটিটোত শিল আৰ ইটা থকা কাৰণে বন গজিব পৰা নাই। তলখনৰ বননিতে আমি সাৱধানে খোজ দি পৰি থকা শিলবোৰ পাইছিলোঁ। বাঘ-ভালুকৰ ভয় নহলেও সাপৰ ভয়ত আমি সততে ইফালে সিফালে চাইছিলোঁ। বিকাশে কৈছিল, সেইবিধ এনেকুৱা ঠাইত বৰ বেছি।

এনেকুৱা ঠাইত যদি সোণবৰণীয়া, হৃষ্ট-পুষ্ট, ওখ-পাখ গাভৰু ছোৱালী এজনী হঠাৎ ওলায় তেন্তে আমাৰ নিচিনা ভ্ৰমণকাৰীৰ কেনেকুৱা লাগিব? নিশ্চয় ভূত-প্ৰেতৰ কথাই মনলৈ আহিব আৰু ভীষণ ভয় লাগিব। এই ঘৰ বা মন্দিৰত বহুত যুগৰ আগতে বসবাস কৰা কোনো ৰমণীৰ অঘৰী আত্মাই আত্ম প্ৰকাশ কৰিছে বুলি আমি চহৰীয়া সংস্কৃতিপ্ৰেমী মানুহে নিশ্চয় ভাবি লম।

ঠিক তেনে এজনী ছোৱালীয়েই গেজেপনিমৰা হাবিৰ মাজৰ পৰা ওলাই আহিল। আমাৰ ভীতি বিহ্বল দৃষ্টিয়ে অবিৰাম বিপদলৈ শঙ্কা কৰি আছিলেই। হাবিৰ পৰা আন নহ'লেও চুৰুণী গাই গৰু এজনী ওলাই আহিব পাৰে বুলি ভাবিছিলোঁ। গছ-লতাই ঢাকি ধৰা লুঙলুঙীয়া বাটটো প্ৰায় চকুতেই পৰা নাছিল। তাৰ মাজেদি লতা-পাতত শব্দ কৰি অহা ছোৱালীজনীক আমি তেনেকুৱা গৰু-ম'হ কিবা বুলিয়েই ভাবিছিলোঁ। কিন্তু হঠাৎ উজ্বুৱাই কপাহী মেখেলা পিন্ধা আৰু অনাড়ম্বৰভাৱেই কপাহী চাদৰ এখন গাত লোৱা সোণবৰণীয়া, হৃষ্ট-পুষ্ট, ওখ-পাখ গাভৰু ছোৱালীজনীক আগবাঢ়ি অহা দেখি আমি ভয় খাবৰে কথা। মইতো ইয়াত বিদেশী, কিন্তু থলুৱা মানুহ বিকাশৰো চকুৰে-মুখে মোৰ দৰেই আতঙ্কৰ চিন স্পষ্টভাৱেই ফুটি উঠিল। নোম থিয়, গা ঘমাৰ অৱস্থা আমাৰ। সেপ ঢুকি শুকোন নেলু তিয়াব লগা অৱস্থা আমাৰ। নিৰ্বাক নিস্পন্দ হৈ গ'লো আমি। ভৈয়াই কিহে পালে আজি? আত্মা যদি অঘৰী হয় সি ৰূপ ধৰেনো কিয়? কি দৰকাৰ?

ছোৱালীজনী হাবিয়নিৰ পৰা মুকলিলৈ ওলাই আহি খন্তেক ৰ'ল। আমাৰ ফালে পূৰ্ণ দৃষ্টিৰে, অপলক নেত্ৰে চালে। কি নিৰ্ভীক, কি নিশঙ্ক, কি মুক্ত সেই চাৱনি! সাধাৰণ আভৰণক মাইলৰ দূৰৰ্ণিত অৱহেলিত কৰি চেৰাই অহা দেহৰ বৰণ, নিখুঁত নাক-মুখৰ নয়নাভিৰাম গঢ়, দৈহিক সুস্বাস্থ্যৰ সৈতে সঙ্গতিপূৰ্ণ উচ্চতা—এই গোটেইখিনিক যেন সেই অপূৰ্ব নাৰী মূৰ্তিয়ে আৰু এখোপ ওপৰলৈ তুলি দিলে। আমি দুজন সংস্কৃতিপ্ৰেমী মতগজ অসমীয়া মানুহ যে প্ৰথম দৃষ্টিতে পৰাভূত হ'লো সেইটো তেওঁৰো নিশ্চয় বুজিবলৈ বাকী নেথাকিল।

সেই এটি লহমাৰ কাৰণে ড'ৰক দিয়াৰ দৰে বৈ ছোৱালীজনীয়ে আমাৰ পৰা যথেষ্ট আঁতৰেদি ওলাই যাবলৈ ধৰিলে। তেওঁৰ খোজত যেন অলপ তাচ্ছিল্য, তেওঁৰ চকু-মুখত যেন অলপ অভিমান। গাৰঁলৈ যোৱা আলিবাটৰ পৰা যি ঠায়েদি আমি এই হাবি ডৰালৈ সোমাইছিলোঁ, আমি লক্ষ্য কৰিলোঁ, সেইপিনেদিয়েই ছোৱালীজনী ওলাই যাব খুজিছে। এইজনী তেন্তে এজনী তেজ-মঙহৰেই ছোৱালী? দেৱী, পেত্নী বা অঘৰী আত্মা বুলি ভাবি উত্তেজিত হৈ থকাৰ পৰা আমি যেন হুৰুসে কৰে খাহ পৰিলোঁ।

"ভাণ্টি"—বিকাশে মাত লগাই দিলেঃ "ৰ'বা চোন!" ছোৱালীজনী

ব'ল। "তুমি ইয়াতে থাকা নেকি?"

নিজান, জয়াৰ মুকলি ঠাই ডোখৰত এবাৰ চকু ফুৰাই ছোৱালীজনীয়ে চাই ললে।

"নেথাকো। ইয়াত আজিকালি মানুহ নাথাকে।" মাতটো বৰ শুৱলা, এটা শব্দও খোকোজা লাগি ওলোৱা নাই। "আমাৰ ঘৰ সৌ গাৱঁত হে।"

তেওঁ ব'ল। সেই পূৰ্ণ দৃষ্টি, নিভীক, নিষ্কম্প। যেন আমি আৰু কিবা সোধো নেকি তালৈহে বাট চালে। তাৰ একো আগন্তুক নেদেখি তেওঁ লাহে লাহে ওলাই গ'ল আৰু আলিবাটত উঠি অলপ দূৰৰ গছ-গছনিয়ে আবৰা এটা পদুলিয়েদি সোমাই গৈ অদৃশ্য হ'ল।

আমাৰ কাৰণে এটা অস্তিত্ব যেন নিশ্চিহ্ন হৈ গ'ল। দুয়ো দুয়োৰো চকুলৈ চালো। কোন এই ছোৱালী? হাবিৰ মাজত গৈ কি কৰিছিল? আমি ছোৱালীজনীৰ বিষয়ে আলোচনা কৰিলোঁ। একো পাৰ নেপালোঁ। যেন এটি ভাঙিব নোৱাৰা সাঁথৰ।

আমি ঠিক পৰ্য্যটক নহওঁ। প্ৰত্নতাত্তিকতো নহয়েই। মই চাকৰীয়াল। চাকৰিৰ কামত ইয়ালৈ আহিছিলোঁ। স্থানীয় মানুহ বিকাশ মোৰ কলেজৰ দিনৰ বন্ধু। তেওঁৰ ঘৰলৈ এয়ে প্ৰথম আহিলোঁ। তেওঁ গজগজীয়া ব্যৱসায়ী। নিজৰ গাড়ীৰে মোক চাবলগীয়া ঠাইবোৰ দেখুৱাই ফুৰাইছে। এই বিশেষ ঠাই ডোখৰ নগৰৰ পৰা ওঠৰ মাইল দূৰত। ৰৰকৈ মানুহ ইয়ালৈ নাহে। কিন্তু বুৰঞ্জীবিদ্ আৰু প্ৰত্নতাত্ত্বিক বিৱৰণত ইয়াত এখন প্ৰাচীন নগৰ আছিল বুলি দাবী কৰা হৈছে। আঁতৰে আঁতৰে অ'ত-ত'ত এনেকুৱা ঘৰ বা মন্দিৰৰ ভগ্নাৱশেষ হেনো পৰি পৰি আছে। অনুমান কৰা হৈছে যে ভূমিকম্প হৈ প্ৰাচীন নগৰখন কোনোবা এসময়ত ধ্বংস হৈ গৈছিল। তেতিয়া হয়তো ইয়াক ৰজা-প্ৰজাই পৰিত্যাগ কৰিলে।

আমি ওলাই আহিলোঁ। গাৱঁলীয়া বাটৰ ওপৰত বিকাশৰ মটৰ পৰি আছে। বিকল হ'ল। ঘাই বাটৰ পৰা সোমাই আহোঁতেই ওখোৰা-মোখোৰা গাৱঁলীয়া বাটত খুন্দা-খুন্দলি খাই এটা বিকট শব্দ কৰি যন্ত্ৰ বন্ধ হৈ গৈছিল হামখুৰি খাই পৰিব খোজাৰ দৰে হৈ বাহনখন।

বিকাশে কিবাকিবি কৰি, আগফালৰ ওৰণি গুচাই ভুমুকি মাৰি চাই মুখ বিকটাই দিছিল। তাৰ মানে গাড়ী অচল হৈ গ'ল। উলটি নগৰলৈ গৈ কেইপদমান বস্তু নতুনকৈ আনিলেহে পুনৰ চলিব। মই গাড়ীৰ একো

আও-ভাও নেপাওঁ। সেই বাবে বিকাশে যি কৰে তাৰ ওপৰতে সম্পূৰ্ণ নিৰ্ভৰ কৰি থাকিলোঁ।

দুয়ো মটৰৰ ওচৰ পালোগৈ। চিগাৰেট হুপি হুপি আমি আলোচনা কৰিলো কি কৰা যায়। ঠিক হ'ল যে ময়েই মটৰৰ ৰখীয়া হৈ থাকিম। বিকাশ উলটি নগৰলৈ যাব আৰু আন কিবা উপায় কৰি লগা বস্তু কিপদ লৈ আহিব। মই ভয় খাম নেকি? বিকাশে সুধিলে—কাৰণ অচিনাকী ঠাই, জয়াৰ পৰিৱেশ। মই নিজকে আশ্বস্ত কৰিবৰ মনেৰেও কলো, "মোৰ ভয় নেলাগে। তুমি ভয় নকৰিবা। সেই দেৱী প্ৰতিমাটিৰ লগত চিনাকী হলো নহয়?" তেওঁ ঠাট্টা কৰি কলে, "অ' যোৱা, তেওঁৰ পৰাই চাহপানী এটুপি খুজি খোৱাগৈ। দেহ মন ভাল লাগি থাকিব। ঘৰলৈ উলটি গৈ মাত্ৰ নীলিমাৰ আগত ইৰ্ষাৰ অভিজ্ঞতাৰ সম্পূৰ্ণ বিৱৰণ এটা মুখে মুখে দিবাগৈ। দুদিনমান সুখেৰে কটাব পাৰিবা।"

বিকাশ গ'লগৈ। মই পাছ ছিটত দুৱাৰ বতাহ লগাকৈ বহি আৰু এটা চিগাৰেট জ্বলাই ললো। ধোঁৱাবোৰ সোৱাদ লগা নাই কিয়? যেন নীৰৱে প্ৰশ্ন কৰি জ্বলা চিগাৰেটটোলৈ এবাৰ চালোঁ।

নীলিমা মোৰ পত্নীৰ নাম। বুকুখন ৰোমাঞ্চিত হৈ উঠিল। দাম্পত্য প্ৰণয়ত নহয় পিছে, একপ্ৰকাৰ আতংকতহে। বিকাশে একো নজনাকৈয়ে বৰ ডাঙৰ কথা এটা কৈ গ'ল। সেই দেৱী প্ৰতিমাটিক লগ পালো, যেনিবা মই তেওঁৰ ঘৰলৈ এতিয়া যাম, চাহ-তামোল খাম, কথা পাতিম, তাৰ পিছত অদৃশ্য-ভাৱে দুখৰ কল্পনা কৰি অদৃশ্যভাৱে চকুলো টুকি উলটি আহিম। এই-খিনি কথাকে হুবহু নীলিমাৰ আগত প্ৰতিবেদন কৰিলে ঘৰত আৰু বেলেগে জুই দিব নেলাগে।

অকল ঈৰ্ষা-পৰায়ণতাৰ কথাই নহয়। নীলিমাৰ এক অদ্ভুত মানসিক অৱস্থা গঢ়ি উঠিছে। বৰ ভুল হ'ল যে কলিকাতাত পঢ়িবলৈ যোৱা খৰচৰ উপৰি মই নীলিমাক বিয়া কৰাবৰ কাৰণে শহুৰৰ পৰা দুকঠা মাটিৰে সৈতে এটা ঘৰো গ্ৰহণ কৰিলোঁ। নীলিমা দেখনিয়াৰ ছোৱালী নাছিল। তেওঁকে লৈ সন্তুষ্ট হব পৰা মানসিক প্ৰস্তুতি মোৰ আছিল। কিন্তু ধন-সম্পত্তি লৈ বিয়া কৰোৱা বুলিয়েই নীলিমাই যে মোক তুচ্ছ-তাচ্ছিল্য কৰিবলৈ ধৰিবলে সেইটো আৱিষ্কাৰ কৰিবলৈ সৰহ দিন নেলাগিল। পুৰুষ হৈ, ঘৰখনৰ মুৰব্বী হৈ এইটো সহ্য কৰা মোৰ পক্ষে দিনে দিনে টান হৈ আহিবলৈ ধৰিবলে।

আমাৰ মাজত অলপ খুট-খাট লাগিলেই তেওঁ "ঘৰলৈ" গুচি যোৱাৰ ভয় দেখুৱায়। কোনোবা মানুহ ফুৰিবলৈ আহিলে পাকে প্ৰকাৰে তেওঁ কয় কোন কেইপদ বস্তু মাকৰ ঘৰৰ পৰা লৈ আহিছিল, কোন সাজ পাটৰ কাপোৰ যোৱাবাৰ বিহুত দেউতাকে দিছে, নিজে মাটি-বাৰী কৰিব পৰা মানুহ "আমাৰ এও" নহয়, ইত্যাদি। বিশ্বাস কৰক স্ত্ৰী হিচাবে পালনীয় সামান্য কৰ্তব্যও নীলিমাই কেতিয়াবা মোৰ প্ৰতি ইচ্ছা কৰি পালন নকৰে। অতিষ্ঠ হৈ উঠি একোদিন মাজৰাতি ঘৰৰ পৰা ওলাই কোনিবা নিৰুদ্দেশ হৈ যাম যেন লাগি যায়। মানসী আৰু দুলু: ল'ৰা-ছোৱালীহালৰ কথা ভাবিয়েই আত্মসম্বৰণ কৰোঁ।

সিদিনাখন মাত্ৰ কথাই কথাই খং কৰি নীলিমাই কৈ পেলালে, "এই ঘৰ-মাটি মোৰহে। আপুনিনো কি বৰ বৰ কথা কয় ?"

মোৰ মৰি যোৱা হেন লাগিল। বন্ধু-বান্ধৱ কেবাজনো আছিল। সকলোৱে লাজত তলমূৰ কৰিলে। নীলিমাইহে আত্মতৃপ্তিত পাৰে মানে হাঁহিবলৈ ধৰিলে। কৰ্তব্যৰ খাটিৰত ইয়ালৈ আহিবলগীয়া হোৱাত ভালেই পালো। মই এক প্ৰকাৰ পলায়েই আহিলোঁ। পাৰিলে বাৰুকৈ দুদিনমান অজ্ঞাত বাস কৰি থাকিম। বিকাশে দুদিনমান থাকি যাবলৈ ধৰাত ভালেই পালো। "চাওঁ চোন" বুলি কৈও পাইহিয়েই উলটি যাব লগা মানুহ আজিও প্ৰাচীন সংস্কৃতি চাই ফুৰিয়েই ফুৰিছোঁ।

তিতা তিতা লগা চিগাৰেটটো জোৰেৰে দলিয়াই পেলাই দি মটৰৰ পৰা নামি দুবাৰখন ধাম কৰি বন্ধ কৰে দি গাৱঁৰ ফালে খোজ ল'লো। এই জয়াৰ ঠাইৰ নিঃসঙ্গতা আৰু বিকাশৰ কথাই আনি দিয়া নীলিমাৰ স্মৃতিয়ে মোক বিতত কৰি তুলিলে। এইফালে মানুহ-দুনুহ নাই। যি দুই একে অহা-যোৱা কৰিছে, সিহঁতেও মোক আৰু মটৰখনক বৰ বেছি গুৰুত্ব দিয়া নাই। বোধকৰো আমাৰ দৰে সাংস্কৃতিক উদ্ধাৰকৰ্তাৰ প্ৰতি সিহঁতৰ কৌতূহল কেতিয়াবাই শেষ হৈ গৈছে। দিনটোৰ আগবেলা এইফালে গাঁৱলীয়া মানুহ নথকাৰে কথা, কাৰণ, পিছত জানিব পাৰিছিলোঁ, গাৱঁৰ সিটো মূৰৰ পৰা পথাৰ, দূৰত দেখা পাহাৰৰ দাঁতিলৈকে। তাতেই মানুহবোৰ ব্যস্ত হৈ থাকে বা থাকিব লাগে।

সেই ছোৱালীজনীক দূৰৰ পৰাই তামোল, সোণাৰু, ভোট এবা গছবোৰৰ মাজেদি দেখিলো। এইটোৱেই গাৱঁৰ পোনপ্ৰথম ঘৰ। মই পদূলিয়েদি

সোমাই গলোঁ। যিমান সাধাৰণ মানুহ বুলি ভাবিছিলোঁ তাতকৈ বহুত বেছি সাধাৰণ।

এটা ভগা-ছিগা খেৰী ঘৰ। আগফালে মুকলি এডোখৰ চালি, তাতে ঢেঁকীশাল। তাতে পীৰা এখনত বহি বাহিৰ খৰাহী এটাত কিবা শাক-পাত এসোপা লৈ এজনী বুঢ়ী মানুহে বাছি আছিল। মোক দেখাকৈ বাহিৰত থিয় দি থকা সেই ছোৱালীজনী তাতেই বৈ থাকিল। কোনো লাজ-সংকোচ নাই, সেই একেই নিৰ্ভীক ভংগী। বুঢ়ীয়ে মূৰ তুলি চালে। বয়স হোৱা সত্ত্বেও বুঢ়ীৰ চকু দুৰি তেজাল। শুকান ওঠ দুটা পিকৰঙা। মই কথা কোৱালৈ তেওঁ বৈ থাকিল।

ডিঙিটো পাৰ্যমানে পৰিষ্কাৰ কৰি লৈ ক'লো, "আইতা, মই বাটৰুৱা মানুহ। ঠাই চাবলৈ আহিছিলোঁ। তাতে এই ভনীটিক লগ পাই মাত লগাইছিলোঁ। আমাৰ মটৰ বেয়া হ'ল। মোৰ লগৰ জন নগৰলৈ গৈছে মটৰ ভাল কৰাৰ দিহা কৰিবলৈ। অকলে থাকি আমনি লগাত মই গাওঁখনকে চাবলৈ আহিলোঁ।"

মোৰ বক্তব্য আইতাই কাণ পাতি শুনি ল'লে। মুহূৰ্ত্তৰ বাবে কিবা চিন্তা কৰি ছোৱালীজনীক উদ্দেশ্য কৰি ক'লে, "মালিতা, বহিবলৈ দে।" মালিতা! নামটোৱে মোৰ মনক স্পৰ্শ কৰি শিহৰণ তুলি দিলে। এইজনী ছোৱালীৰ এইখন ঠাইত যেন ইয়াতকৈ উপযুক্ত নাম আৰু হ'ব নোৱাৰিলেহেঁতেন!

"আহক ককাইদেউ!" মালিতাই অলপ সোমাই গৈ আইতাৰ অনতিদূৰত মুঢ়া এটা পাৰি মোক মাতিলে। তেওঁৰ মুখৰ ককাইদেউ সম্বোধনটোও বৰ সহজ, বৰ স্বাভাৱিক যেন লাগিল। মই ওফোৰা জেং। এওঁলোক দুখীয়া মানুহ। তথাপি মোৰ অনধিকাৰ প্ৰবেশক স্বাভাৱিকভাৱে গ্ৰহণ কৰিছে। ইয়াত যেন সকলো স্বাভাৱিক। এওঁলোক যেন প্ৰকৃতিৰ প্ৰকৃত সন্তান।

মই গৈ বহিলোঁ। বুঢ়ীয়ে ইতিমধ্যে খৰাহীটো আঁতৰাই বটাটো লৈ ডাব কটাৰী এখনেৰে তামোল এটা কাটিবলৈ আৰম্ভ কৰিছিল। "মালিতা, বোপাক চাহ এটোপা কৰি খুৱা। গাখীৰ-চাখীৰ আছেগৈ নে চা।" "আছে আইতা", ঘাই ঘৰটোৰ দুৱাৰমুখৰ পৰা মালিতাই ক'লে আৰু ভিতৰত সোমাই গ'ল।

"তোমাক বোপাই চাহ দিবলৈ ক'লো হয়, পিছে জাত-কুলৰ কথা লৈ তোমাৰ কিবা আপত্তি থাকিবও পাৰে—"

"আইতা, চাহ এটুপি পালে মই ৰক্ষা পৰো, পিয়াহত অণ্ঠ-কণ্ঠ শুকাই গৈছে! আমাৰ ঘৰত জাত-কুলৰ বাচ-বিচাৰ নাই এনে মিছা কথা নকওঁ। কিন্তু মোৰ নিজাকৈ একো আপত্তি নাই। আপুনি আইতা মানুহ, আই মাতৃ, আপোনাৰ হাতে খাবলৈ পালে প্ৰসাদ লোৱা যেনহে লাগিব।"

"দীৰ্ঘায়ু হোৱা!"

বহা ঠাইৰ পৰা চোৰদটোত এবাৰ চকু ফুৰালো। বাৰীখন বেছ ডাঙৰ। বাঁহনি আৰু আওকাঠী গছে ভৰি আছে। বোধহয় অযত্নত হাবিয়নি হৈ পৰিছে। ঘৰখনত পুৰুষ মানুহ নাই? হঠাৎ চকুত পৰিল কেবাডোখৰো মসৃণকৈ কটা শিলাখণ্ড পানীপোতাবোৰত পাৰি লোৱা হৈছে। আমি ভগ্নাৱশেষ চাবলৈ যাওঁতে এনেকুৱা চাৰিকুণীয়া শিলকে দেখিছিলোঁ। বোধকৰো গাওঁখনত এনেকুৱা শিল বহুত পোৱা যায়।

তামোলৰ বটাটো আগবঢ়াই দি আইতাই ক'লে, "মালিতাই গৰুজনী বিচাৰি হাবিত সোমাইছিল গৈ। তোমালোকক লগ পাই অহাৰ কথা কৈছেহি।"

কল্পনাৰ উচ্চতাৰ পৰা হুৰুমুৰ্ কৰে খহি পৰাৰ পিছত বাস্তৱৰ ঠটা মাটিত ধুপুচকৈ পৰাৰ কথাও অনুভৱ কৰিছিলোঁ। মালিতাই হেৰোৱা গাই এজনী বিচাৰিহে এনে গেজেপনিমৰা হাবিত সোমাইছিলগৈ আৰু আমাক ভীতিগ্ৰস্ত কৰি এখন কাল্পনিক জগতলৈ যাবলৈ দিছিল। এতিয়া বাস্তৱৰ ঠটা মাটিত ঠেটেলা খোৱাৰ বিষটো অনুভৱ কৰিলোঁ।

মই সুধিলোঁ, "মালিতা আপোনাৰ নাতিনী?"

"মোৰ জীৰ জী। মইয়ো এইখন ঘৰৰে জীয়ৰী। আমাৰ ওপৰত গোসাঁইৰ কিবা অভিশাপেই আছে হবলা। এই ঘৰৰ জীয়ৰী প্ৰায়েই ইয়ালৈ উলটি আহিব লগা হয়। মই যেনেকৈ আহিছিলোঁ, মালিতাও তেনেকৈ তাইৰ মাক মৰাত ইয়ালৈকে গুচি আহিল।"

কথাখিনি খোকোজা নলগাকৈ কৈ গৈছিল যদিও বুঢ়ীয়ে বাৰে বাৰে মোলৈ চাব লগা হৈছিল। কাৰণ মই একেথৰে তেওঁৰ ফাললৈকে চাই আছিলোঁ। বুঢ়ীৰ নাক-মুখৰ গঢ় নিখুঁত, হাতবোৰ সোতোৰা পৰিছে যদিও তাত মসৃণতাৰ চিন বিদ্যমান, মাতটো মিঠা সুৰীয়া। বুঢ়ীৰ বয়সৰ বাটৌদি উজাই গৈ থাকিলে এসময়ত আন এজনী মালিতাকে যে পোৱাগৈ হ'ব এই বিষয়ে মোৰ কোনো সন্দেহেই নেথাকিল। বুঢ়ী যৌৱন কালত নিশ্চয় অতিশয়

সুন্দৰী আছিল।

"আইতা", মই ক'লো, "আপুনিতো বহুত দেখিলে সংসাৰত। এই ঠাইখন বহু পুৰণি বুলি শুনিছোঁ। আপুনি সৰু কালতে শুনা পুৰণি কথা কিবা-কিবি নিশ্চয় কব পাৰিব।"

"কব পাৰো বোপা। বহুতকে কৈছোও। সঁচা-মিছা নেজানো পিছে। সকলো শুনা কথা।·· ····মালিতা, চাহ হ'ল যদি লৈ আহ।"

মই পুৰণিৰ সম্ভেদ লৈছিলোঁ যদিও মোৰ চকু বাৰে বাৰে পৰিছিল ঘৰটোৰ দুৱাৰখনত, যি খনেদি মালিতা ওলাই আহিব লাগে।

"মোৰ ককাদেউতাই এইখন গাৱঁলৈ অহা প্ৰথম মানুহ। বহুত দিনৰ আগতে ইয়াত এখন নগৰ আছিল। কোনোবা ৰজা আছিল। অ'ত-ত'ত হাবিয়ে বননিয়ে পৰি থকা শিলবোৰ হেনো সেই নগৰৰে বস্তু। আমাৰ সাধাৰণ মানুহবিলাক নগৰৰ ওচৰে পাজৰে গাওঁ পাতি আছিল। ৰজাৰ নগৰত কাম কৰি দিছিল। শুনা যায় নগৰৰ ঘৰ সজা কাম কৰিছিল। এবাৰ হেনো বৰ ডাঙৰ ভুঁইকঁপ হ'লত নগৰখন থান-বান হৈ ভাগিল। বহুত মানুহ মৰিল। ৰজাই নগৰ এৰি আন ঠাইলৈ গুচি গ'ল। ৰজা নথকাত ওচৰৰ গাওঁবোৰো ভাগি গ'ল। সকলো মানুহ দিহিঙে-দিপাঙে আঁতৰি গ'ল। তাৰ পিছত বহুত দিনলৈ ইয়াত মানুহ নাছিল। তেনেই হাবি হৈ পৰি আছিল। আমাৰ ককাদেউতাই হেনো পুৰণি পুথি পঢ়ি, মানুহৰ পৰাও শুনি ইয়াত আমাৰ পূৰ্বপুৰুষ থকাৰ সম্ভেদ উলিয়ালে। তেওঁ বহুতকে বুজালে যে ইয়ালৈ পুনৰ ঘূৰি আহিব লাগে। কিন্তু কোনেও আহিব নুখুজিলে। আঁকোৰ-গোজালি স্বভাৱৰ ককাদেউতাই অকলেই ইয়ালৈ আহি পাম ধৰিলে। এইটো ভেটিতে তেওঁ ঘৰ কৰিলে। নিজৰ পৰিয়াল লৈ আহিল। কেই ঘৰমান নেপালী পমুৱা বহিলহি। মাটি ভাল দেখি লাহে লাহে আমাৰ মানুহবিলাক আহিবলৈ ধৰিলে। গাওঁ হৈ উঠিল। ককাদেউতা গাওঁখনৰ মুখীয়াল মানুহ হৈ পৰিল। তেওঁৰ প্ৰতিপত্তিৰ উপৰি ধন-সম্পত্তিও ঢেৰ হ'ল। আমি জনাত তেওঁ বহুতকে টকা-পইচা দি সহায় কৰিছিল। ককাদেউতাই বিশ্বাস কৰিছিল যে এই পুৰণি নগৰখন সজা মানুহবোৰ আমাৰেই উপৰি পুৰুষ আছিল। ইয়াৰ পৰা গুচি গৈহে সেই বিদ্যা পাহৰিলে। পুৰাপুৰি খেতিয়ক হ'ল।"

মালিতাই চাহ-জলপান আনিলে। এটা আধাসেৰী কাঁহৰ বাটিত চাহ, এখন পাজোৱাত সান্দহৰ দুটা লাড়ু।

"থাওক ককাইদেউ।" মই এটা হাঁহিৰে ধন্যবাদ জনালোঁ।

আইতাই ক'লে, "খোৱা বোপা। আমাৰ আজি দিবলৈ একো নাই। আমাৰ পুৰুষ মানুহ নোহোৱা ঘৰ। আমি দুজনীয়ে কোনো মতে মুৰটো গুজি আছোঁ। মাটি-বাৰী অলপ আছে কাৰণে পেটৰ ভাত কিটা ওলাই আছে। তাক বঢ়াবলৈ হ'লে কোনো নাই।"

মালিতাই ক'লে, "ইমান দৰে নকলেও হ'ব আইতা। ককাইদেউক আমি একো বেয়া বস্তু দিয়া নাই। গাৱঁলীয়া মানুহৰ জলপানটো এনেকুৱাই হয়।"

"ঠিকেই, ঠিকেই", মই সান্দহৰ লাড়ু এটা তুলি লৈ টপৰাই শলাগিলোঁ, "আইতা, মালিতাই ঠিক কথাকেই কৈছে। আমাৰ অসমীয়া মানুহৰ অসমীয়াত্ব এইবিলাক বস্তুতে জীয়াই আছে।"

বুঢ়ীয়ে নিজৰ কাৰণে তামোল পটাহিয়াই এটা হুমুনিয়াহ কাঢ়িলে। "এই জনীয়ে দুখক দুখ নোবোলে কাৰণেই মই বৰ্তি আছোঁ। তাইৰ সুখ-দুখ একো নাই। নহলে, এইখন ঘৰত মই যি ভোগ একালত দেখিছিলোঁ, তাৰ তুলনাত তাই একোকে পোৱা নাই বুলিব লাগে।"

চাহ-জলপান তৃপ্তিৰে খাই তামোল এখন মুখত ভৰাই ক'লো, "মই গাওঁখনতে পাক এটা মাৰো। মোৰ বন্ধুজন ঘূৰি আহোঁতে বহুত পলম হ'ব। অচিনাকী মানুহ দেখিলে কোনোবাই কিবা ক'ব নেকি ?"

বুঢ়ীয়ে ক'লে, "কোনেও একো নকয়। আমাৰ এইকে লগত লৈ যোৱা। তাই বাট-পথ দেখুৱাই নিবও পাৰিব।"

মই আধা-আধি তেনে আশাকেই কৰিছিলোঁ। মালিতা লগত গ'লে ভালদৰে গাওঁ চোৱাও হ'ব আৰু তেওঁৰ সাহচৰ্য্যও লাভ কৰা হ'ব।"

আমি গাৱঁৰ ভিতৰলৈ সোমাই গ'লো। প্ৰায়বিলাক মানুহেই দুখীয়া। ভগা-ছিগা ঘৰ-বাৰী। আদনাঙঠ ল'ৰা-ছোৱালীবোৰে আমালৈ চায়। দুই-চাৰি খেতিয়ক আৰু তিৰোতা মানুহৰ লগত মালিতাই কথাও পাতে। এটা কথা চকুত পৰিল—প্ৰায় প্ৰতি ঘৰতে পুৰণি শিলাখণ্ড আৰু ছটাছটে ইটাবোৰ আনি নানান ধৰণে ব্যৱহাৰ কৰিছে। কোনোবাই ভেটিত লগাইছে, কোনোবাই পানীপোতাত দি লৈছে ওখ পিৰালিত উঠিবৰ কাৰণে। ইটাবোৰেৰেও কোনো কোনোৱে পিৰালি বান্ধিছে, নহলেবা জেওৰা-চকোৱাৰ তলিপনে ফুটা মাৰিছে হাঁহ-ছাগলী বাৰীত সোমাব নোৱাৰাকৈ। ইটাবে যে পকীঘৰ সাজিব পাৰি

সেইটো কোনেও ভবা নাই যেন লাগিল।

মালিতাই ক'লে, "মানুহবোৰ অলপ এলেহুৱা ককাইদেউ। বিশেষকৈ মতা মানুহবোৰ। বছৰৰ খেতিটোকে ভালদৰে কৰিব নোৱাৰে। নেপালী কিছুৰ উঠি গ'ল। সিহঁতে হ'লে বৰ ভাল খেতি কৰিছিল বুলি শুনিছোঁ। কিন্তু আমাৰ মানুহে কষ্ট কৰিব নোখোজে। শুই-বহি থাকিবলৈ ভাল পায়।"

মই একো মন্তব্য নকৰিলোঁ। মাত্ৰ এই অৱস্থা অকল মালিতাহঁতৰ গাওঁ-খনৰে নে গোটেই অসমীয়া জাতিৰ তাকে চিন্তা কৰি চাবলৈ ধৰিলোঁ। সুধিলো, "মালিতা, আইতাই যে কৈছে, এইবিলাক মানুহৰ পূৰ্বপুৰুষে শিল আৰু ইটাৰে ৰজাৰ নগৰ সাজিছিল, সঁচা নেকি?"

"সাজিবও পাৰে ককাইদেউ। আমিতো দেখা নাই।"

মোৰ এই প্ৰশ্নৰ অৰ্থ এয়ে আছিল যে শিলাকুটি আৰু স্থপতিৰ কাম কৰা মানুহে খেতি-বাতি ভালকৈ কৰিব নোৱাৰাটো একো আচৰিত কথা নহয়। কিন্তু অৰ্থটো মই বহলাই ব্যাখ্যা কৰিব নুখুজিলোঁ। মালিতাৰ সান্নিধ্য মোৰ বৰ ভাল লাগিছিল। তাক পণ্ডিতালিৰে নষ্ট কৰি পেলাবৰ সৎ নগ'ল।

মোৰ কৌতূহল অনুযায়ী মালিতাই ভালোখিনি ঠাই ঘূৰাই পকাই মোক ধ্বংসাৱশেষবোৰ দেখুৱালে। প্ৰায়বিলাকেই গছ-বন গজি চকুৰ আঁৰ হৈছে। ভাগ্যে খৰালি দিন। বনবোৰ শুকাই মৰহি গৈছে। নহ'লে বাৰিষাকালত বোলে বনবোৰ এনেদৰে গজি উঠে যে এইবিলাক ঠাইলৈ বাহিৰৰ মানুহ কিয় গাৱঁৰ মানুহেই নেযায়। দীঘল বিধলৈ ভয়ো।

সকলো বস্তু মালিতাৰ নখ-দৰ্পণত। ইয়াতে এটা ফুল আৰু মূৰ্তিকটা স্তম্ভ। তাত এটা সৰু মন্দিৰৰ অৱশেষ। আন এঠাইত এটা পুৰণি কুঁৱাৰ চিন। বহু শিল, খুটা, ইটা পৰি থকা এডোখৰ আহল-বহল হাবিয়নিত এটা ডাঙৰ টোলৰ আভাস। ক'ত কেনেকৈ বাহিৰৰ চাপ থাকিব পাৰে, কোনখিনিত চ'ৰাঘৰ, কোন কোন খিনিত ঘাই ঘৰ, মালিতাই বিজ্ঞ প্ৰত্নতাত্ত্বিকৰ দৰেই ঘূৰি-পকি এখন কাল্পনিক ছবি মোৰ মনৰ চকুত দাঙি ধৰিলে। মোৰ মনেৰে তেওঁৰ বৰ বেছি ভুল হোৱা নাছিল। সুধিলোঁ ইমানবোৰ কথা তেওঁ জানিলে কেনেকৈ?

হাঁহি মাৰি মালিতাই ক'লে, "আমি ইয়াতে ডাঙৰ-দীঘল হৈছোঁ। সৰুৰে পৰা এইবোৰত উমলিছোঁ, সৌ বৰপুখুৰীটোত সাঁতুৰিবলৈ শিকিছোঁ। দুটা

কথা জনাত মো কি আচৰিত ককাইদেউ ? তাতে আমাৰ ঘৰখনত এইবিলাক বিষয়ৰ প্ৰায়েই আলোচনা হয়। ককাদেউতাই যি বিশ্বাস কৰিছিল তাক আৰু কাকো পাহৰিবলৈ নিদিলে।"

"তুমি পঢ়াশুনা কিমান কৰিছিলা মালিতা ?"

"কেলৈ ? অশিক্ষিত বুলি জানিলে ঘিণাব নেকি ককাইদেউ ?"

"নহয় নহয়। তুমি ইমান সুন্দৰকৈ কথাবোৰ মোক বুজাই যাব পাৰিছা যে মোৰ জানিবৰ মন গৈছে তুমি কি পঢ়িছিলা।"

অলপ পৰ ভাবি মালিতাই ক'লে "আইতাই ককাকৰ কথা কৈছেই। তেখেত অলপ আচৰিত ধৰণৰ মানুহ আছিল। গোটেই গাওঁখনৰ ভিতৰত তেখেতেই শিক্ষাৰ মূল্য বুজিছিল। সেইবাবে আমাৰ ঘৰখনত পঢ়াশুনাৰ নিয়ম এটা হৈ গৈছে। আইতায়ো পঢ়িব পাৰে, এতিয়াও পুথি পঢ়ে। গতিকে ময়ো পাঠশালালৈ যাবলৈ ললো আৰু আই থকালৈকে ইয়াৰ পৰা দুমাইল আঁতৰৰ মাইনৰ স্কুলতো পঢ়িছিলোগৈ। আই ঢুকুৱাত আইতাই মোক ইয়ালৈ লৈ আহিলে।"

আমি পুখুৰীটোৰ পাৰ পালোগৈ। হজৰা পুখুৰী বা জয়সাগৰ, শিৱসাগৰৰ দৰে বিৰাট নহয় যদিও বেছ ডাঙৰ। একেই পুৰণি ধৰণে পাৰ বান্ধি উহ' ফুটাই কৰা পুখুৰী। পাৰে পাৰে কেইবাটাও পকীঘাট আছে। এতিয়া দলনিয়ে ছাটি থৈছে। মাত্ৰ ঘাট কিটাৰ মুখে মুখে একো চমকা মুকলি। বোধকৰো মানুহে বৰশী আৰু জাল বাবৰ বাবে সুবিধা কৰি লৈছে। পুখুৰীৰ পৰাই বিস্তীৰ্ণ পথাৰ আৰম্ভ হৈছে দুৰণিৰ পাহাৰলৈকে। ধান দাই শেষ কৰা পথাৰত এতিয়া মানুহ নাই বুলিবই পাৰি। অ'ত-ত'ত দুই এটাহে দেখা যায়। কিছুমান সৰু ল'ৰা দৌৰি ফুৰিছে।

ফিৰফিৰিয়া বতাহ মাৰিছে। খোজ কাঢ়ি গৰম লাগিছিল, বতাহ জাকে গা জুৰ পেলাই দিলে। আমি মনে মনে ক্ষন্তেক পুখুৰী পাৰত থিয় হৈ থাকিলো। নগৰখন থকা দিনত হয়তো জীয়াৰী-বোৱাৰীয়ে কাষত কলহী লৈ লৈ এইবোৰ পকী ঘাটেদি নামি পানী নিছিল। মোৰ মনৰ চকুত ভাহি উঠিল যেন মালিতাৰ নিচিনাই এজাক গাভৰু ছোৱালীয়ে নানান কথা কৈ কৈ পানী নিবলৈ আহিছে। কি মোহনীয় আছিল চাগৈ সেই দৃশ্য ! মালিতা মোৰ নিচেই কাষতে থিয় হৈ আছিল। তেওঁৰ ঘন ঘন উশাহ-নিশাহৰ শব্দ মই স্পষ্ট শুনিবলৈ পাইছিলো। তেওঁৰ গাব পৰা নোদোকা মিঠুৱৈ গাৰ

দৰে গোন্ধ এটা আহি মোৰ নাকত লাগিছিল। "মালিতা, আজি নগৰখন থকা হলে কিজানি তোমাৰ দৰে ছোৱালীয়ে পানী নিবলৈ আহিলহেঁতেন নহয় ?"

তেওঁ পৃথিবীৰ মাজলৈ একেথৰে চাই আছিল। মোৰ কথাত লৰচৰ নকৰিলে। সেইদৰে থাকি লাহে লাহে ক'লে, "কিজানি একালত ময়েই এইখন নগৰত আছিলো ককাইদেউ, কিজানি ময়ো আন আন জীয়ৰী-বোৱাৰীৰ লগত এই পৃথিবীৰ পৰা পানী নিবলৈ আহিছিলো।"

আকৌ মালিতাক আমি জয়াৰ ঠাই ডোখৰত হঠাৎ হাবিৰ পৰা ওলাই আহি আমাক ভয় খুৱাই দিয়া ছোৱালীজনী যেন লাগি গ'ল। তাই যেন আইতাকৰ্ব নীতিনীয়েক নহয়, সেই আকোৰগোজ মানুহজনৰ বংশোদ্ভৱা তেজ-মঙহৰ মানৱী নহয়। তাই যেন এক অশৰীৰী আত্মা। এইবাৰ হ'লে মালিতাৰ উপস্থিতিত মই ভয় নেখালো। মাত্ৰ নীলিমাৰ নিষ্ঠুৰ স্মৃতিয়ে মোৰ অন্তৰক কষাঘাত কৰি গ'ল। নীলিমা মোৰ ধৰ্ম্মপত্নী, তেওঁৰ আচৰণৰ কথা, মোৰ প্ৰতি তুচ্ছ-তাচ্ছিল্যৰ কথা, তেওঁৰ হীন মনোবৃত্তিৰ কথা মই ৰাজহুৱাকৈ কেতিয়াও কাৰো আগত নকওঁ। স্বামী হিচাপে তেওঁৰ ক্ষুদ্ৰতাখিনিক লুকুৱাই ৰাখিয়েই মই চিৰদিন সামাজিক ভদ্ৰতা ৰক্ষা কৰি যাম। কিন্তু মনে মনে মই স্বীকাৰ নকৰাকৈ নোৱাৰিলো যে অনাড়ম্বৰ, মুক্তাত্মা, নিষ্পাপ, নিৰ্ভীক এই শিলনিৰ ফুলপাহি যেন ছোৱালীজনীৰ ওচৰত নীলিমাক কোনো পধ্যেই থিয় কৰাব নোৱাৰি। এটা সাধাৰণ মানুহ হিচাপে মোৰ কল্পনা, মোৰ আদৰ্শ, মোৰ আকাঙ্ক্ষা পূৰ্ণ কৰিব পাৰিলেহেঁতেন মালিতাৰ নিচিনা প্ৰাণীয়েহে। নীলিমাই নোৱাৰে।

নীলিমাৰ অসদাচৰণৰ দুখতেই হয়তো মই এইবোৰ ভাবিবলৈ বাধ্য হৈছিলো। হলেও সেই মুহূৰ্তত সেয়ে আছিল সত্য। সেই মুহূৰ্তত মোৰ মনত উদভ্ৰান্ত বাসনা জাগিছিল মালিতাক আলফুলে সাৱটি ধৰি বুকুত সুমুৱাই লবলৈ। বহুত পৰৰ মূৰত মালিতাই উলটি মোলৈ চালে। তেওঁৰ সোণবৰণীয়া অৱয়বটি ৰঙা পৰি গৈছে। ঘামবোৰ বিৰিঙি উঠিছে। তেওঁ ধুনীয়াকৈ নীৰৱ হাঁহি এটি মাৰি ক'লে, "ব'লক ককাইদেউ।"

পৃথিবীৰ পাৰৰ পৰা আঁতৰি আমি আকৌ খোজ ল'লো।.

কথা মোৰ হেৰাই গৈছিল। মালিতাও কিবা কাৰণত নিমাত হৈ পৰিছিল। মোৰ মনৰ ভাব বাৰু তেওঁ অনুভৱ কৰিব পাৰিছেনেকি।

তিৰোতা মানুহ বোলে পুৰুষৰ মনৰ ভাষা বৰ সহজে বুজিব পাৰে। মোৰ অন্যায় বাসনাৰ বাবে মনটো সংকুচিত হৈ গ'ল।

আমি বনেঢকা টিলা এটালৈ উঠি গ'লো। দীঘল দীঘল শিলৰ টুকুৰাবোৰ ইয়াতো সিঁচৰতি হৈ আছে। শুকাই যোৱা দীঘলীয়া ঘাঁহবোৰৰ পৰা সেইবোৰ ওলাই পৰিছে। সৰু-ডাঙৰ সোণাৰু গছবোৰ থিয় হৈ আছে। এতিয়া হালধীয়া সোণাৰু ফুলা বতৰ নহয়, নহলে পৰিবেশটো আৰু ৰোমাণ্টিক হৈ উঠিলেহেঁতেন। দুই-এজোপা বেল গছো আছে। এনে পুৰণি ঠাইত বেল গছ নথকাটোহে আচৰিত। শিৱপূজাৰ লগত বেলপাতৰ সম্পৰ্ক। শিৱপূজা কামৰূপ-প্ৰাগজ্যোতিষৰ এক প্ৰাচীনতম পূজাপদ্ধতি, গতিকে পুৰণি ঠাইত বেলগছ থকাই স্বাভাৱিক।

টিলাটো বৰ বেছি ওখ নহয়। কিন্তু ওপৰখন বেচ আহল-বহল। মালিতাই ক'লে, "ইয়াতে হেনো ৰাজকন্যাৰ টোল আছিল। ওচৰতে বোধকৰো ৰজাৰ কাৰেং আছিল। ৰখীয়া-পৰীয়া, লিগিৰা-লিগিৰীৰে ৰাজকন্যাৰ টোলটো নিশ্চয় ডাঙৰ আছিল।" আমি ঘূৰি-পকি টোল-টোৰ কত কি ঘৰ আছিল অনুমান কৰিবলৈ চেষ্টা কৰিলো। বিশেষ কৃতকাৰ্য্য নহলো; কাৰণ ঘৰৰ বিশেষ কোনো চিনেই আৰু অৱশিষ্ট নাছিল। মাত্ৰ খুটা বহুওৱা দুটা ডাঙৰ হাতীখুজীয়া গাঁতহে আবিষ্কাৰ কৰিলো।

ঘূৰি-পাকি বৰ ভাগৰ লাগিছিল। মোৰ এটা চিগাৰেট খাবৰ মন গৈছিল। গাওঁখনৰ বিপৰীতফালে টিলাৰ পৰা সামান্য নামি এজোপা ডাঙৰ বেলগছৰ তলৰ ছাঁত থকা দীঘল চাৰিকুণীয়া শিল এটাৰ ওপৰত আমি জিৰাবৰ মনেৰে বহিলোগৈ। ফিৰফিৰকৈ বতাহ মাৰিছিল। ঘামত তিতা কাপোৰবোৰ গাত লিপিট খাই ধৰাত চেঁচা লাগিছিল। জেপৰ পৰা চিগাৰেট উলিয়াবলৈ গৈ নগৰৰ পৰা কিনি অনা টফী কেইটাত হাত পৰিল। সেই কেইটা উলিয়াই মালিতালৈ আগবঢ়াই দিলোঁ। তেওঁ হাঁহি মাৰি ললে আৰু এটা বখলিয়াই মুখত দি দীঘলকৈ উশাহ লৈ ক'লে, "বৰ ভাগৰ লাগিছে।"

মই চিগাৰেট জ্বলালো।

ভাগৰ লাগিছে বোলাত মালিতাৰ গাৰ নিচেই ওচৰলৈ গৈ তেওঁৰ মূৰটো মোৰ কান্ধত লাহেকৈ পেলাই দিলো। বিকাশ বা আন কোনোবাই

দেখা হ'লে হয়তো ইয়াত কিবা অসৎ উদ্দেশ্য আবিষ্কাৰ কৰিলেহেঁতেন। মালিতাই কিন্তু ইয়াক স্বাভাবিকভাৱেই গ্ৰহণ কৰিলে। মোৰ বৰ ভাল লাগিল, তেওঁলৈ বৰ মৰম লাগিল।

প্ৰাচীন ধ্বংসাৱশেষৰ নিজান দুপৰীয়া। আমাৰ চকুৰ আগত কোনো জনপ্ৰাণী নাই। হঠাৎ যেন মৃত অতীতটো বাঙ্ময় হৈ উঠিল। ইয়াতেই এদিন ৰাজকুমাৰী আছিল। তেওঁ হয়তো আমি বহা ঠাইতে লিগিৰী বা সখীয়েকহঁতৰ সৈতে বহিছিল। হয়তো বীণা লৈ গীত গাইছিল। হয়তো সুন্দৰ কোঁৱৰলৈ অপেক্ষা কৰিছিল। দুপৰীয়া নহলেও সুন্দৰ কোঁৱৰ মাজনিশা এই কুঁৱৰীটোললৈ মনে মনে আহিছিল? বগা পক্ষীৰাজ ঘোৰাটো তলৰ সোণাৰু-গুলি এটাত বান্ধি থৈ আহিছিল?

"অলপ পিছতে মই উলটি যামগৈ। তোমাৰ লগত কটোৱা সময়খিনি মোৰ চিৰদিনলৈ মনত থাকিব।"

"সকলো কথা মনত ৰখাৰ প্ৰয়োজন নহয় ককাইদেউ!" "তাৰ মানে মোৰ কথা তোমাৰ মনত নেথাকে?" তেওঁ একো নেমাতিলে। পিছত ভাবি চাইছিলো যে মই কথা-নাই বতৰা-নাই প্ৰেমিকৰ দৰে আচৰণ কৰি পেলাইছিলোঁ।

মালিতাৰ সঁচাই ভাগৰ লাগিছিল। তেওঁ ঢলি পৰিব খুজিছিল। মই তেওঁক মোৰ কোলাতে মূৰ থবলৈ দিলো। তেতিয়াও তেওঁ একো আপত্তি নকৰিলে। তেওঁৰ কোমল বাহু এটা মই এহাতেৰে পিহি থাকিলো। মোক যেন ৰাগীয়ে ধৰিছিল। জানো এই মোহ তেনেই ক্ষন্তেকীয়া। তথাপি ক্ষণিকৰ ৰাগী মই ভোগ কৰিব খুজিছিলোঁ।

"মালিতা, তুমিয়েই যে একালত এই নগৰৰ ৰাজকন্যা নাছিলা তাক কোনে কব পাৰে?"

"তেনেহলে আপুনি কোন আছিল ককাইদেউ?"

মোৰ বুকুখনত ইমান জোৰে খুন্দা লাগিল যে তাৰ শব্দত মালিতা চক খাই জপিয়াই উঠিব যেন লাগিল। তেওঁ কিয় এই প্ৰতি-প্ৰশ্ন কৰিলে? মই ভবা কথাবোৰ তেৱোঁ ভাবিছে? অথবা তেওঁ ধৰি লৈছে নেকি যে মই তেওঁক ৰাজকুমাৰী পাতি নিজে কোঁৱৰ এটি হৈ পক্ষীৰাজ ঘোৰাটো টোলৰ নামনিত সোণাৰু গুলি এটাত বান্ধি থৈ তেওঁক লগ পাবলৈ আহিছো—মোৰ এই কল্পনা তেওঁ ধৰা পেলাইছে? অলপ সময় মই একো মাতিব নোৱাৰা হলো।

কিন্তু মনতে ইয়াকে থিৰ কৰিলো যে মই দুৰ্বলতা প্ৰকাশ কৰিব নেলাগিব। হাজাৰ হওক মই কঠোৰ বাস্তৱলৈ প্ৰত্যাবৰ্তন কৰিবই লাগিব। মোৰ চাকৰি আছে, স্ত্ৰী-সন্তান আছে, নীলিমাৰ দৰে পত্নী আছে।

ভাবি চিন্তি লাহে লাহে কলো, "মইতো ইয়াৰ কোনো হব নোৱাৰা মালিতা। মই দুৰ্বাণিৰ মানুহ। সেই দিন থকা হলে হয়তো আজিৰ দৰেই এনেয়ে ফুৰিবলৈ আহিলোহেঁতেন, এই টোলত ৰাজকন্যাক দূৰৰ পৰা লুকাই লুকাই চাবলৈ চেষ্টা কৰিলোহেঁতেন, হয়তো ভাগ্যত থাকিলে দেখিলোহেঁতেন, নহলে বিফল মনোৰথ হৈ উলটি যাব লগা হ'লহেঁতেন।" মালিতা মোৰ কোলাত নীৰৱ, নিথৰ হৈ পৰি থাকিল। তেওঁ একো নকলে। মোৰ চিগাৰেটটো পুৰি শেষ হৈ যাবলৈ ধৰিলে। মালিতায়ো লজেন্স চুপা নাছিল। আমি স্তব্ধ হৈ গৈছিলোঁ। সময় স্তব্ধ হৈ গৈছিল।

মালিতাই তেন্তে মোক তেওঁৰ সুন্দৰ কোঁৱৰটি বুলি ভাবিছে? যাওক ইয়াক আৰু বেছি আগবাঢ়িব দিব নোৱাৰি। মই কুটিল সভ্যতাৰ প্ৰতিভূ। ধ্বংসৰ বীজ মোৰ শোণিতৰ প্ৰতি বিন্দুতে বিৰাজমান। মোৰ চাকৰি, মোৰ বিয়া, মোৰ স্ত্ৰীক লৈ মই এনে এক জীৱন যাপন কৰি আহিছো যে তাত গঢ়নৰ কোনো সুৰুঙাই বৰ্তি থকা নাই। মালিতা হয়তো সঁচাই একালত ৰাজকন্যা আছিল। নহলেও এই ধ্বংসীভূত অতীতৰ সমস্ত মৰ্হি যোৱা আকাঙ্ক্ষা দেহে-কেহে বহন কৰি তেজ-মঙহৰ শৰীৰ হৈ তেওঁ থিয় দিছে। এক প্ৰাচীন অস্তিত্বৰ বন্ধ হৈ যোৱা বোৰ'তী সুতিক এসময়ত তেওঁৰ এক আকোৰগোজ পূৰ্বপুৰুষে পুনৰ বোৱাই দিবলৈ দি অক্লান্ত প্ৰচেষ্টা চলাইছিল, তাকেই মালিতাই হয়তো আজিও চলমান কৰি ৰাখিছে। নহলে সেই হাবিৰ মাজত ইমান সহজে ওলাই-সোমাই ফুৰা তেওঁৰ পক্ষে সহজ নহ'লহেঁতেন। নহ'লে এই কুঁৱৰীটোলত বহি মোক কোনোবা দূৰ দেশৰ ৰাজকোঁৱৰ বুলি নেভাবিলেহেঁতেন। সেই সত্য সত্যাই হৈ থাকক। মই কোঁৱৰ হব নোৱাৰো। নীলিমা নথকা হ'লে, মোৰ বিয়া হৈ নোযোৱা হলে হয়তো বেলেগ কথা আছিল।

গাৱঁৰ ফালৰ পৰা 'চিনাকা চিনাকী গোন্ধ' থকা শব্দ এটা আহিল। প্ৰথমে ববকৈ কাণত পৰা নাছিল, আমি তন্ময় হৈ আছিলো। কিন্তু ভালদৰে কাণত পৰিবলৈ আৰু মৰ্ম স্পৰ্শ কৰিবলৈ সৰহ সময় নেলাগিল। মালিতা ঘপহ কৰে উঠিল। দুয়ো উৎকৰ্ণ হৈ শুনি বুজিলো সেয়া বিকাশৰ মটৰৰ

হয়। তাৰ মানে আমাৰ যাবৰ হ'ল। মালিতাক এৰি মই এতিয়া নীলিমাৰ উদ্দেশ্যে উলটি যাব লাগিব। বেদনাময় হলেও এই বাস্তৱক অস্বীকাৰ কৰিবৰ কোনো উপায় নাই। আমি লাহে লাহে নামি আহিলো। আমাৰ মুখত আৰু কথা নাছিল। মাজে মাজে মাত্ৰ মালিতাক মৰম কৰি মই দুই এটা কথা কৈছিলোঁ। তেওঁ কিন্তু নীৰৱেই আহি থাকিল। আসন্ন বিদায়ত তেওঁৰ মন গধুৰ হৈ গৈছে। মোৰো গধুৰ হৈ গৈছিল।

আমি গাৰ্ডৰ মাজে মাজে আহি দূৰৰ পৰা দেখিলো বিকাশৰ মটৰ ৰৈ আছে মালিতাহঁতৰ পদূলিত। বিকাশে আইতাৰ লগত বহি তামোল আৰু কথা চোবাই আছে। মই গৈ মাত লগালো। তেওঁ ঠাট্টা কৰিলে, "তোমালোক আৰু নাহিবাই বুলি ভাবিছিলোঁ। গাড়ী কেতিয়াবাই ভাল হ'ল।"

আমি আইতা আৰু মালিতাৰ পৰা বিদায় ললো। বুঢ়ীয়ে আশীৰ্বাদ কৰিলে। মালিতাই হাঁহি মুখে বিদায় দিলে। তেওঁৰ মুখত দুখ-বেদনাৰ একো চিন নেদেখিলো। অলপ আঘাত পালোঁ, কিন্তু আঘাত পোৱাৰ কোনো কাৰণ নাছিল। মোৰ লগত তেওঁৰ কিহৰ বন্ধন ?

মটৰত উঠি ষ্টাৰ্ট দিয়েই বিকাশে ক'লে, "লৈ আহিবই খুজিছিলা নেকি ?" মই ক্ষোভতে উষ্মাৰে ক'লোঁ, "সুদূৰ দ্বাৰকাৰ পৰা আহি যদি ককাক-নাতিয়েকে আমাৰ ইয়াৰ পৰা ছোৱালী নিৰ্বাহি পাৰে তেন্তে মই ইয়াৰে ল'ৰা হৈ এজনী নিলে কি জগৰ লাগিব ?"

ঘাই বাটত মটৰখন তুলি পূৰ্ণ বেগেৰে চলাই বিকাশে জেপৰ পৰা টেলিগ্ৰাম এখন উলিয়াই মোৰ ফালে আগবঢ়াই দিলে। খুলি চাই পঢ়িলো, "দুলুৰ অসুখ বেগেতে আহা—নীলিমা।" নীলিমাৰ নিশ্চয় অনুশোচনা হৈছে। ভয় খাইছে মই নেযাম বুলি। ক'লো, "দুলুৰ অসুখ নহয় বিকাশ, কিন্তু মই সোনকালে যাব লাগে, ইয়াকে নীলিমাই বিচাৰিছে।"

# পৃথিৱীৰ অসুখ

প্ৰকাণ্ড বাথ্-টাৱেলখন ক'কালত মেৰিয়াই লৈ মানুহজন ড্ৰয়িং ৰুমলৈ সোমাই আহিল। মই থিয় হ'লো। গা ধুই অহা কাৰণে তেওঁৰ দীঘল চুলিবোৰে চকু দুটা ঢাকি ধৰিছিল ; তেওঁ হাত দুখনেৰে চুলিবোৰ পিচলৈ মাৰি পঠিয়ালে আৰু জোকাৰণিত ক'কালৰ পৰা টাৱেলখন সুলকি মাটিত পৰি গ'ল। মই অলপ অপ্ৰস্তুত হৈ আনফালে চোৱা যেন কৰিলোঁ। কিন্তু মানুহজনে অকণো অপ্ৰতিভ হোৱাৰ চিন নেদেখুৱালে ; বৰং লাহেকৈ টাৱেলখন বুটলি লৈ তিতি থকা মূৰটোহে মচিবলৈ ধৰিলে ; তাৰ পাচত মুখখন, কাষলিত দুটা আৰু কামিহাড় জিলিকি থকা বুকুখনো এবাৰ এবাৰ মোহাৰি লৈহে টাবেলখম আকৌ লাহেকৈ ক'কালত মেৰিয়াই ল'লে। দিগম্বৰতা তেওঁৰ কাৰণে নিচেই সাধাৰণ আৰু স্বাভাৱিক কথা।

"আপুনি ?"—ওখ, আটিল মানুহজনৰ মাতটোও গম্ভীৰ, গলগলীয়া।

মই লৰালৰিকৈ সৰু নমস্কাৰ এটা দি কবলৈ ধৰিলোঁ, "মোৰ নাম অজয় চলিহা। নতুনকৈ ইয়ালৈ বদলি হৈ আহিছোঁ। আপোনালোকৰ ঘৰ এটা ভাড়ালৈ দিবলগীয়া হৈ আছে বুলি শুনিছোঁ। খবৰ কৰিবলৈ আহিলোঁ।"

"বাৰু বহক মই আহিছোঁ"—এই বুলি মানুহজন লাহেকৈ ঘূৰি ভিতৰ সোমাই গ'ল।

মানুহজন হ'ল নিবাৰণ বৰুৱা। অনুমানতে ধৰি লৈছিলোঁ কাৰণ ঘৰৰ খবৰ কৰোঁতে মানুহবোৰে মোক জনাইছিল যে বিধৱা বায়েক আৰু অবিবাহিত ভায়েকেই মালিক। দুয়ো ভাড়াঘৰটোৰ ওচৰতে নিজৰ ঘৰত থাকে।

আৰু বহুত কথাই মানুহে কৈছে যিবোৰ এই বিষয়ত মুঠেই উৎসাহ-জনক নহয়। যেনে, বিধৱা বায়েক মনোৰমা বোলে পাগলী আৰু ভায়েক নিবাৰণ দুৰ্ঘোৰ মদপী। মনোৰমা দুৱৰাণীয়ে কাক কেতিয়া কি কয় বা কি ব্যৱহাৰ কৰে একো কব নোৱাৰি। নিবাৰণ বৰুৱাৰ স্বাভাৱিক অৱস্থা হৈছে মদ-খাই থকা অৱস্থাহে—আন সময়ত মানুহৰ লগত তেওঁ কথা নাপাতেই, নাইবা পাতিলেও সাধাৰণতে কাজিয়াহে কৰে ; ভালকৈ কাচিৎহে

ব্যৱহাৰ কৰে।

সেই কাচিৎ ব্যৱহাৰহে বোধহয় মই পাইছোঁ।

মানুহে আৰু কৈছিল, ঘৰৰ মালিক দুজনৰ এনে আচৰণৰ কাৰণেই তেওঁলোকৰ ঘৰটো মানুহে সাধাৰণতে নলয়। ল'লেও সোনকালে এৰি যায়। এই বিলাক সত্ত্বেও ঘৰটো চাবলৈ মই গৈছিলোঁ। কাৰণ এই এমাহে মই ঘৰ এটা বিচাৰি বলিয়া হৈ গৈছোঁ। ডাকবঙলাত বিছনা এখন লৈ আছোঁ; পা-পৰিয়াল শহুৰৰ ঘৰৰ পৰা আনিব পৰা নাই। ভাবিছোঁ কোনোমতে মূৰটোকে গুজি লওঁ; তাৰ পাচত লাগিলে আন ঘৰ বিচাৰিম।

কোঠাটোত দৈন্যতকৈ অযত্নৰ চিন বেচিকৈ ফুটি উঠিছিল। দামী আচবাব-বোৰ লেতেৰা আৰু ধূলিময়—ক'ৰবাত আৱৰণ ফালি স্প্ৰিঙে দাঁত নিকটাইছে। মেজঢকা কাপোৰবোৰ কিজানি কেবাবছৰো ধোৱা নাই। সৰু ধাতৱ ফুলকটা ফুলদানি এটাত কিবা ফুলৰ ঠাৰি দুডাল কিমান দিন শুকাই আছে গৱেষণাৰ বিষয়। এখন বেৰত ডাঙৰীয়া ডাঙৰীয়া লগা বুঢ়া এজনৰ, বোধকৰোঁ এওঁলোকৰ দেউতাকৰ, এনলাৰ্জ কৰা ছবি এখন ধূলি আৰু মকৰাজালে ছাটি ধৰিছে; এচুকে যীচুখৃষ্টৰ ৰঙীন ছবি এখনো তেনে অৱস্থাতে কেৰেচীয়া হৈ ওলমি আছে।

ক্ষয়িষ্ণুতাৰ দুৰ্বিসহ গোমোথা বতাহ একোঠালি তাত বন্ধ হৈ থকা যেন লাগিল।

"সেয়া আমাৰ দেউতা।"

গলগলীয়া মাতটোত মই উচাপ খাই চাই থকা ডাঙৰীয়া-ডাঙৰীয়া লগা ছবিখনৰ পৰা চকু আঁতৰাই চাই দেখোঁ নিবাৰণ বৰুৱা ভিতৰ পিনৰ দুৱাৰ মুখত থিয় হৈ আছে। এইবাৰ তেওঁ মলিয়ন হাতকটা গেঞ্জি আৰু মলিয়ন আচঁ-আচঁ শ্লিপিং পায়জামা পিন্ধি আহিছে। মূৰটো বেকব্ৰাছ কৰা। হাতত একোছা চাবি।

"বলক" বুলি তেওঁ আগুৱাই ওলাই আহিল। মই তেওঁৰ পিচ লৈ এনেয়ে সুধিলোঁ, "তেখেতে কি কৰিছিল, আপোনাৰ দেউতাকে?"

"দুহাতে পাৰেমানে আৰ্জিছিল আৰু দুহাতে পাৰেমানে দান কৰি ডাঙৰ মানুহ বোলাব খুজিছিল।" কোনিও নেচোৱাকৈ আৰু নিতান্ত অৱলীলাক্ৰমে কৰা এই মন্তব্যত মই মাত্ৰ "অ'!" বুলি শলাগণি এবাৰ দি নীৰৱ হৈ গ'লোঁ। মোৰ চকুত ডাঙৰীয়া-ডাঙৰীয়া লগা দেউতাকৰ প্ৰতি পুতেকৰ কোনো শ্ৰদ্ধাই

নাই।

সৰু চোতালখন পাৰ হৈয়ে বাওঁফালে ইটো ঘৰ। সৰু তিনি কোঠালীয়া ঘৰ। নিবাৰণে প্ৰকাণ্ড তলাটো খুলি সোমাই গৈ খিৰিকিবোৰ মেলি দিয়াত ঘৰটো ইটোতকৈয়ো পুৰণি যেনেই লাগিল। বৰ ভাল নহয়, কিন্তু এটা পৰিয়াল থাকিব পৰা প্ৰায় সকলো সুবিধাই আছে, বিশেষকৈ লাইট আৰু পানীৰ ব্যৱস্থা আছে। ঘৰটো ভাঙি পেলাই নতুনকৈ সাজিবৰ সময় পাৰ হৈ গৈছে। মজিয়া কেবা ঠাইতো ভাগি চুণ-চুৰ্কি ওলাইছে, বেৰত ফাট মেলিছে, কাঠবোৰ উঁয়ে খাই ফোপোলা কৰিছে, দুৱাৰখিৰিকিৰ হুকবোৰ ভালদৰে নালাগে।

কোঠাবোৰ দেখুৱাই দেখুৱাই নিবাৰণে ক'লে, "হাই গৱৰ্মেণ্ট অফিচাৰৰ কাৰণে উপযুক্ত ঘৰ এইটো নহয়। তথাপি ঘৰ নাপালে আপুনি ইয়াতে অন্ততঃ কিছুদিনলৈ থাকিব পাৰিব।"

যেন মোৰ মনৰ ভাৱ তেওঁ বুজিবহে পাৰিছিল। হাই গৱৰ্মেণ্ট অফিচাৰ বুলি কৈ মোক প্ৰকাৰান্তৰে ঠাট্টা কৰিলে নেকি, ভাবিবলৈ ধৰিলোঁ। গতিকে মৃদুভাৱেই প্ৰতিবাদ কৰিলোঁ, "ল'ৰা-ছোৱালী লৈ থাকিমতো, সেই কাৰণে সুবিধা-অসুবিধা চাই লবলগীয়া হৈছে। নহ'লে মইতো অকলে ডাকবঙলাতে পৰি আছোঁ।"

নিবাৰণে একো নামাতিলে।

আমি তাৰ পৰা আকৌ তেওঁলোকৰ ঘৰলৈ আহিলোঁ। মোক বহিবলৈ কৈ তেওঁ ভিতৰ সোমাই গ'ল। মই গুণা-গথা কৰিবলৈ ধৰিলোঁ স্বয়ংসম্পূৰ্ণ ঘৰটো লম নে নলম। ঘৰটো অপছন্দ হোৱা নাছিল, কিন্তু সঁচা কথা ক'বলৈ হ'লে অসামাজিক মালিকদ্বয়ৰ কাৰণে মোৰ অলপ দ্বিধাবোধ হৈছিল। বিশেষকৈ যাকেই পাইছোঁ সেয়ে এওঁলোকৰ বিৰুদ্ধে কোৱা কাৰণে।

নিবাৰণ আহি চোফা এখনত বহিল।

মই সুধিলোঁ, "ঘৰটোৰ ভাড়া কিমান কৰিছে বাবু?"

"অলপ ৰ'ব" বুলি তেওঁ ভিতৰৰ পিনে চাই চিঞৰিলে,

"বাইদেউ, কি কৰিছ?"

প্ৰায় লগে লগেই দুহাতেৰে ট্ৰে এখন লৈ শকত-আৱত, নিয়মীয়া ওখ, তেজাল, ধুনীয়া মহিলা এগৰাকী সোমাই আহিল। বুজিলো এওঁৱেই মনোৰমা। পুষ্ট ওঁঠ দুটাত মিচিকীয়া হাঁহিৰ বোল। চেণ্ট্ৰেল টেবুল

এখনত ট্ৰেখন লাহেকৈ থৈ ডালিমগুটীয়া দাঁত দুপাৰি উলিয়াই মোক নমস্কাৰ কৰি ক'লে, "চাহ এক্ৰোপ খাওক।"

ময়ো থিয় হৈ প্ৰতি-নমস্কাৰ কৰি ক'লো, "মই চাহ খায়েই আহিছিলোঁ। মোৰ কাৰণে নহ'লেও হ'লহেঁতেন।"

কিন্তু মোৰ কথালৈ কৰ্ণপাত নকৰি মনোৰমাই চাহ বাকিবলৈ ধৰিলে। নিবাৰণে সিজোৰা কণী আৰু টোষ্টেৰে চাহ খাবলৈ ধৰিলে। ময়ো শুদা চাহ একাপ ললোঁ। আমাৰ মাজত কথা ওলাবলৈ ধৰিলে। মই স্বাস্থ্যৱতী বিধবা পাগলী মনোৰমাক লক্ষ্য কৰিবলৈ ধৰিলোঁ। ভাড়া ঘৰৰ কথাই স্বাভাৱিকতে ওলাল।

নিবাৰণে ক'লে, "এখেতে ভাড়াৰ কথা সুধিছোঁ। তয়েই ক।"

মনোৰমাই অস্বাভাৱিকভাৱে খেক্‌খেক্‌কৈ হাঁহি হাঁহি ক'লে, "কিমান হ'ব আৰু, এক হাজাৰ মান দিব।" আকৌ হাঁহি। ভয়ে ভয়ে ময়ো হাঁহিবলৈ চেষ্টা কৰিলোঁ।

নিবাৰণে ভেকাহি মাৰি ক'লে, "ভালকৈ নকব কেলৈ?" মনোৰমাই এইবাৰ মৃদুভাৱে হাঁহি ক'লে, "তেনেহ'লে ৩৫ টকাকৈ দিব।"

নিবাৰণ গৰজি উঠিল, "তই পাগলী হৈছ নেকি? তিনিটা ৰুমৰ সুন্দৰ ঘৰ এটা আজি-কালি ৩৫ টকাত পায় নেকি? তই এতিয়াও এইট্টিন চেঞ্চুৰীতে আছ।"

মই লাহেকৈ ক'লোঁ, "তেখেতে কিজানি মোক চিৰিয়াচলী লোৱা নাই। গতিকে আপুনিয়েই কওক।" মনতে ভাবিলোঁ, ওঠৰ শতিকাটো কিজানি ভালেই আছিল ঃ তেতিয়া এই ঘৰৰ ভাড়া ৩৫ টকাই আছিল।

নিবাৰণে চাহকাপ শেষ কৰাৰ অজুহাতত চিন্তা কৰিবলৈ ধৰিলে। তাৰ পাচত কাপটো থৈ বায়েকলৈ চাই ক'লে, "তেন্তে ময়েই কওঁ?"

ট্ৰেখনকে লিৰিকি-বিদাৰি থকা মনোৰমাই ক'লে, "ক ক, তই ল'ৰা, সম্পত্তিতো তোৰেই। মই তোৰ আশ্ৰিতাহে।"

নিবাৰণ আকৌ গৰজি উঠিল, "বাইদেউ তই বাৰে বাৰে একেটা কথাকে কৈ নাথাকিবি দেই, মই তোক কৈ থকা নাইনে যে সম্পত্তিৰ নামত খিসোপা জাবৰ দেউতাই থৈ গৈছে তাত তোৰো সমান অধিকাৰ আছে? বৰুৱাই উইলতো তাকেই লিখি থৈ গৈছে।"

মনোৰমাই হাঁহিবলৈ ধৰিলে। মই প্ৰমাদ গণিলোঁ, এতিয়া আকৌ খণ্ড

যদুহ এখনৰ সাক্ষী হ'বলগীয়া নহ'লেই হয়। নিবাৰণে নিজকে সংযত কৰি লৈ মোৰ ফালে চাই ক'লে, "শুনক, আপুনি ১৫০ টকাকৈ দিব।"

মই অলপ টান পোৱাৰ ভাও জুৰি মনে মনে থাকিলোঁ। ডেৰ-শ টকাৰ কমত আজিকালি যে এটা পৰিয়াল থাকিব পৰা অকলশৰীয়া ঘৰ পোৱা টান সেইটো অস্বীকাৰ কৰিব নোৱাৰি। তথাপি নিৰ্দিষ্ট দৰমহা পোৱা মানুহে ডেৰশতকৈ কম ভাড়া দিবলৈ চেষ্টা কৰিবই। গতিকেই অলপ ইতস্ততঃ কৰা যেন দেখুৱাই মই ক'লোঁ, "ঘৰটো মোৰ কাৰণে ভালেই হ'ব। সকলো সুবিধা আছে। মোৰ অফিচলৈ আৰু ল'ৰা-ছোৱালীৰ স্কুললৈও ওচৰ। কিন্তু জানেইতো আমি সামান্য চাকৰিয়াল, পুহিব লাগে বহুত মানুহ। সেইবাবে ভাড়াটো অলপ বেচি পাইছোঁ।"

খণ্ডত কোৱাৰ দৰে নিবাৰণে ক'লে, "বাৰু আপুনি ১৪০ দিব।"

মই উঠিলোঁ। নগৰে নগৰে খুন্দ খাই ফুৰা ভাড়াতীয়া হিচাপে লাভ কৰা অভিজ্ঞতাৰে সহজে ধৰা নিদি কলোঁ, "ভাল বাৰু ১৪০ত মই সন্মত। তথাপি আজি ৰাতিকৈ আহি মই ফাইনেল খবৰ দি যামহি।"

মনোৰমাই হঠাৎ ঢেকঢেকাই হাঁহিবলৈ ধৰিলে। মই বৰ অপ্ৰস্তুত হৈ গলোঁ। তেওঁ গা-ভাঙি হাঁহিয়েই ক'লে, "কোনে লব সেইটো ঘৰ? কোনেও নলয় কোনেও নলয়! এইটিন চেণ্ডুৰীৰ পুৰণি ঘৰটোত কোন থাকিব? এনেয়ে পৰি থাকেনে?"

নিবাৰণে ধমক লগাই দিলে, "যা যা পাগলী, বকি থাকিব নেলাগে। যি কৰোঁ মই কৰিম।"

যেখন লৈ মনোৰমাই হাঁহি হাঁহিয়েই ভিতৰলৈ লৰ মাৰিলে। কাপ-প্লেট-বোৰ কথমপিহে নপৰিল।

নিবাৰণে ক'লে, "আপুনি ৰাতি আহিব নেলাগে। আমাৰ ঘৰলৈ সাধাৰণতে ৰাতি মানুহ নাহে। কাৰণ মোক ৰাতি লগ পোৱা টান। তাতকৈ আপুনি কাইলৈ এই সময়তে আহিব বা খবৰ পঠাব। আপোনাৰ নামটো কি?"

মই কলোঁ, অজয় চলিহা। তাৰ পিচত মই তাৰ পৰা ওলাই আহিলোঁ।

বাটে বাটে অভিজ্ঞতাখিনি জুকিয়াই চালোঁ। মানুহবিলাকে অলপ বেচি কয় যেন লাগিল। কাৰণ নিবাৰণ বৰুৱা বা মনোৰমাক বিশেষ অস্বাভাৱিক যেন নালাগিল। প্ৰথমতে উন্মত্ত হৈ পৰাটো ব্যতিক্ৰম বুলি ধৰিছোঁ কাৰণ

পাচত এবাৰলৈকো তেওঁ মোৰ প্ৰতি অসৌজন্য দেখুৱা নাই। টাৰেলশন খহি পৰোঁতেও তেওঁ তাক ইমান সহজ ভাৱে লৈছিল যে তাত লাজ পাবলগীয়া কিবা আছিল যেনেই নালাগে ; তেওঁ হয়তো মোৰ মদাহী ; কিন্তু তাৰ একো চিন এই সময়ত দেখুওৱা নাই। বৰং বেছ ভদ্ৰভাৱেই মোৰ লগত কথা পাতিছে।

মনোৰমা পাগলী, সন্দেহ নাই। লাগ-বান্ধ নোহোৱা কথাতে চিন। কাৰণত-অকাৰণত হাঁহি থকাটোও স্বাভাৱিক নহয়। কিন্তু তেওঁৰ চঞ্চলতাতো বিশেষ উগ্ৰতা মই নেদেখিলোঁ, যিহৰ পৰা মোৰ আৰু মোৰ পৰিয়ালৰ কিবা অপকাৰ হ'ব পাৰে। কিবা কাৰণত মানসিক ভাৰসাম্য হয়তো হেৰুৱাইছে, কিন্তু সমাজৰ পক্ষে মনোৰমা এটা আতংক হৈ উঠা নাই। আনহাতে লাগ-বান্ধ নোহোৱা কথাবোৰো একেবাৰে অৰ্থ নোহোৱা নহয় : ঘৰটো যে আওপুৰণি আৰু সেইটো আজি বাসোপযোগী হৈ থকা নাই, এই কথাটো একেবাৰে মিছা নহয়। সেই কথা ব্যৱসায়ী দৃষ্টিকোণৰ পৰা নিবাৰণে লুকুৱাই ৰাখিলেও মনোৰমাই বলিয়ালিৰ মাজেৰেই সত্যৰূপে ফুটাই তুলিছে। মোক ফান্দত পেলাবলৈ ভদ্ৰতাৰ আঁৰপটৰ পৰা নিবাৰণে চেষ্টা কৰি গ'লেও, ভাড়াৰ নিৰিখৰ কথা নিতান্ত পাতলকৈ কৈ মনোৰমাই যেন মোৰ গোপন ঐকান্তিকতাহীনতাকে উদঙাই দিলে।

দিনটোৰ ভিতৰত যিমান পাৰিলোঁ পৰিয়ালটোৰ বিষয়ে খবৰ সংগ্ৰহ কৰিলোঁ। ডাঙৰীয়া-ডাঙৰীয়া লগা দেউতাক বিনন্দেশ্বৰ বৰুৱা প্ৰাচীন পন্থী কিন্তু অতিশয় উদাৰ লোক আছিল। প্ৰথম বৃটিছ আমোলৰ এজন মাটি হাকিম হিচাবে তেখেতৰ বিশেষ প্ৰতিপত্তি অসমীয়া সমাজত আছিল। তেখেতে দাৰ গ্ৰহণ কৰিছিল দুবাৰ ; অৱশ্যে প্ৰথম পক্ষৰ কোনো সন্তান হোৱা নেদেখিহে তেখেতে দ্বিতীয় দাৰ গ্ৰহণ কৰিছিল আৰু নিবাৰণ-মনোৰমা তেখেতৰ শেষ বয়সত হোৱা সন্তানহে। বিনন্দেশ্বৰ বৰুৱা আৰু পত্নী দুগৰাকীৰ মৃত্যু ল'ৰা-ছোৱালী হালৰ নিচেই কম বয়সতে হৈছিল। শুনা যায়, তত্ত্বাৱধায়ক সকলে ল'ৰা-ছোৱালী দুটাক বঞ্চিত কৰি সম্পত্তি আত্মসাৎ কৰিব খুজিছিল আৰু সেই কাৰণে তেওঁলোকৰ জীৱন কুমলীয়াতে নষ্ট হবলৈ বাট মুকলি কৰি দিছিল। তাৰ ফলত বাহিৰত পঢ়োৱা-শুনোৱাৰ সুবিধা কৰি দেখুৱায়ো তেওঁলোকে মনোৰমাক অপেক্ষাকৃতভাৱে কম বয়সতে এজন বয়সস্থ বিপত্নীকলৈ বিয়া দিছিল, যাৰ ফলত তেওঁ অকালতে বিধৱা হ'ব লগাত পৰিল। নিবাৰণেও

কলেজত পঢ়ি থাকোঁতেই মদ খাবলৈ শিকিলে আৰু এবাৰ আত্মীয়-স্বজনৰ আত্তঃশুদ্ধি বুজিব পাৰি মাৰ-পিট কৰি নিজেই নিজৰ ভাব ললে আৰু ইতিমধ্যে বলিয়া হৰ ধৰা বায়েককো লগলৈ আনি ললে।

বিনন্দেশ্বৰ বৰুৱাই নিজৰ জীৱনটো আৰু ঘৰখন বৰ সাত্ত্বিকভাৱে পৰি-চালনা কৰিছিল। লগা-ভগা হওক-নহওক, গাওঁ-ভূঁইৰ পৰা অসংখ্য মানুহ অহৰহ তেখেতৰ ঘৰলৈ আহিছিল। চৰকাৰীভাৱে হওক, ব্যক্তিগতভাৱে হওক, সকলো শৰণাৰ্থীকে তেখেতে সকলো প্ৰকাৰে সহায় কৰিছিল। কোনো মানুহ বিপদত পৰিছে বুলি প্ৰত্যয় গ'লে তেখেতে অন্তৰৰ লগতে বাকচ খুলি উজাৰ কৰি উদ্ধাৰো কৰিছিল। পুণ্য কৰ্মত দান বৰঙণি দিবলৈকো কেতিয়াও পিচ নপৰিছিল। সেইবাবে ধন প্ৰচুৰ পৰিমাণে আৰ্জিছিল যদিও প্ৰচুৰ পৰিমাণে ব্যয়ো কৰিছিল। সেয়ে যেনিবা পুতেকে কবৰ দৰে ডাঙৰ বোলাবলৈ হয় নে নহয় কোৱা টান। যিবিলাক মানুহে বিনন্দেশ্বৰ বৰুৱাক সোঁৱৰে সেইবিলাকে ভক্তিসহকাৰেই সোঁৱৰে, সমালোচনা নকৰে। কিন্তু খুব সম্ভৱ তেখেতে ল'ৰা-ছোৱালীক নিজৰ আদৰ্শ অনুযায়ী লালন-পালন কৰিবলৈ সময় নাপালে। কাৰণ নিবাৰণ আৰু মনোৰমাৰ মাজত প্ৰাচীন, প্ৰতিপত্তিশীল, সাত্ত্বিক দেউতাকৰ কোনো চিন নাই। নিবাৰণ নিষ্কৰ্মা উগ্ৰ মদাহী বুলি আৰু মনোৰমা পাগলী বুলি ওচৰ-চুবুৰীয়া সকলো মানুহে তেওঁলোকৰ সংসৰ্গ ত্যাগ কৰিলে।

যি হওক, গধূলিৰ ভিতৰতে তেওঁলোকৰ ঘৰটো ল'বলৈ মই স্থিৰ কৰি পেলালোঁ। কাৰণ আন যি দুই এটা ঘৰৰ সন্ধান মোক দিয়া হৈছিল সেই কিটাৰ কঁৰবাত কিহবাৰ বেয়া অসুবিধা আৰু কোনোটো ঘৰ পোৱাৰে অনিশ্চয়তা। আনহাতে পহিলা তাৰিখ আহিলেই। আন কোনোবাই এইটো ঘৰো লৈ পেলালে পৰালি পৰিব। পৰিয়ালটোক আৰু লাজ-মান কাটি কৰি থৈ কিমান দিন শহুৰৰ ঘৰত থম?

গতিকে পিচদিনা ৰাতিপুৱা গৈ নিৱাৰণ বৰুৱাক ঘৰটো লম বুলি ক'লো আৰু পাৰিলে সেই দিনাই অলপ সৰাই-মচাই থবলৈ ক'লোঁ; কাৰণ তাৰ পিচদিনা দেওবাৰে হয়তো মই বিছনা-পত্ৰ লৈ সোমামগৈয়ে। ঘৰৰ চাবি এটা মোক দিয়া হ'ল। আবেলি বিমানন্দৰ পৰা বায় বেতৰ চকি-মেজ কেইখনমান, পৰ্দাৰ কাপোৰ কেইগজমান আৰু অলপ বন্ধা-বঢ়াৰ সঁজুলি মোৰ ব্যক্তিগত পিয়ন সংৰামৰ সৈতে সংগ্ৰহ কৰি থলোঁ।

দেওবাৰে ৰাতিপুৱা সংৰামে মযে ঘোঁৰাগাড়ী এখনত বস্তু-বাহানি লৈ

নতুন ঘৰলৈ গ'লোঁ। ঘৰটো চাফ-চিকুণ কৰি থোৱা হৈছিল। তথাপি সংৰামে আকৌ এবাৰ মচি-কাচি ললে। মই জোখ-মাখ কৰি পৰ্দাকিখন ওচৰৰ দৰ্জি দোকান এখনত চিলোৱাই আনিলোঁ। সংৰামে বজাৰ-সমাৰ কৰি ভাতপানীৰ দিহা কৰিছিল। পৰ্দাবোৰ সুতলীৰে আঁৰি দি গা ধুবলৈ লৈ মই তাক ঘৰৰ মালিকৰ খবৰ সুধিলোঁ। ঘৰত বোলে কোনো নাই। নিবাৰণ বাতি ঘৰলৈ নাহিলেই; আইদেৱো বাতিপুৱাতে বিক্সাত উঠি কোনিবা ওলাই গৈছে। ঘৰত মাত্ৰ বান্ধনিটো আছে। সংৰামে মই কোৱাতকৈ বান্ধনিটোৰ পৰা অলপ বেচি খবৰ সংগ্ৰহ কৰিছে ঃ নিবাৰণ এইদৰে ঘৰলৈ নহাটো সাধাৰণ কথা; মনোৰমাও হঠাৎ কোনিবা ওলাই যোৱাটো সাধাৰণ কথা; আনকি এবাৰ মনোৰমা হেনো কেবা বছৰলৈ ক'ৰবাত আছিল গৈ; "মানুহে কয় কাৰোবাৰ লগত পলাই গৈছিল"; নিবাৰণে বিয়া কৰোৱা নাই, কিন্তু মদ খালেও তেওঁৰ আন কোনো "পাপ" আছে বুলি মানুহে কব নোৱাৰে; তেওঁৰ সমাজত কাৰো লগত কোনো ধৰণৰ সম্বন্ধ নাই; মানুহে তেওঁৰ লগত কথা কবলৈকো ভয় কৰে; বান্ধনিটো বহুদিনৰ মানুহ, সেইবাবে সি নিজৰ মতে নীৰৱে কাম কৰি যায়।

খাই বৈ উঠোঁতে বেলি লহিয়ালে। বাগৰ এটা মাৰি পৰিবাৰলৈ চিঠিকে এখন লিখি জনালোঁ যে ঘৰ এটা কোনোমতে পাইছোঁ, দুই তিনি দিনতে টেলিগ্ৰামেৰে জনাম তেওঁলোক কেতিয়া আহিব লাগিব, ইত্যাদি। গধূলি ফুৰিবলৈ এপাক ওলাই গলোঁ। দুপৰীয়াৰ পাচতে মনোৰমা ঘূৰি আহিছিল বুলি শুনিলোঁ। নিবাৰণ হ'লে অহা নাছিল।

ঘূৰি আহোঁতে ভালাখিনি পলম হ'ল। বন্ধু এজনে পাই জোৰ কৰি চিনেমা হল এটাত সুমুৱাই দিলেগৈ। কিন্তু দূৰৰ পৰা "নিজৰ ঘৰৰ" লাইট জ্বলি থকা দেখি মনটো ভাল লাগি আছিল। পিছে আগ ফালৰ কোঠাটোত সোমায়েই দেখিলোঁ নতুন বেতৰ চকি এখনত হাত সাৰটি থমথমকৈ বহি আছে নিবাৰণ বৰুৱা, আঙুলিৰ চেপাত চিগাৰেট এটা এনেয়ে জ্বলি গৈ আছিল।

মোক দেখি নিবাৰণ ঘপহকৈ উঠিল, যেনে সসম্ভ্ৰমে, থৰক-বৰক হাতেৰে অনভ্যস্ত ভঙ্গীৰে নমস্কাৰ এটা দি ক'লে, "মই বৰ দুখিত চলিহা ডাঙৰীয়া যে আপোনাক আমাৰ ঘৰত থাকিবলৈ মাতিও সময়মতে নিজে উপস্থিত থাকিব নোৱাৰিলোঁ।"

মই বৰ ব্যস্তভাৱে "বহক বহক, সেইটো কি কথা, বহক" বুলি তেওঁক

পুনৰ বহিবলৈ অনুৰোধ কৰিলোঁ। তেওঁ স্থিৰ হৈ বৰ পৰা নাছিল ; চকু দুটা ৰঙা ; ডাড়ি খুৰোৱা নাই। বুজিলোঁ যে কালি ৰাতিৰে পৰা অব্যাহত মদ্যপানৰ অব্যৱহিত পিচতেই নিবাৰণ বৰুৱা আহি মোৰ ঘৰত উপস্থিত। কিন্তু বুজি নাপালোঁ কিয়ই বা তেওঁ আহিল আৰু কিয়ই বা তেওঁৰ ইমান নম্র আৰু ভদ্র ব্যৱহাৰ।

দুয়ো বহিলোঁ। এইবাৰ চিগাৰেটত এটান মাৰি তেওঁ ক'লে, "ঘৰৰ গিৰীহঁত হিচাবে আপোনাৰ সুখ-শান্তিলৈ লক্ষ্য ৰখা আমাৰ কৰ্তব্য। মই ঘৰত নাছিলোঁ। বাইদেউৰ কথাতো জানেই। সেই বাবে আহি পায়েই মই ইয়ালৈ আহিছোঁ।"

লক্ষ্য কৰিলোঁ তেওঁৰ ভাষা বেছ সাধু আৰু মাৰ্জিত, কব পাৰি যে "ভাষা লগায়েই" তেওঁ কথা কৈছে। অথচ সেই ভাষা কষ্ট কৰি কোৱা যেন নালাগে, সহজ আৰু স্বাভাৱিক ভাৱেই তেওঁৰ মুখৰ পৰা কথাবোৰ ওলাইছে।

মই ক'লোঁ, "মোৰ একো অসুবিধা হোৱা নাই। বৰং পুৰা এমাহ টাকুৰী ঘূৰাদি ঘূৰি এটা ডাঙৰ আশ্রয় পোৱা যেনেহে লাগিছে। বিশেষকৈ চালপিৰা দুখন পাই বৰ ডাঙৰ উপকাৰ হ'ল। জানেইতো মই বিছনাখনৰ বাহিৰে মাত্র বাকচ এটা লৈহে আহিছো।"

চাৰমিনাৰৰ পেকেটটো মোৰ ফালে আগবঢ়াই দি তেওঁ ক'লে, "সেই দুখন পিচফালে বাৰাণ্ডাত এনেয়ে পৰি আছিল। এটা ৰুমত চকিমেজ কিছুমানো বন্ধ কৰি থোৱা আছে, মই কাইলৈ চাই দিম। বহুদিন উলিওৱা নাই।"

চিগাৰেটৰ পেকেটটো লিৰিকি-বিদাৰি আছিলোঁ যদিও মোৰ মনত হঠাৎ এটা সন্দেহ উপজিল ঃ ভাড়াতীয়াক ইমান আদৰ-সাদৰ কৰাৰ অন্তৰালত কিবা স্বাৰ্থ নাইতো ? মদ-চদ খাবলৈ পইচাকে খুজি দিয়ে নেকি ? অনুচিত যদিও কৈ পেলালোঁ, "আপোনালোকে যদি কয় তেন্তে মই কাইলৈ দৰমহা পায়েই এমাহৰ ভাড়া এড্ভান্স দিব পাৰোঁ।"

আপুনি দিলেও আমি নলওঁ।" নিবাৰণৰ উত্তৰটো ইমান জোৰাল আছিল যে মই চঁক্ খাই উঠিলোঁ। কিন্তু চকু হালিত খং নাছিল। মই বৰ লাজ পালোঁ। "অগ্রিমৰ কথা মই কেতিয়াও কোৱা নাই। বস্তুটো নোজোৱাকৈ জানো গ্রাহকে দাম দিয়ে ? আপুনি ঘৰটোত নো থাকোঁতেই ভাড়াটো দিব কিয় ? বাইদেৱে কেতিয়াবা নিজেই নজনাকৈ টকা খুজি নিব পাৰে—পৰাপক্ষত কেতিয়াও নিদিব, তাইৰ কথাতো আপুনি জানেই—অগত্যা এবাৰ নোৱাৰি

দিলেও লোক যেন জনাবলৈ নাপাহবে, নজনালে মই অত্যন্ত আঘাত পাম।"

মই থামিবলৈ ধৰিলোঁ। তেনেকৈ ভাবিলেও কৈ পেলোৱা মোৰ উচিত নাছিল।

"সংবাদ!" ডাওবকৈ চিক্ৰবকে মাৰি দিলোঁ। থিয় হৈ ক'লো, "ই চাগে আপোনাৰ খবৰকে লোৱা নাই। চাহ-তাহ এটোপা—"

"চাহ?" নিবাৰণ যেন ভীষণ আচৰিত হল: 'আপুনি কয় কি চলিহা ডাওৰীয়া? বহক বহক। মোৰ মুখত এতিয়া চাহৰ ৰুচি নালাগিব, মই বহু সময় ধৰি চাহতকৈ বহুত ওখ থাপৰ পানীয় গ্ৰহণ কৰি আছোঁ। চাহ মোৰ মনত এতিয়া সৰু ল'বাৰ বস্তু।"

এই বুলি কৈ তেওঁ নিজৰ ৰসিকতাত নিজেই ঢেকঢেকাই হাঁহিবলৈ ধৰিলে। ময়ো ভদ্ৰতাৰ খাতিৰত হাঁহিবলৈ চেষ্টা কৰিলোঁ। মই মদ নাখাওঁ; সেই বাবে মদ চাহতকৈ কিমান ওপৰৰ পানীয় মই ঠিক বুজিব নোৱাৰিলোঁ।

মই ক'লোঁ, "আপুনি মোৰ প্ৰথম আলহী, বৰুৱা। সেয়ে আপোনাক কিবা এটা দি সুধিব পৰা হ'লে মই কৃতাৰ্থ মানিলোহেঁতেন।" অনুভৱ কৰিলোঁ মই নিবাৰণৰ ভাষা-প্ৰয়োগৰ দ্বাৰা প্ৰভাৱান্বিত হৈছোঁ।

"নালাগে নালাগে, মোক সোধ-পোছ কৰিবলৈ আপুনি বহুত সুযোগ পাব। তাৰ কাৰণে চিন্তা নাই। চিগাৰেট এটা লগাওক।"

"মই চিগাৰেট নাখাওঁ।"

"কিয়?" নিবাৰণ আকৌ এবাৰ অবাক হ'ল: "কেন্সাৰ হ'ব বুলি নেকি?" আকৌ ঢেক্ ঢেক্ হাঁহি। "আপুনি হুইহুৱালে বুইছেনে? বিজ্ঞানে মানুহক সকলো পিনৰ পৰাই দুৰ্বল কৰি আনিছে। বেমাৰৰ ভয়ত খাবলৈ এৰিব লগা হ'লে দেখোন আহাৰিয়েই! বসুন্ধৰাখন দেখিছোঁ অযোগ্যৰহে ভোগ্য হৈ পৰিছে! ভোগ কৰাৰ ইমানবোৰ সুবিধা আজি-কালি ওলাইছে, অথচ ভোগ কৰিবৰ উপায় নাই! মদ নাখাবা—লিভাৰ বেয়া হ'ব। ভজা-পোৰা নাখাবা—পেটৰ অসুখ হ'ব। তেতিয়া হ'লে কব লাগিব—জীয়াই নাথাকিবা—বুঢ়া হৈ যাবা!

মই মাত্ৰ কলোঁ, "বেমাৰৰ কাৰণে নহয়, মোৰ এনেয়ে অভ্যাস নাই।"

নিবাৰণে নীৰৱে মুৰ দুপিয়ালে আৰু আন এটা চিগাৰেট খৰকৰকৈ লগাই লৈ হুপি যাবলৈ ধৰিলে। চিগাৰেটটো আধাআন শেষ কৰি তেওঁ ক'লে, "চলিহা ডাওৰীয়া, মই এটা লেতেৰা মদাহী হৈও বৰ ডাঙৰ ডাঙৰ কথা কৈছোঁ

সঁহৰ ?"

"চাওক, আপোনাৰ বিশেষণটো মই গ্ৰহণ নকৰো। তাৰ পিছতহে কম যে জীৱন সম্পৰ্কে সকলোৰে একোটা ধাৰণা থাকে। সেইটো ব্যক্তিগত স্বাধীনতা।"

নিবাৰণে ক'লে, "সকলোৰে থাকিব পাৰে, কিন্তু সকলোৰে ধাৰণাৰ মূল্য নাই। আমাৰ দেউতা এজন জনাজাত মানুহ আছিল। তেখেতৰ কথাৰ মূল্য মানুহে দিয়ে। আপুনি এজন চৰকাৰী বিষয়া; আপোনাৰ মতামতলৈ বহুতে মানুহে সন্মান দৰ্শাব। কিন্তু নিবাৰণ বৰুৱা বা মনোৰমা দুৱৰাৰ কথালৈতো কোনেও কৰ্ণপাত নকৰেই, সিহঁতৰ দুৱাৰলৈকে কোনো নাহে।"

মই ক'লোঁ, "আপুনি বৰ দুখত কথাবোৰ কৈছে যেন লাগিছে।"

নিবাৰণে বৰ অৰ্থপূৰ্ণভাৱে হাঁহিলে। "এই সংসাৰত দুখ নোহোৱা মানুহে কোনোবা আছেনে? আমাৰ দেউতা এজন সম্ভ্ৰান্ত, প্ৰতাপী, চহকী মানুহ আছিল। কিন্তু তেখেতৰ জানো দুখ নাছিল? শেষ বয়সলৈকে সম্পত্তি থাকিলে বা উত্তৰাধিকাৰী হবলৈ কোনো ল'ৰাছোৱালী হোৱা নাছিল। সমাজৰ সকলোৱে সন্মান কৰা মানুহ আছিল যদিও দেউতাই জানো সেই সন্মান এনেয়ে পাইছিল? দস্তুৰমতে কিনিব লগাত পৰিছিল। ধন নথকা হ'লে আৰু দুহাতে খৰচ নকৰা হ'লে তেখেতক কোনে মানিলিহেঁতেন?"

কথাবোৰ ক'ৰবালৈ পিছলি যোৱা যেন লাগে। কিন্তু কথাবোৰৰ যুক্তিও নোহোৱা নহয়। বিনন্দেশ্বৰ বৰুৱাৰ দুখ হয়তো আছিল, যি কথা কোনেও নাজানিলে। মই একো মন্তব্য নকৰিলোঁ। সংৰামে দুৱাৰমান পৰ্দাৰ আঁৰৰ পৰা ভুমুকি মাৰি গৈছিলহি। মই ইংগিতেৰে তাক গুলাই নাহিবলৈ নিৰ্দেশ দিছিলোঁ।

নিবাৰণেই আকৌ ক'লে, "মই কিন্তু মান-সন্মান বিচাৰি ফুৰা নাই। তাৰ কাৰণে মই একো কৰা নাই—কেৱল কাজিয়াহে কৰিছোঁ। আমাৰ দুটাক সৰুৰে পৰা মোমাইদেউহঁতে লালন পালন কৰিছিল। কিন্তু মোমাইদেউৰ চকু আছিল আমাৰ সম্পত্তিৰ ওপৰত। বাইদেউক বুঢ়া দৰালৈ কম বয়সতে বিয়া দিয়াৰ উদ্দেশ্য সেয়ে আছিল। মোকো সা-সম্পত্তিৰ কথা একো জানিবলৈ নিদি তলে তলে কাগজ-পত্ৰবোৰ নষ্ট কৰিব খুজিছিল। কিন্তু কথাই কথাই মই সকলো গম পালোঁ। পইচা খোজাত যেতিয়া ধমক দিবলৈ ধৰিলে, মদৰ কাৰণে পইচা দিব নোৱাৰো বুলি ক'লে, তেতিয়া সকলো সম্পত্তি লৈ মই আঁতৰি আহিব

খুজিলোঁ। মোমাইদেৱে নানান বুধি কৰি মোক বিৰত কৰিব খুজিছিল। মই ভীষণ গণ্ডগোল লগাই দিলোঁ। মাৰ খোৱাৰ ভয়ত তেওঁ সকলো গতাই দিলে। কিন্তু নগদ টকা এপইচাও নিদিলে। আমাৰ পঢ়া-শুনাত খৰচ হৈ গৈছে বুলি ক'লে। অথচ আমাৰ মাটিৰ ধানেৰেই অত বছৰ সংসাৰ চলিছিল।"

এনেতে বাহিৰৰ ফালে খোজৰ শব্দ শুনি আমি উভতি চালোঁ—হাঁহি হাঁহি সোমাই আহিছে মনোৰমা দুৰৈৰা। মই থিয় হৈ নমস্কাৰ জনাই ক'লোঁ, "আহক।" তেতিয়া ৰাতি চাৰে দহমান বাজিছিল।

নিবাৰণে সুধিলে, "তাই কিয় আহিলি ?"

বায়েকে চকি এখনত থপ্‌কৰে বহি ক'লে, "তোকে বিচাৰি আহিলোঁ। বোলো ইমান পৰেনো ঘৰলৈ অহা নাই কিয় ?"

মই অলপ পাতল সুৰত ক'লোঁ, "ভায়েকলৈ দেখিছোঁ আপনাৰ বৰ মৰম !"

মনোৰমাই খুক্‌খুক্‌কৈ হাঁহি মুখ দুপিয়াবলৈ ধৰিলে। ইমান ধুনীয়া আৰু স্বাস্থ্যৱতী মানুহজনী, বিকৃতমস্তিষ্ক বুলি ভাবিবলৈকে টান লাগে। জীয়াই থাকিও জীৱনৰ পৰা বঞ্চিতা ; এই অৱস্থা জীৱনৰ নিকৃষ্টতম ট্ৰেজেডী।

মোৰ লগত সুৰ মিলাই নিবাৰণে ক'লে, "এনে মৰম ! পাইছোঁ নহয় ! দুদিন-তিনি দিনলৈ নাহিলেও খবৰ নাৰাখে।"

ভায়েকৰ কথালৈ কাণ নিদি মনোৰমাই ঘপ কৰে উঠি ক'লে, "অ' আপুনিনো কেনেকৈ ঠিক-ঠাক কৰি লৈছে মই চাওঁদেই ? বন্ধা-বঢ়া হৈছেনে নাই।" এই বুলি কৈ মোৰ সমিধানলৈ বাট নাচাই তেওঁ ভিতৰলৈ সোমাই গ'লেই।

নিবাৰণৰ ওঁঠৰ ওপৰেদি মৃদু হাঁহি খেলি গ'ল। যেন তেওঁ বায়েকৰ আচৰণত এটা আমোদহে পাইছে। "ডাক্তৰে কয়, মনত ডাঙৰ আঘাত পায়েই বাইদেউৰ এনেকুৱা অৱস্থা হবলৈ পালে।" নিবাৰণে যেন ইমান দিনে আত্ম-জীৱনী শুনিবলৈ মানুহ এজন বিচাৰিহে আছিল। "নিচেই কম বয়সতে বুঢ়া দৰালৈ বিয়া দিয়াত তাইৰ সকলো আশা-আকাংক্ষাৰ মুৰত কুঠাৰাঘাত পৰিল। তাৰ উপৰিও হেনো শহুৰেকৰ ঘৰত তাইক ভীষণ অত্যাচাৰ কৰিছিল, কাৰণ গিৰীয়েকৰ বাহিৰে এই বিয়াত কোনেও সম্মতি

দিয়া নাছিল। গোৰটো-টকাটো খোৱা হেনো তাইৰ নিত্য-নৈমিত্তিক হৈছিল। সৰু ছোৱালী, কিমান চম্ভালিব? তথাপি কেবা বছৰো কটালে, এটা ল'ৰা হৈ মৰিল। তাৰ পাচত গিৰীয়েকটো মৰি থাকিল। তাইৰ ওপৰত উৎপাত অত্যাচাৰ বেচিহে হ'ল। শেষত তাই তাল ৰাখিব নোৱাৰিলে —মূৰ বেয়া হৈ গ'ল। ঠিক সেই সময়তে মই ঘৰ-বাৰী চম্জি লৈছিলোঁ। তাইক লৈ আহিলোঁ।"

মনোৰমাই বান্ধনি ঘৰত সংৰামক কিবাকিবি প্ৰশ্ন কৰা আমি শুনিবলৈ পালোঁ। আমি পৰস্পৰৰ চকুলৈ চালোঁ। যেন কিবা আলোচনাহে কৰিলোঁ আৰু এটা সিদ্ধান্ত কৰিলোঁ। দুয়ো প্ৰায় একেলগে উঠি ভিতৰৰ পিনে খোজ ললোঁ। মোৰ পিচে পিচে অহা নিবাৰণে ক'লে "বাইদেৱে অৱশ্যে একো গণ্ডগোল নকৰে। মাত্ৰ হুচ নাথাকে, ভুৰ্ভং নাথাকে, কেতিয়া কলৈ যায়গৈ ঠিক নাথাকে।"

পাকঘৰত সোমাই সংৰামৰ ওপৰত কিবা উৎপাত কৰিব বুলি যেন মই ভয়হে খাইছিলোঁ আৰু সেই বাবেই নিবাৰণে সেইদৰেই যেন কৈফিয়ৎ দিলে।

আমি পাকঘৰৰ দুৱাৰ মুখত থিয় দিলোঁগৈ। সংৰাম একাষে কুচি-মুচি থিয় হৈ আছে। মনোৰমাই সৰু ছোৱালী এজনীৰ দৰে পাকঘৰৰ সামান্য আয়োজনতে পিটপিটাই ফুৰিছে। আমাক দেখি তেওঁ ক'লে, "এওঁ বহুত কিবা-কিবি ৰান্ধিছে—বাত্ৰিচ ব্যঞ্জন। (ভায়েকক) আমিও ইয়াতে খাই যাওঁ আহ!" সংৰামে লাজকুৰীয়াভাৱে হাঁহিবলৈ ধৰিলে। মনোৰমাই মোৰ ফালে চাই কবলৈ ধৰিলে, "অজয়-অজয়"—উপাধিটো পাহৰিলে। নিবাৰণে সোঁৱৰাই দিলে, "চলিহা।" মই তৎক্ষণাৎ কলোঁ, "অজয়েই যথেষ্ট, অকল অজয় বুলিলেই হ'ব।"

মনোৰমাই ক'লে, "বাৰু যি হওক। এদিন কিন্তু আমাক এসাজ খুৱাব লাগিব দেই সংৰাম? আজি বাৰু তোমালোকৰ ভাগৰ কাঢ়ি নাখাওঁ।"

মই সংৰামক কৃত্ৰিম ধমক দিলোঁ, "নকৰ কেলৈ ৰান্ধিলে এতিয়াই হৈ যাব?" সি কিংকৰ্তব্যবিমূঢ় হ'ল।

নিবাৰণে ক'লে, "বাৰু আজিলৈ নালাগে। দিন বহুত আছে। বাইদেউ আহ যাওঁ।"

আমি খাই ঘৰলৈ আহিলোঁ। মনোৰমা আগুৱাই গৈ মোৰ শোৱা কোঠাত

সোমাল। তেওঁলোকৰে চালপিৰা এখনত বিছনাখন পাৰি থৈছো—ইখন চালপিৰা আন এটা কোঠাত সংৰামে লৈছে। সংৰামে চাপৰকৈ আঠুৱাখনো তাঁৰি থৈছে। ছুটকেছটো বিছনাৰ তলত থৈছে। আৰু একো নাই।

মনোৰমা বিছনাতে বহিল। আমি চাই থাকিলো। মই ক'লো, "চালপিৰা দুখন আপোনালোকে অনুগ্ৰহ কৰি নিদিয়া হ'লে আজি মাটিত শুব লগা হ'লহেঁতেন।"

আঠ তুলিখন হাতেৰে ছুই চাই মনোৰমাই ক'লে, "বৰ কোমল বিছনাখন! কিন্তু এইখনতে জানো গোটেই পৰিয়ালটোক শুবলৈ জুৰিব ?"

এই বুলি দেখোন তেওঁ দীঘল দি মোৰ বিছনাৰ ওপৰত শুয়েই পৰিল!

নিৰ্বাৰণে অলপ গম্ভীৰ সুৰত ক'লে, "বাইদেউ; তই অলপ বেছি কৰিছ। কি কৈছিলো মনত নাই ? বেচি দিগদাৰ কৰিলে—"

ভায়েকৰ মুখৰ কথা কাঢ়ি লৈ শোৱাৰ পৰা উঠি মনোৰমাই ক'লে, "বেচি দিগদাৰ কৰিলে তেজপুৰলৈ পঠিয়াবি বুলি কৈছিলিতো ? আকৌ তয়েই চোন কৈছিলি যে আজিকালি পগলা ফাটেকটো বহলাই গোটেই আসামখনকে আগুৰি পেলাব খুজিছে ? তেতিয়া হ'লে তাত থকা ইয়াত থকা একেই কথা নহব ?"

নিবাৰণৰ মুখত হাঁহি খেলাই গ'ল। মনোৰমায়ো খিল্‌খিলাই হাঁহিবলৈ ধৰিলে। ময়ো যোগ দিলোঁ।

তাৰ পাচত তেওঁলোক ঘৰলৈ যাবৰ কাৰণে ওলাই আহিল। মোৰ পৰা বাহিৰৰ দুৱাৰত বিদায় ললে। কিন্তু দুৰত ছয়ামৱাকৈ দেখি তেওঁলোকৰ কাম কৰা মানুহটোক নিবাৰণে চিঞৰি মাতিলে, "শুকুৰা নেকি অ'? এই পিনে আহ।" সংৰামকো মাতিলে। দুয়ো আহিলত ক'লে, "শুকুৰা, কাইলৈ আমাৰ সেই পিচফালৰ কোঠাটোত বন্ধ কৰি থোৱা চকি-মেজ যি পাৰ উলিয়াই এওঁক সংৰামক দিবি। সংৰাম, তুমি ইয়াৰ লগত ধৰা-ধৰি কৰি সেইবোৰ ইয়ালৈ লৈ আহিবা।"

দুয়ো মোক নমস্কাৰ কৰি খোজ ললে। শুকুৰায়ো লাহে লাহে পিচ ললে। মনোৰমাই লাহেকৈ দুখন হাতেৰে ভায়েকৰ এটা কান্ধত ধৰি মুৰটো পেলাই দিলে, নিবাৰণে থৰক-বৰক খোজেৰেই বায়েকক এহাতেৰে সাৱটি ধৰিলে। আমি অবাক হৈ তেওঁলোক ঘৰৰ ভিতৰত নোহোৱা হৈ নোযোৱালৈকে চাই থাকিলো। তাৰ পাচত মই সংৰামৰ চকুলৈ চালো ; সিও মোৰ ফালৈ চালে।

কোনেও একো নকলোঁ। প্ৰায় একেলগে দুয়োৰে দুটা হুমুনিয়াহ ওলাই আহিল।

ভাত খাবৰ সময়ত মই সংবামক উৎসাহ দি ক'লোঁ যে মনোৰমাক ভয় কৰিবৰ কোনো কাৰণ নাই। তেওঁ একো অপকাৰ নকৰে। যদি কেতিয়াবা আহি ওলায় তেন্তে ভালকৈ মাতবোল কৰিব লাগে; কিবা বস্তু খুজিলে দি দিব লাগে।

সংবামে মাত্ৰ ক'লে, "দেখিলে বৰ বেয়া লাগে!" মই খাবলৈ এৰি তাৰ ফালে চাই থাকিলোঁ।

মাজনিশা বিছনাত পৰি নিবাৰণহঁতৰ কথাই ভাবিবলৈ ধৰিলোঁ। এতিয়ালৈকেতো ভয়ৰ বা চিন্তাৰ কোনো কাৰণ দেখা নাই। পাচত কি হয় ক'ব পৰা নাই, বৰং তেওঁলোকৰ কথাবোৰ বৰ যুক্তিসঙ্গত আৰু ভদ্ৰজনোচিত যেনেই লাগিছে। নিবাৰণৰ মদৰ জালত কোৱা কথাখিনি বৰ বিবেচক মানুহৰ কথা যেনহে লাগিল। হয়, মদ খাই থকা অৱস্থাটোহে তেওঁৰ সুস্থ অৱস্থা। ৰাতিৰ বেলাতো মোক তেওঁৰ ওচৰলৈ নাযাবলৈকে কৈ থৈছে।

বিকৃতমস্তিষ্ক মনোৰমাই ক'লে বোলে পগলা ফাটেকৰ পৰিধিটো গোটেই অসম জুৰি বহলাই নিব খুজিছে! এইটো ধেমালি নে সাংঘাতিক সঁচা কথা! কিছুমান স্বাৰ্থপৰ মানুহৰ নিষ্ঠুৰতাৰে বলি মনোৰমা। অকালতে মৰহি যোৱা এপাহি ফুল—কীটে দংশন কৰা কোমল ফুল। পাগল কোন? মনোৰমা নে তেওঁক পাগল কৰা মানুহবোৰ? মোমায়েক গিৰীয়েকৰ নিচিনা মানুহেৰেই ভৰা পৃথিৱীখন; তেনেস্থলত মানসিক চিকিৎসালয়ৰ পৰিধি অকল অসম কিয় গোটেই জগৎ খনলৈকে বিয়পাই দিয়াহে যুগুত। হুচ বা জ্ঞান নথকা মনোৰমাই আজি নিষ্ঠুৰতা আৰু স্বাৰ্থপৰতা নাজানে। হুচ বা জ্ঞান থকা মানুহে সেই দুটাৰ বাহিৰে একোকে নাজানে।

নিবাৰণেও মদৰ সহায়ত সেইখন বহিঃবিশ্বৰ পৰা নিজক বিচ্ছিন্ন কৰি ৰাখিছে। স্বাৰ্থপৰতাৰ বলি হ'ব খুজিও নিজকে চম্ভালি লৈ তেওঁ তাৰ বিৰুদ্ধে বিদ্ৰোহ কৰি জয়ী হ'ল। সেইখন জগতলৈ তেওঁ আৰু উভতি যোৱা নাই। মিছা মান-সম্মানলৈ তেওঁৰ লোভ নাই। বৰং প্ৰৱঞ্চনা কৰা মুখা পিন্ধা সমাজখনক ঘৃণা কৰাটোহে তেওঁৰ পক্ষে স্বাভাৱিক। মদ খোৱাটো মই ভাল বুলি নকওঁ। কিন্তু মদ নাখালেই ভাল মানুহ হ'ব নোৱাৰে। মদ খায়ো ইমান যুক্তিসঙ্গত, উদাৰ, বিবেচক কেইটা মদ নোখোৱা মানুহে হ'ব

পাৰিছে ? পাগলী বুলি জানিও বায়েকক নিজৰ ওচৰলৈ লৈ আহিছে, সম্পত্তিৰ ভাগ দিম বুলিছে, ইয়াতকৈ ভাল কাম আৰু কি হ'ব পাৰে ?।

পিচ দিনা অলপ বেলিকৈ সাৰ পালোঁ। নিবাৰণহঁতৰ ঘৰত উচ্চস্বৰে হোৱা তৰ্ক-বিতৰ্ক আহি কাণত পৰিল। আঠ বাজিবৰ হৈছিল। দাঁত ঘঁহি ঘঁহি আগপিনে ওলাই গ'লোঁ। নিবাৰণে দুৱাৰ মুখত থিয় হৈ মেকানিক ধৰণৰ মানুহ এটাৰ লগত কাজিয়া কৰি আছে। "বাবুটো মোৰ লগত গৈছিল কাৰণেই তেওঁ লৈ যোৱা টেক্সিৰ ভাড়া মই দিব লাগিব নেকি ?" নিবাৰণে কৈছে, "মই তোক কৈছিলোঁ নেকি গাড়ী দিবলৈ ? কৈছিলোঁ ?"

মানুহটোৱে অভিযোগ কৰিলে, "কিন্তু তেওঁতো আপোনাৰ ওচৰলৈ আহি-বলৈ কৈছিল।"

"একেটা কথাকে বাৰে বাৰে কৈ নাথাকিবি দেই।" নিবাৰণ এখোজ আগুৱাই আহিল। "মই যেতিয়া কম তোক পইচা দিম। নক'লে কিয় দিম ? যা, মোক ৰাতিপুৱাই দিগদাৰ নকৰিবি।"

মানুহটোৱে আৰু একো উচ্চ-বাচ্য নকৰি লাহে লাহে আঁতৰি গ'ল। নিবাৰণ আৰু মোৰ চকুৱে চকুৱে পৰিল। তেওঁ ঘোপাকৈ মোলৈ চাই থাকিল। মই লাজ পাই তলমূৰ কৰিলোঁ। কাজিয়াখন খেল চোৱাৰ দৰে চাই থকাটো মোৰ অভদ্ৰামি হৈছে। মই লৰালৰিকৈ ভিতৰ সোমাই গলোঁ।

নিবাৰণে মোক গালি-চালি পাৰে বুলি বৰ ভয় লাগিছিল। কিন্তু সেই-বোৰ একো নহ'ল। দুদিনমানলৈ মই তেওঁলোকক দেখাই নাপালোঁ। দিনৰ দিনটো অৱশ্যে অফিচতে যায়। কিন্তু ৰাতিও এই কেইদিন তেওঁলোক মোৰ ওচৰলৈ অহা নাছিল। ইপিনে কিন্তু নিবাৰণে সেইদিনা ৰাতি দিয়া নিৰ্দেশ মতেই কেবাখনো পুৰণি কিন্তু মসৃণ-মজবুত চকিমেজ আনি মোৰ বাহিৰৰ কোঠা, ভিতৰৰ কোঠা গোটেইখন শুকুৱা আৰু সংৰামে ভৰাই পেলালে।

নিবাৰণৰ সেই মূৰ্তিটো মোৰ কাৰণে নতুন। নিজকে লেতেৰা মদাহী বুলি তেওঁ কৈছেই। মদৰ আড্ডাত মৰামৰিও কৰে বুলি শুনিছিলোঁ। সেই উগ্ৰ মূৰ্ত্তি নিজৰ চকুৰে দেখিলোঁ। সেইটো মূৰ্ত্তি ধৰি মোৰ সন্মুখত থিয় নিদিলেই হয়। মোৰ চুৰ্তি হেৰাব।

কিন্তু টেক্সিৰ ভাড়া বিচাৰি অহা মানুহটোক তেওঁ অকাৰণত খং কৰা যেন নালাগিল। বৰং অৱথা তেওঁৰ পৰা সুবিধা লব খোজাৰ প্ৰতিকাৰ কৰা যেনহে লাগিল। সততাৰ পথত বদনাম পালে খং আৰু দুখৰ মাত্ৰা

দুগুণে বৃদ্ধি হোৱাই স্বাভাৱিক।

স্থানীয় বন্ধু-বান্ধৱে মোক ঘৰটো লোৱা কাৰণে ভৰ্ৎসনা আৰু সমালোচনা কৰিবলৈ ধৰিলে। মই বোলে পস্তাবলৈ বেছি দিন নালাগিব। গুণ্ডাভাতকৈ ছাৰ নিবাৰণে যেতিয়া ৰাতি মদ খাই ঘৰত সোমাই উৎপাত লগাব তেতিয়াহে বোলে মই বুজিম। উত্তৰত মই প্ৰথম নিশাৰ অভিজ্ঞতাৰ এটা সাৰাংশ দাঙি ধৰিলোঁ। বন্ধু-বান্ধৱে ক'লে, এদেও দুদেও লোটা নিয়াৰ চেও!

তেওঁলোকে আৰু জনালে যে মনোৰমা দুৱৰাই বিধবা হৈ অহাৰ পাচতে এবাৰ এজন মানুহৰ লগত পলাই গৈছিল। মই সোঁৱৰাই দিলোঁ যে মনোৰমাৰ মানসিক বিকৃতি ঘটিছে, কি কৰে কি নকৰে তেওঁ নিজেই নাজানে। বন্ধু-বান্ধৱে ক'লে, মনোৰমাৰ একো বিকৃতি ঘটা নাই, তেওঁ ভাও ধৰিহে থাকে, আচলতে বেয়া মৎলবত ঘূৰে। মই ক'লোঁ, মনোৰমাই বেয়া মৎলবত ঘূৰে বুলি মই বিশ্বাস নকৰোঁ; যদি ঘূৰেও, তেন্তে তাতো আপত্তিৰ মই কোনো কাৰণ নেদেখোঁ; গাভৰু ছোৱালী হিচাবে মনোৰমাৰ জীৱন বঞ্চনাৰ জীৱন, ভোগৰ বাসনা তেওঁৰ একো অপ্ৰাকৃতিক বাসনা নহয়; আমাৰ ভদ্ৰ সমাজতে কিমান যৌন বিকৃতিৰ দুৰ্ঘটনা ঘটিব লাগিছে তাৰ লেখ কোনে লয়? মনোৰমাৰটো মাত্ৰ চকুত পৰিছে—যদিহে সঁচা হয়; বাকী-বোৰ চকুত পৰা নাই; সেই বুলি মিছা হবনে?

বন্ধু-বান্ধৱে হাত-চাপৰি বজাই মোক সাধুবাদ দিবলৈ ধৰিলে। মই এনে বন্ধু-বান্ধৱক এৰাই ফুৰিবলৈ ধৰিলোঁ। এওঁলোকে নিবাৰণহঁতক সত্য ৰূপত মোৰ দৰে চাব জনা নাই, চাবলৈ চেষ্টাও কৰা নাই। তদুপৰি সৰ্ব্বসাধাৰণ মানুহে আনৰ বেয়াটোহে দেখে, ভালটো নেদেখে আৰু ভালটো নিবিচাৰেও; আনৰ বেয়া হ'লে এওঁলোকে বৰ ভাল পায়। সেইবাবে নিবাৰণহঁতক একে আষাৰে এঘৰীয়া কৰি থৈছে। মই এওঁলোকক এৰাই ফুৰিবলৈ ধৰিলোঁ।

দুদিনমান পাছতে শুনিলোঁ নিবাৰণ জেলত পৰিছে। খবৰটো দিলে সংৰামে। তাক দিলে শুকুৰাই। নিশ্চয় ক'ৰবাত মৰামৰি কৰিছে আৰু পুলিচৰ ওচৰত কিবা জগৰ লগাই হাজোতত থাকিবলগীয়া হৈছে। শুকুৰাৰ একান্ত অনুৰোধ, সংৰামে ক'লে, মই হেনো কিবা এটা কৰিব লাগে। কাৰণ আজিলৈকে নিবাৰণ জেলত পৰা নাছিল। কালিৰে পৰা মনোৰমাও ঘৰত নাই। কি কৰিব লাগিব শুকুৰাই ভাবি উলিয়াব পৰা নাই।

মই তৎক্ষণাৎ থানালৈ গ'লোঁ ; অ'-চিৰ পৰা নিবাৰণৰ বিষয়ে সকলো জানিব খুজিলোঁ—জনালোঁ যে মই তেওঁক জামিনত মোকোলাই নিব খোজোঁ। ঘটনাটো বৰ ডাঙৰ নহয়, সাধাৰণ আইন-শৃংখলাৰ কথা। বতাৰৰ মতে মটৰ এখনে নিবাৰণৰ বন্ধু এজনক খুন্দিয়াই অলপ জখম কৰিলে। নিবাৰণো ওচৰতে আছিল। দোষ বোলে মটৰ চলোৱা ভদ্ৰলোকজনে আছিল। কথা কটা-কটি হ'ল, ভদ্ৰলোকে আহত জনকহে দোষ দি বৰ ডাঙৰ ডাঙৰ কথা কোৱাত নিবাৰণে ধৰি তেওঁক ইমান বেয়াকৈ মৰিয়াই দিলে যে আহত আৰু আঘাতকাৰী দুয়োকে একেলগে হস্পিটেললৈ নিব লগা হ'ল। পুলিচ গৈ পালত নিবাৰণ জেললৈ আহিব লগা হ'ল। তেওঁৰ পক্ষে মাত দিওঁতা এজনো মানুহ নোলাল।

সকলো লিখা-পঢ়া কৰি জামিনদাৰ হৈ মই হাজোতৰ পৰা নিবাৰণক লৈ আহিলোঁ। দুয়ো ৰিক্সা এখন ললোঁ। মানুহটো ক'লা পৰি গৈছে। গাত যেন বল-শক্তি একো নাই। মই অনুমান কৰিলোঁ, পেটত মদ নপৰা বাবেই এনে গতি হৈছে।

"আপুনি কিয় মোক জামিনত আনিলে ?" ভালেমান দূৰ নীৰৱে অহাৰ পাছত নিবাৰণে সুধিলে।

মই ভাবি-চিন্তি ক'লোঁ, "জামিন লোৱাৰ বহুত কাৰণ থাকে। আপোন মানুহ হ'লে সম্বন্ধৰ খাটিৰতে লয়। কেতিয়াবা স্বাৰ্থ থাকে। আকৌ কেতিয়াবা ন্যায় বিচাৰিও জামিনদাৰ হয়।"

নিবাৰণে কিছু সময় একো নামাতিলে। বোধকৰো মোৰ কথাৰ মৰ্ম বুজিবলৈ যত্ন কৰিলে। পাছত ক'লে, "আপুনি আপোন নহয়। মোৰ লগত আপোনাৰ স্বাৰ্থও একো নাই।"

মই ক'লো, "আপোন নহয় বুলি যদি আপুনি কয় মোৰ কি কবলগীয়া থাকিব পাৰে ? যি হওক, মই তৃতীয় কাৰণ এটাও দিছোঁ।"

তেওঁ ঘপ কৰে মোৰ ফালে চালে। মই হ'লে ৰিক্সাৰ বাহিৰলৈ চাই থাকিলোঁ। "মোৰ ঘটনাটোত ন্যায় আছে বুলি আপুনি ভাবে ?"

মই আওপকীয়াভাৱে উত্তৰ দিলোঁ, "মই খুব ভাবি-চিন্তিয়েই কাম কৰিছো।"

"আপুনি চৰকাৰী চাকৰিয়াল। এইবোৰ কৰি যদি আপুনি বিপদত পৰে ?"

মই ক'লোঁ যে মই চাকৰিয়াল সঁচা, কিন্তু গোলাম নহওঁ। মোৰ ব্যক্তি স্বাধীনতা আছে। সেইবাবে মই ব্যক্তিগতভাৱে বহুত কাম কৰিব পাৰোঁ। তদুপৰি সৎ কাৰ্য্যত চৰকাৰী-বেচৰকাৰী চাকৰিয়ালৰ কি প্ৰভেদ থাকিব পাৰে? আৰু যদি বিপদত পৰোও, মোৰ সিমান ভয় নাই। উকীল বন্ধু এজনে এবাৰ কৈছিল দোষীক ৰক্ষা কৰাই হেনো আইনৰ প্ৰাথমিক উদ্দেশ্য—যাতে নিৰ্দোষীয়ে শাস্তি পাব লগা নহয়।

নিবাৰণে একো নেমাতিলে। তেওঁ তলমূৰ কৰি কিবা চিন্তা কৰিবলৈ ধৰিলে।

ঘৰৰ ওচৰ পাইছিলোঁহি। মই লাহেকৈ ক'লোঁ যে মনোৰমা ঘৰত নাই।

ৰিক্সাৰ পৰা নামি গাত নলগা ভাবত নিবাৰণে ক'লে, "আহিব, ক'ৰবালৈ গৈছে। তেনেকৈ যায়েই দেখোন।"

মই ভাড়াটো দিব ধৰি ক'লোঁ যে মনোৰমা দুদিন মানেই ঘৰলৈ অহা নাই। নিবাৰণে তীক্ষ্ম দৃষ্টিৰে মোৰ ফালে চালে। তাৰ পাচত মোক হাতত ধৰি কোবা-কুবিকৈ ঘৰৰ পিনে খোজ ললে। তেওঁৰ মাজলৈ যেন তেজ আৰু চেতনা লাহে লাহে ঘূৰি আহিছিল।

মোক বাহিৰৰ কোঠাত বহিবলৈ দি তেওঁ শুকুৰা শুকুৰাকৈ চিঞৰি ভিতৰ সোমাই গ'ল। কিন্তু অলপ পাচতে বটল-গিলাচ লৈ আকৌ মোৰ ওচৰলৈ আহিল। পিচে পিচে ব্যস্ত-সন্ত্ৰস্ত শুকুৰাও সোমাই আহিল। ক'ট-ক'টকৈ মদ খাই নিবাৰণে সুধিলে, "শুকুৰা, বাইদেউ কেতিয়াৰ পৰা নাই?"

শুকুৰাই ভয়ে ভয়ে ক'লে, "পৰহি ৰাতিপুৱাৰ পৰা নাই বোপা দেউতা।"

"কাৰ লগত গৈছে, কিবা জাননে?"

"নাজানো। কেতিয়া ওলাই গ'ল তাকো ক'ব নোৱাৰোঁ। মই ভিতৰত কাম কৰি আছিলোঁ। আন দিনাৰ দৰে গৈছে বুলি ভাবিছিলোঁ।"

নিবাৰণে গিলাচটো হাতত লৈ থাকি পুনৰ সুধিলে, "মই নথকাত কোনোবাই মোক বিচাৰি আহিছিল নেকি?"

"সেই ড্ৰাইভাৰটো আহিছিল।"

"আৰু?"

"আৰু সেই ৰঙামূৰা চাহাবটো আহিছিল।"

"কোন, সুন্দৰলাল?"

"জানো তাৰ নাম নাজানো মই।"

"কিবা কৈছিল ?"

শুকুৰাই মূৰ খজুৱাই ক'লে, "কেবাবাৰো আহিছিল। আইদেউৰ লগত কথাও পাতিছিল। মই একো শুনা নাই।"

নিবাৰণে আৰু এগিলাচ মদ বাকি লৈ ক'ট-ক'ট কৈ পি পেলালে। তাৰ পাচত বটল-গিলাচ শুকুৰাৰ হাতত দি ক'লে, "ল। ক'ৰবাত পইচা আছে যদি আন। মই বাইদেউক বিচাৰি যাওঁ।"

শুকুৰা ভিতৰলৈ গ'ল। মই থিয় হ'লোঁ।

"চলিহা ডাঙৰীয়া, সুন্দৰলালৰ লগতে বাইদেউক পাম যেন লাগিছে। বৰ সাংঘাটিক মানুহ। আপুনিও মোৰ লগত যাবনে ? নে ভয় লাগিব ? ভাল মানুহ নহয় কিন্তু।" মই লাহেকৈ ক'লোঁ, "যাব পাৰো। পিচে মই এই বিলাকত অনভ্যস্ত। সেইবাবে অলপ ভয় লাগে। কিন্তু আপুনি লগত থাকিলে গা-মন দুয়ো ঠাইতে বল পোৱা যেন লাগে। বলক।"

হঠাৎ, মই তৰ্কৰ পৰাব আগতেই, নিবাৰণ সাউৎ কৰে হাউলি মোৰ ভৰি দুটা ছুই ক'লে, "আপুনি মহৎ চলিহা ডাঙৰীয়া, আপুনি গ্রেট্!" মই দুখোজ পিছুৱাই আহিলোঁ। "বলক ভয় নকৰিব। সিহঁতৰ তাত যদি আছে তেন্তে আপোনাৰ গাত চেকা পৰাৰ কোনো ভয় নাই। সিহঁত বৰ ডাঙৰ স্মাগ্লাৰ। সিহঁতে আইনৰ সহায় কেতিয়াও নলয়। বিদেশী মদৰ কাৰণে সিহঁতৰ লগত মোৰ চিনাকি। আপোনাক কিবা দিগদাৰ কৰিলে মই ঠাণ্ডা বনাই দিম।"

শুকুৰাই দুখন দহটকীয়া নোট আনি নিবাৰণক দিলে। আমি তৎক্ষণাৎ ঘৰৰ পৰা ওলালোঁ। মই শুকুৰাক ক'লোঁ, সৎৰামকো ইয়াতে আমালৈ ৰৈ থাকিবলৈ ক'বলৈ।

গধূলি হৈ আহিছিল। আমি কোবাকুবিকৈ খোজ লবলৈ ধৰিলোঁ। বিক্সা এখন চাবলৈ ধৰিলোঁ। আধা ফাৰ্লংমান যোৱাৰ পাচত মানুহ এটাই সমুখতে ৰৈ মাত লগালে, "নিবাৰণ বাবু!" মই চিনি পালোঁ, সিদিনা ভাড়া বিচাৰি কাঁজিয়া কৰিবলৈ যোৱা ড্রাইভাৰটো।

"কি হ'ল ?" নিবাৰণে খঙেৰে সুধিলে।

"একো নহয়। আপোনাক বিচাৰি গৈছিলোঁ।" মানুহটোৱে সেমেনা-সেমেনি কৰিবলৈ ধৰিলে।

"কিয় ?"

"সেই দিনাব বাবুটোৱে পইচা দি গৈছে আৰু আপোনাক খোজা কাৰণে বেয়া পাইছে। আপুনি বেয়া নাপাব আৰু।"

নিবাৰণে ক'লে, "তোৰ টেক্সি ক'ত ?"

"সৌ খন, সৌ তাত।"

"খালী আছে ?"

"আছে। লাগিব নেকি ?"

"আহ। বৰ জৰুৰী।"

আমি কোবা-কুবিকৈ ড্ৰাইভাৰৰ লগে লগে গ'লোঁ। মৰা-মৰি লাগে বুলি মই কোটৰ জেপত হাত ভৰাই কিবা আছে নেকি চাইছিলোঁ—জোঙা কাঠ পেন্সিল এডাল পালেও কামত আহিব পাৰে। পিছে কাপোৰৰ গাঁথ বন্ধা দীঘল ৰচী এডালহে পালোঁ। আঠুৱা বান্ধিবৰ মনেৰে কোনোবা গোলাত পাই লৈ থৈছিলোঁ হব পায়।

টেক্সি ছুটিল। মোৰ বুকু দুৰু-দুৰু কঁপিবলৈ ধৰিলে। কি হয় কোনে জানে ? নিবাৰণ নীৰৱ। ড্ৰাইভাৰে গোঁ-গোঁৱাই গৈছিল, "চালা কুত্তাক পিঠা কৰিব লাগিব।" নিবাৰণে চমুকৈ ঘটনাটো তাক কৈছিল।

এটা সৰু বাটৰ মাজত টেক্সি ৰ'লগৈ। নিবাৰণে নামি গৈ পুৰণা ঘৰ এটাত কিবা খবৰ কৰি আহিল। আকৌ টেক্সিলৈ আহি ক'লে, "ৰ'ল ইয়াত নাই। কেবাদিনো অহা নাই বোলে।"

টেক্সি আকৌ চলিল। এমাইলমান ঘূৰি-পকি আৰু এটা আন্ধাৰ ৰাস্তাত ৰ'লগৈ। তাতো সুন্দৰলালক পোৱা নহ'ল। ধাম কৰে দুৱাৰখন বন্ধ কৰি নিবাৰণে ক'লে, "চালা বোলে নতুন ঘৰলৈ গৈছে! ইয়াৰ মানুহে কৈছে। ৰ'ল, ঘূৰা গাড়ী।"

টেক্সি ঘূৰি আহি ভদ্ৰলোকৰ চুবুৰি এটাত সোমাল। ঠাই ডোখৰ নিজান। ঘৰবোৰ সেৰেঙা। এটা অকলশৰীয়া মজলীয়া ঘৰৰ পদূলিত গাড়ী ৰখাই নিবাৰণ নামিল। আমিও নামিলোঁ। কাৰণ বাহিৰখনত আন্ধাৰ যদিও ভিতৰত পোহৰ থকা যেন লাগিল। নিবাৰণ সোমাই গৈ বন্ধ দুৱাৰৰ সমুখত থিয় হ'লগৈ। আমিও পদূলিয়েদি সোমাই গ'লোঁ। ঠিক সেই সময়তে বন্ধ দুৱাৰখন মেল খাই গ'ল। ভিতৰত লাইট জ্বলি উঠিল। আমি দুৱাৰ মুখত থিয় দিলোঁগৈ। চুইচৰ ওচৰত পেন্ট-হাৱায়ান-চেণ্ডেল পিন্ধা ৰঙা-মুৱা ওখপাখ, শকত-আৱত মানুহ এজন কোঠাটোত একো আচবাব নাই ;

বাওঁফালে হেঁচিয়ান স্ক্ৰীণ এখন মাত্ৰ।

"ব্ৰুৰা !" ৰঙামুৱাৰ সম্বৰ্দ্ধনা।

"মনোৰমা ইয়াত আছে ?" কৰ্কশ সুৰত নিবাৰণে প্ৰশ্ন কৰিলে।

মানুহজনে ক্ৰুৰ হাঁহি এটা মাৰি ক'লে, "ইমান চিন্তা কিয় কৰিছা ব্ৰুৰা ? মনোৰমাতো ঘৰত প্ৰায় থাকে না !"

"সুন্দৰলাল !" নিবাৰণৰ কঠোৰ স্বৰত ময়ো চঁক্ খাই উঠিলোঁ।

কিন্তু সুন্দৰলালে ভয় নাখালে। "যদি আছে উদ্ধাৰ কৰিবা নেকি ? কিন্তু ব্ৰুৰা ! তুমি আমাৰ বহুত টকা নাই দিয়া। আমি আজি মনোৰমাক নাই ছাৰিবে।"

মই লক্ষ্য কৰিলোঁ, সুন্দৰলালে পেণ্টৰ পকেটত হাত ভৰাইছে ! কিন্তু তাৰ আগতেই নিবাৰণ তেওঁৰ ওপৰত জপিয়াই পৰিল আৰু গাত ধৰি আজোৰ মাৰি আনি এনে এটা ধনঞ্জয় চৰ লগাই দিলে যে সুন্দৰলাল আচাৰ খাই মাটিত পৰি গ'ল। নিবাৰণে আঠু কাঢ়ি তেওঁৰ মূৰটো দুহাতেৰে ধৰি পকী মজিয়াত খুন্দিয়াই খুন্দিয়াই ক'লে, "পাকিস্থানেদি স্মাগল্ কৰা মদৰ পইচা তোক কেনৈ দিব লাগে অ', কেনৈ দিব লাগে ?" তেওঁ লৰচৰ নকৰা দেখি নিবাৰণে তেওঁৰ জেপ লুৰুকি ডাঙৰ ছুৰী এখন উলিয়ালে। সেইখন মোৰ হাতত দি নিবাৰণে ক'লে, "এইখন আপুনি ৰাখক চলিহা। মোৰ হাতত থাকিলে কিবা ঘটনা হৈ যাব পাৰে। ইয়াক চাব।" এই বুলি তেওঁ কোঠাবোৰ চাবলৈ ধৰিলে। মই জেপৰ পৰা ৰচীডাল উলিয়াই সুন্দৰলালৰ হাত দুখন পিচ ফাললৈ নি টাহি টাহি বান্ধি দিলোঁ। ড্ৰাইভাৰে স্ক্ৰীণখনৰ পৰা হোল্ডল বন্ধা চামৰা এচটা আনি ভৰি দুটা টানকৈ বান্ধি পেলালে। আমি দুৱাৰখন বন্ধ কৰি দিলোঁ।

এইটো ঘৰৰ বাকী দুটা কোঠাত নিবাৰণে কাকো বিচাৰি নাপালে। আমি ভিতৰ পিনে দুৱাৰ খুলি ওলাই গ'লোঁ। ভিতৰ পিনে লগালগিকৈ আন এটা দীঘলীয়া ঘৰ। বাৰাণ্ডাত লাইট জ্বলি আছে। সেইটো ঘৰত কাৰোবাৰ মাত শুনা যেন লাগিল। এখন দুৱাৰ খোলা দেখি আমি আগবাঢ়ি গলোঁ।

দুৱাৰ মুখৰ পৰাই আমি দেখিলোঁ দুজনী তিৰোতা মানুহ। এখন ডাইনিং টেবুলৰ দুকাষে বহি আছে। তাৰে এজনী মনোৰমা—ৰঙা চকু দুটা দুৱাৰ খনত নিবদ্ধ, কিন্তু আমাক চিনিব পৰা নাই ; মুখেৰে কিবা বলকি আছে। ইজনী চুটি-চাপৰ, শকত-আৱত ; বব কটা চুলি, চকুৰ নোম কেউ-

ডালিতে কাজল, ওঁঠ দুটা টিকটিক কৰে ৰঙা কৰি যোলোৱা—তেওঁ আমাক দেখি ঘপ কৰে থিয় হ'ল। হাতত প্ৰকাণ্ড ক'লা চামৰাৰ হেন্ডবেগ এটা— "অ' তুম্ বুবা! ক্যা মাংতা?" বুলি তেওঁ দুখোজমান পিচুৱাই গ'ল। তাৰ পাচত ঘপ্ কৰে আমালৈ পিঠি দি নৰা-নৰিকৈ বেগটো খুলিবলৈ ধৰিলে। নিবাৰণে হাতৰ ওচৰতে পোৱা সৰু কাঠৰ চকী এখন দাঙি লৈ জোৰেৰে মাৰি পঠিয়ালে। সেইখনৰ প্ৰচণ্ড কোবত তিৰোতাজনী হামখুৰি খাই পৰি গ'ল—হাতৰ পৰা ছিটিকি ক'লা বস্তু এটা উফৰি পৰিল। এটা সৰু ৰিভল্ভাৰ। সেইটো বুটলি নিবাৰণে ঘৰৰ এচুকলৈ দলি মাৰি দিলে।

মনোৰমা এইবাৰ থৰক-বৰককৈ থিয় হৈছিল। তেওঁ মদ খাইছিল। "তই? তই আহিছ নিবাৰণ?" তেওঁৰ জিভাই ঘোৰ খাব খোজা নাছিল। "তই মোক বিচাৰি আহিছ?"

নিবাৰণে একে জাপে গৈ বায়েকক সাৱটি ধৰিলে। "ব'ল বাইদেউ, ঘৰলৈ ব'ল।"

"তই জান, ইহঁতে মোক মদ খুৱাই দিছে। নহ'লে মইতো সেইবোৰ নাখাওঁ। ইমান খুৱাইছে যে খুব খুৱাইছে—মুখতে ঢালি ঢালি দিয়ে।"

ড্ৰাইভাৰে ময়ে দীঘলীয়া কাপোৰ বিচাৰি আনি পৰি থকা মানুহ জনীকো বান্ধিবলৈ ধৰিলোঁ।

"বুইছোঁ বুইছোঁ", নিবাৰণে ক'লে, "এতিয়া ব'ল ঘৰলৈ যাওঁ।"

"অ' ব'ল।" ভায়েকৰ আগ্ৰহত খোজ পেলাই মনোৰমাই ক'লে, "সুন্দৰলালে ক'লে, সি মোক মৰম কৰিব খোজে। সেই বাবে ইয়াৰ পৰা যাবলৈ নিদিয়ে। এইজনী হেনো তাৰ ঘৈণীয়েক—বৰ মদ খায় তায়ো। ঘৈণীয়েক থাকোঁতে সুন্দৰলালে মোক কিয় মৰম কৰিব? মানুহে জানো মানুহক মৰম কৰিব পাৰে?"

"নোৱাৰে বাইদেউ।" কৈয়ে নিবাৰণৰ চকু পৰিল মোৰ ওপৰত। তেওঁ তৎক্ষণাৎ আকৌ ক'লে, "পাৰেও, নোৱাৰেও। কিছুমানে পাৰে, কিছুমানে নোৱাৰে। সৰহভাগেই নোৱাৰে।"

"কোনেও নোৱাৰে অ' কোনেও নোৱাৰে।" যেন গভীৰ উপলব্ধিৰ পৰাহে পাগলী মনোৰমাই কথাষাৰ ক'লে। তেওঁলোক লাহে লাহে ওলাই গ'ল। আমিও পিচে পিচে ওলাই আহিলোঁ। ড্ৰাইভাৰে ময়ে সাৱধান

হৈ চাৰিওফালে চাই আহিবলৈ ধৰিলোঁ। পিছে আমাক আৰু আন কোনেও বাধা নিদিলে। সুন্দৰলালৰ কাৰ্যেদি আমি ইটো ঘৰো পাৰ হৈ গ'লোঁ। তেওঁ নিথৰ হৈ তেতিয়াও পৰি আছিল। মনোৰমাই তেওঁক নেদেখিলে। মই লাইটটো নুমুৱাই, ছুৰীখন মজিয়াতে পেলাই দুৱাৰখন টানি থৈ গুচি আহিলোঁ।

টেক্সিত উঠালৈকে বাটছোৱাত আমাক কোনেও লগ নাপালে। ঘৰৰ ভিতৰৰ পৰা যদি কোনোবাই দেখি আছিল তেন্তে ক'ব নোৱাৰোঁ। অসমীয়া ভদ্ৰ চুবুৰিৰ মাজত সুন্দৰলালৰ নিচিনা অসৎ প্ৰৱঞ্চকে কেনেকৈ ঘৰ লৈ আছে মই ভাবি আচৰিত হ'লোঁ।

ব্ৰেকছিটত মনোৰমাক লৈ নিবাৰণ বহিল। মই ড্ৰাইভাৰৰ ওচৰত বহিলোঁ। টেক্সি চলিবলৈ ধৰিলে। অলপ ঘূৰাই-পকাই নিবলৈ মই পৰামৰ্শ দিলোঁ, যাতে কোনোবাই লক্ষ্য কৰি থাকিলেও অনুসৰণ কৰিব নোৱাৰে। নিবাৰণ অমান্তি নহ'ল।

ভায়েকৰ কোলাতে মূৰটো পেলাই দি মনোৰমাই অৱশ সুৰত ক'লে, "মোৰ বৰ টোপনি ধৰিছে। নিবাৰণ তই এটা গানকে গা, মোৰ ভালকৈ টোপনি আহক।"

"বাৰু তই শো।" এইবুলি নিবাৰণে কিবা এটা গুণ-গুণাবলৈ আৰম্ভ কৰিলে। নিবাৰণ নিশ্চয় গানগোৱা মানুহ নহয়; কিন্তু বায়েকৰ কাৰণে গাবলৈ ওলোৱা তেওঁৰ গান যে ধোবাৰ ঘৰৰ গাধৰ মাত হলেও মোৰ ভাল লাগিব, সেই বিষয়ে মোৰ সন্দেহ নাথাকিল। মই উৎকৰ্ণ হলোঁ।

নিবাৰণে প্ৰথমে কি গাইছিল ধৰিব পৰা নাছিলোঁ। তেওঁৰ মাতটো সচাঁই বেয়া। গান গাব নোৱাৰে। কিন্তু কি গাইছে যেতিয়া বুজিব পাৰিলোঁ তেতিয়া চক্ খাই উঠিলোঁ: "শিয়ালী এ নাহিবি ৰাতি, তোৰে কাণ কাটি লগামে বাতি। শিয়ালীৰ মূৰবে মৰুবা ফুল, শিয়ালী পালেগৈ ৰতনপুৰ।" গীতটোত নতুনত্ব একো নাই যে চক্ খাই উঠিব লাগিব। যি কোনো অসমীয়া মানুহৰ ঘৰতে এই ল'ৰা-ছোৱালী ওমলোৱা গীতটো শুনিবলৈ পোৱা যায়। কিন্তু নিবাৰণৰ নিচিনা এটা অসামাজিক মানুহৰ মুখত এই গীত? এইটো কেনেকৈ সম্ভৱ হ'ল? কেনেকৈ এই গীতটো মনলৈ আহিল? নিশ্চয় ল'ৰা কালৰ কথা তেওঁৰ মনত পৰিছে। কল্পনা কৰি লোৱা টান নহয় যে এসময়ত নিবাৰণ আৰু মনোৰমা দুটি সৰু, বৰ মৰম লগা ল'ৰা-

ছোৱালী আছিল। সিহঁতক মাকে বৰ মৰম কৰিছিল। শিয়ালীৰ গীত গাই হয়তো গধূলি টোপনি অনাইছিল। মাকে নেগালেও হয়তো কোনোবা আইতাক-পেহীয়েক-জেঠায়েকে সিহঁতক সাধু কথা কোৱাৰ উপৰি নানান গাৰঁলীয়া গীত-পদ গাই শুনাইছিল। দেশৰ ঐতিহ্যৰ মাজেদিয়েই সিহঁত ডাঙৰ-দীঘল হৈছিল। সেই ঐতিহ্যৰ উত্তাপ অলপ নহয় অলপ আজিও নিবাৰণ আৰু মনোৰমাৰ মাজত আছে। সেই কাৰণেই ইমান বিজতৰীয়া গীত-মাতৰ দিনতো নিবাৰণৰ মনলৈ আৰু মুখলৈ এই গীতটোহে আহিছে।

অলপ অভিভূত হৈ গৈ মই শ্ৰদ্ধা সহকাৰে আগছিটৰ পৰা এবাৰ উলটি চালোঁ। নিবাৰণে মিচিককৈ হাঁহিলে, কিন্তু গাবলৈ এৰি নিদি কোলাত মূৰ পেলাই নিঃসাৰ হৈ থকা বায়েকৰ মূৰত হাত এখন বুলায়ে থাকিল। মোৰ ভাল লাগিল।

শুকুৰা আৰু সৎৰাম উদগ্ৰীৱ হৈ আমালৈ বৈ আছিল। টেক্সি খনৰ পৰা আমি সকলোৱে মনোৰমাক ধৰাধৰি কৰি ঘৰৰ ভিতৰলৈ লৈ গ'লোঁ। তেওঁ এক প্ৰকাৰ অজ্ঞান হৈয়ে আছিল। আমি যে কেবাজনেও মিলিহে তেওঁক কঢ়িয়াই লৈ যোৱাৰ দৰে নিছিলোঁ তেওঁ তাক জনা নাছিল। তেওঁক তেওঁৰ বিছনালৈ নি শুৱাই দিয়া হ'ল। শুকুৰাই তৎক্ষণাৎ পানী এবাল্টি আনি গামোছা এখন তিয়াই তিয়াই তাৰেই মনোৰমাৰ ভৰি দুটা পালেংখনৰ পৰা অলপ ওলোমাই ধৰি ধুৱাই দিবলৈ ধৰিলে। নিবাৰণেও টাৱেল এখনৰ আগ এটা গৰম পানীৰে তিয়াই আনি আলফুলকৈ মনোৰমাৰ মুখমণ্ডল মচি দিবলৈ ধৰিলে। মনোৰমাৰ সাৰ-সুৰ নাই।

সৎৰাম আৰু মই কেৱল চায়েই থাকিলোঁ। কিবা কৰি দিব লাগে বুলি ধৰিব নোৱাৰিলোঁ। অস্বাভাৱিক জীৱন যাপন কৰা এই হাল বায়েক-ভায়েকক আজি দুটি বৰ স্বাভাৱিক প্ৰাণী যেন লাগিল। মাত্ৰ তেওঁলোকক আন আন মানুহে সহজ হবলৈ নিদিলে যেনহে লাগিল। মনোৰমা আৰু নিবাৰণৰ মাজত যদি কিবা অস্বাভাৱিকতা আছে স্তেতে সেইটোৰ উদ্ভৱ আন ক'ৰবাতহে।

---